# মৰাণ-মটক সমাজ সংস্কৃতি

সম্পাদক

**দীপেন মৰাণ**

**Moran-Matak Samaj Sanskriti** - a collection of essays on the socio-culture and religion of the Moran-Matak tribes. Published by Bengmora Prakashan, Tinsukia. Edited by Dipen Moran.

Price Rs. 200/- only.

---

মৰাণ-মটক সমাজ সংস্কৃতি

প্ৰথম প্ৰকাশ ঃ ২০০৭ চন



প্ৰকাশক ঃ বেংমৰা প্ৰকাশন
সৰ্বানন্দ সিংহ নগৰ
তিনিচুকীয়া - ৭৮৬ ১২৬

সম্পাদক ঃ দীপেন মৰাণ

মুদ্ৰক ঃ অসম এণ্টাৰপ্ৰাইজেজ্
পৰ্বতীয়া, তিনিচুকীয়া
ফোন ঃ ২৩৪০৬৯৪, ২৩৩৮৪৭০, ৯৪৩৫৪৭২৬৫৭

মূল্য ঃ ২০০.০০ টকা



# উৎসৰ্গা

আজীৱন সমাজসেৱক , শিক্ষাবিদ, লেখক, গৱেষক, শিল্পী, সংগ্ৰামী, ৰাজনৈতিক কৰ্মী, মটক সন্মিলন আৰু ছাত্ৰ সন্মিলনৰ প্ৰাক্তন নেতা, অসম মৰাণ সভাৰ প্ৰাক্তন সাধাৰণ সম্পাদক ৺ মোহন শইকীয়াদেৱৰ স্মৃতিত আমাৰ এই গ্ৰন্থভাগি উৎসৰ্গা কৰা হ'ল।

দীপেন মৰাণ

সম্পাদক

মৰাণ-মটক সমাজ সংস্কৃতি

# সূচীপত্র

<u>সমাজ আৰু সংস্কৃতিৰ সোণসেৰীয়া বৰ্ণালী</u>

# স্বৰ্গীয় মোহন শইকীয়াদেৱৰ সংক্ষিপ্ত জীৱনী

**জন্ম : ২২ নভেম্বৰ ১৯৩০**

**মৃত্যু : ২১ নভেম্বৰ ১৯৯৭**

**জন্ম স্থান :** ১ নং তামুলী গাঁও (তালাপ)

**পিতৃ :** ৺ জ্ঞানেন্দ্ৰ নাথ শইকীয়া

**মাতৃ :** শুকানী শইকীয়া

**প্ৰাথমিক শিক্ষা :** তামুলী গাঁও প্ৰাথমিক বিদ্যালয়।

**মাধ্যমিক শিক্ষা :** ১৯৪২ চনত ডাঙৰী উচ্চ মাধ্যমিক (বৰ্তমান উচ্চতৰ)বিদ্যালয়ত নামভৰ্ত্তি কৰি ১৯৫০ চনত মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হয়।

**উচ্চ শিক্ষা :** মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হৈ কানৈ বাণিজ্য মহাবিদ্যালয়ত নৈশ শাখাত নামভৰ্ত্তি কৰি ১৯৫৫ চনত বি কম শেষাংত পৰীক্ষাত উত্তীৰ্ণ হয়।

**ছাত্ৰ জীৱন :** ডাঙৰী উচ্চ মাধ্যমিক বিদ্যালয়ত পঢ়ি থকাৰ সময়ত বৰ্ডিঙলৈ চাউল-পাত কান্ধত ভাৰ বৈ নিজে আনিছিল। নিজৰ বস্ত্ৰ-বস্তুখিনি নিজেই কঢ়িয়াই অনাৰ দিনৰ পৰাই আত্মনিৰ্ভৰশীল মানসিকতাই গঢ় লৈ উঠে। মহাবিদ্যালয়ত নাম লিখোৱাই ডিব্ৰুগড় জিলা উপায়ুক্ত কাৰ্যালয়ত কেৰাণী চাকৰি এটা যোগাৰ কৰি লৈ পুনৰ আত্মনিৰ্ভৰশীলতাৰ পৰিচয় দিয়ে।

ডিব্ৰুগড়ত যেচৰ সংগী আছিল শ্ৰীযুত সুৰেন্দ্ৰনাথ দহোতীয়া (প্ৰতিষ্ঠাপক অৱসৰপ্ৰাপ্ত অধ্যক্ষ, কাকপথাৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়), ড° ভূৱন চুতীয়া (অধ্যাপক, ডিব্ৰুগড় বিশ্ববিদ্যালয়), উমেশ বৰুৱা (অৱসৰপ্ৰাপ্ত বেংক বিষয়া), প্ৰফুল্ল হাতীবৰুৱা আৰু সোমেশ্বৰ মৰাণ (অৱসৰপ্ৰাপ্ত শিক্ষক)। এই বন্ধুমহলত প্ৰতিদিনেই আলোচনাৰ বিষয়বস্তু আছিল অতি পিছপৰা গাঁও অঞ্চলৰ লোকসকলক শৈক্ষিক আৰু অৰ্থনৈতিকভাৱে কেনেকৈ আগবঢ়াই আনিব পাৰি।

**কৰ্ম জীৱন :** শইকীয়াদেৱে কানৈ বাণিজ্য মহাবিদ্যালয়ত পঢ়ি থকাৰ সময়ত কেৰাণী চাকৰি কৰি নিজৰ পঢ়াৰ খৰচৰ লগতে ঘৰখন চলোৱাতো অৰিহণা যোগাইছিল। ১৯৫৮ চনত সমাজসেৱাৰ মানসেৰে কেৰাণী চাকৰি ত্যাগ কৰি কাকপথাৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ত সহকাৰী শিক্ষক পদত যোগদান কৰে। ১৯৬৬ চনত কিছু দিনৰ বাবে কাকপথাৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ত প্ৰধান শিক্ষক হৈছিল। সেই বছৰেই বিশেষ কাৰণত শিক্ষক পদ এৰিব লগা হয়।

কাকপথাৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ পৰা শিক্ষক পদ এৰি তিনিচুকীয়াৰ

ওচৰৰ মহাকালী বাগানত মুখ্য সহায়ক পদত যোগদান কৰে। সেই চাকৰিও বেছি দিন নকৰিলে। টঙনা উচ্চ মাধ্যমিক বিদ্যালয় (বেচৰকাৰী) আৰু ডিৰাক উচ্চ মাধ্যমিক বিদ্যালয় (বেচৰকাৰী)ত প্ৰধান শিক্ষক হিচাপে যোগদান কৰি শিক্ষাৰ দিশত অতি পিছপৰা অঞ্চলটোত বিদ্যালয় স্থাপনৰ ক্ষেত্ৰত বিশেষ ভূমিকা লৈছিল।

**বৈবাহিক জীৱন :** ১৯৬২ চনত উৱন সত্ৰৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰী ৰোহিতেশ্বৰ গোস্বামীদেৱৰ কন্যা প্ৰমিলা গোস্বামীক বিয়া কৰায়।

**মঞ্চত বিহু প্ৰদৰ্শন (১৯৫৯) :** ৰক্ষণশীল মৰাণ সমাজখনৰ লগত বহু যুঁজ-বাগৰ কৰি মৰাণ বিহুৱা-বিহুৱতীক মঞ্চত বিহু প্ৰদৰ্শন কৰোৱাইছিল। সেইসময়ত গুৱাহাটীকে আদি কৰি অসমৰ বহু মঞ্চত মৰাণ বিহু প্ৰদৰ্শন কৰি প্ৰশংসা বুটলিছিল। ৺ শইকীয়াদেৱ নিজেও এজন ভাল বিহুৱা আছিল। ১৯৭৯ চনৰ মৰাণ বিহুৰ সুৰেৰে নিৰ্মাণ কৰিছিল বিহুগীতৰ অভিজ্ঞ' কেছেট 'হুতৌ-পাতৌ'। যিখন কেছেট শুনিলে বিহুগীত কি তাক বুজি পোৱাত সুবিধা হয়। ১৯৭২-৭৩ চনত লাজুম সত্ৰৰ আচাৰ্য (সত্ৰাধিকাৰ) শ্ৰীশ্ৰীলিহিং চন্দ্ৰ মহন্তৰ উদ্যোগত গঠিত মায়ামৰা টিপুক সত্ৰ সংঘই মৰাণ বিহুখন বহাগৰ শুক্লা দশমীৰ পাছৰ মঙ্গল-বুধবাৰৰ সলনি বহাগৰ প্ৰথম মঙ্গল-বুধবাৰৰ পৰা বিহু অনুষ্ঠিত কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰে। এই সিদ্ধান্তৰ প্ৰতি শইকীয়াদেৱে পূৰ্ণ সমৰ্থন জনাই কাৰ্যকৰী কৰাৰ বাবে গাঁৱে-ভূঞে সভা-সমিতি পাতি ৰাইজক আহ্বান জনাইছিল। ১৯৫২-৫৩ চনত উৱন সত্ৰৰ সত্ৰাধিকাৰ পূৰ্ণভূজদেৱে বহাগৰ ১ তাৰিখৰ পৰা বিহু অনুষ্ঠিত কৰিবলৈ লোৱাতো শইকীয়াদেৱে সহযোগ কৰিছিল।

উল্লেখযোগ্য যে শইকীয়াদেৱৰ বিশেষত্ব হ'ল শইকীয়াদেৱে অসমৰ প্ৰায় সকলো জাতি-জনজাতিৰ লোকগীতৰ সুৰ জানিছিল।

**অসম মৰাণ সভাত যোগদান :** মটক ছাত্ৰ সন্মিলনৰ লগত জড়িত মোহন শইকীয়াদেৱ ১৯৬৫ চনত অসম মৰাণ সভাৰ প্ৰতিষ্ঠাপক সাধাৰণ সম্পাদক হয়। সাধাৰণ সম্পাদকৰ কাৰ্যকালচোৱাত অসমৰ ৰাজধানী শিলংত মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহা, শৰৎচন্দ্ৰ সিংহ, শিক্ষামন্ত্ৰী দেৱকান্ত বৰুৱা আদিক লগ কৰি মৰাণসকলৰ লগতে পিছপৰা অঞ্চলৰ জাতি-জনজাতিসমূহৰ উন্নয়নৰ বাবে আবেদন অভিযোগ দাখিল কৰিছিল। সেই সময়ত শইকীয়াদেৱক বিশেষভাৱে সহযোগ কৰিছিল শদিয়া সমষ্টিৰ বিধায়ক তথা মন্ত্ৰী ৺দেবেন্দ্ৰ নাথ হাজৰিকা আৰু হাজৰিকাদেৱৰ পাছত হোৱা বিধায়িকা শ্ৰীমতী তৰুলতা বড়াই। শইকীয়াদেৱে ডিব্ৰুগড় জিলাৰ পিছপৰা অঞ্চলসমূহৰ সামগ্ৰিক উন্নয়নৰ বাবে মহাবিদ্যালয়, বিদ্যালয়

নিৰ্মাণ, বাট-পথ নিৰ্মাণ, চিকিৎসালয় নিৰ্মাণ, কল-কাৰখানা নিৰ্মাণ আদি সকলো দিশ সামৰি হ্ৰস্বম্যাদী আৰু দীৰ্ঘম্যাদী দুটা ভাগত বিভক্ত এখন আঁচনি প্ৰস্তুত কৰি মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহা দেৱৰ হাতত প্ৰদান কৰিছিল। যিখন আঁচনিৰ সহায়ত পাছলৈ পৰ্য্যায়ক্ৰমে চৰকাৰী আঁচনি গ্ৰহণ কৰাত সুবিধা হৈছিল। প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধী, ৰাষ্ট্ৰপতি ফকৰুদ্দিন আলি-আহমেদক লগ কৰি মৰাণ জনগোষ্ঠীটোৰ সামগ্ৰিক উন্নয়ণৰ বাবে দাবী জনাইছিল।

**কানি নিবাৰণ :** পিছপৰা জনগোষ্ঠীসমূহৰ মাজত কানি ৰৰবিহৰ অবাধ প্ৰচলন বন্ধ কৰিবলৈ শইকীয়াৰ নেতৃত্বত অসম মৰাণ সভাই ১৯৭৫ চনৰ পৰাই জোৰদাৰ কাৰ্য্যসূচী গ্ৰহণ কৰিছিল। কানি নিবাৰণী অভিযান জোৰদাৰ কৰিবলৈ অসম মৰাণ সভাৰ অধীনত ৫২খন শাখা সমিতিও গঠন কৰা হৈছিল । শইকীয়াদেৱে ডঃ ভূৱন চুতীয়া, ধীৰেন মৰাণকে আদি কৰি নেতাসকলৰ লগত কানি বেপাৰীৰ ঘৰলৈ গৈ কানি ৰৰবিহৰ ব্যৱসায় নকৰিবলৈ আহ্বান জনাইছিল। বহু কানি বেপাৰীক আবকাৰী বিভাগৰ দ্বাৰা আটক কৰি জেল-হাজোতলৈও পঠিয়াইছিল। সেই সময়ত শইকীয়াকে আদি কৰি অসম মৰাণ সভাৰ নেতাসকলক বিশেষভাৱে উৎসাহ দিছিল ডিগবৈ বিধান সভা সমষ্টিৰ প্ৰাক্তন বিধায়ক ✓দ্বিজেশ চন্দ্ৰ দেৱ শৰ্মাই। অসম ৰাজ্যিক মাদক দ্ৰব্য নিবাৰণী পৰিষদেও অসম মৰাণ সভাক বিশেষভাৱে সহযোগিতা আগবঢ়াইছিল। শইকীয়াদেৱৰ চেষ্টাৰ ফলত মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহই কাকপথাৰত ২০ খন বিচনা যুক্ত এখন কানিয়া চিকিৎসালয় স্থাপন কৰিছিল।

**অসম আন্দোলনত যোগদান :** ১৯৭৯ চনৰ পৰা সদৌ অসম ছাত্ৰ সন্থাৰ নেতৃত্বত হোৱা অসম আন্দোলনত অসম গণ সংগ্ৰাম পৰিষদৰ বিভিন্ন বিষয়-বাৱত থাকি আন্দোলনত নেতৃত্ব প্ৰদান কৰিছিল।

**ৰাজনৈতিক জীৱন :** ১৯৭৮ চনত সাধাৰণ নিৰ্বাচনত শদিয়া বিধান সভা সমষ্টিৰ পৰা নিৰ্দলীয়ভাৱে প্ৰতিদ্বন্দ্বিতা কৰি পৰাজিত হয় । ১৯৮৫ চনৰ পৰা মৃত্যুৰ সময়লৈকে অসম গণ পৰিষদৰ সক্ৰিয় কৰ্মী আছিল।

**সাহিত্য চৰ্চা :** শইকীয়াদেৱ আছিল ইংৰাজী আৰু অসমীয়া ভাষাত লিখিব পৰা সু-লেখক। বিভিন্ন আলোচনীৰ পাতত তেখেতৰ অসংখ্য তথ্য গধুৰ প্ৰবন্ধ প্ৰকাশ পাইছিল। তেখেতৰ নিৰ্বাচিত ৰচনাসমূহ একত্ৰিত কৰি তিনিচুকীয়া জিলা সাহিত্য সভাই 'মোহন শইকীয়াৰ প্ৰবন্ধ সম্ভাৰ' নামৰ এখন গ্ৰন্থ ইতিমধ্যে প্ৰকাশ কৰিছে।

অনুন্নত শ্ৰেণীৰ উন্নয়নৰ বাবে নিঃস্বাৰ্থভাৱে আজীৱন সেৱা আগবঢ়োৱা শইকীয়াদেৱ আছিল সঁচা অৰ্থত এজন সমাজসেৱক।

# ভূমিকা

সকলো জাতি-জনগোষ্ঠীৰ দৰেই মৰাণসকলো বহু ঘাত প্ৰতিঘাত জয়-পৰাজয় পোৱা নোপোৱা হাঁহি কান্দোনৰ অভিজ্ঞতাৰে অভিজ্ঞ। নানা কৌতুহল উদ্দীপক মৰ্মন্তুদ আৰু গৌৰৱোজ্জ্বল কাহিনীৰে বঞ্চিত মৰাণসকলৰ ইতিহাস।

মৰাণসকলৰ ইতিহাস, গৌৰৱোজ্জ্বল অধ্যায়, ধৰ্মীয় পৰম্পৰা, বৈশিষ্ট্যপূৰ্ণ কৃষ্টি-সংস্কৃতি, ভাষা কৃষ্টি, অতীত আৰু বৰ্তমানৰ অৰ্থনৈতিক অৱস্থা আৰু সকলো দিশ সামৰি এখন পূৰ্ণাঙ্গ গ্ৰন্থ আজিলৈকে প্ৰকাশ পোৱা নাই। অৱশ্যে ড° বীৰেন্দ্ৰকুমাৰ গোহাঁইদেৱৰ 'মৰাণ জনগোষ্ঠী', দীপেন মৰাণে সম্পাদনা কৰা 'চালি গেমেছা', শ্ৰীকুমাৰ দহোতীয়াদেৱৰ 'মৰাণ মটক মায়ামৰা', ঘনকান্ত মৰাণৰ 'ভূমিপুত্ৰ', তিনিচুকীয়া জিলা সাহিত্য সভাই প্ৰকাশ কৰা 'মোহন শইকীয়াৰ প্ৰবন্ধ সম্ভাৰ', সদৌ মৰাণ কলা সংস্কৃতি বিকাশ কেন্দ্ৰই প্ৰকাশ কৰা 'মৰাণ লোক সংস্কৃতি সম্ভাৰ', লীলাম্বৰ দহোতীয়াই সম্পাদনা কৰা মৰাণ সংস্কৃতিৰ ৰূপ ৰেখা আদি গ্ৰন্থ প্ৰকাশ পাইছে। ইয়াৰ উপৰিও অসম মৰাণ সভাৰ মুখপত্ৰ 'হান্দুক', সদৌ অসম মৰাণ ছাত্ৰ সন্থাৰ মুখপত্ৰ 'সৌমাৰপিৰী', মৰাণ জাতীয় মহিলা পৰিষদৰ মুখপত্ৰ 'জাগৃতি', সদৌ মৰাণ কলা-সংস্কৃতি বিকাশ কেন্দ্ৰৰ মুখপত্ৰ 'টিঙালি' আদি গ্ৰন্থ আৰু আলোচনীসমূহৰ উপৰিও নবীন আৰু প্ৰবীণ লেখকৰ ভালেমান লেখনি বিভিন্ন গ্ৰন্থ, আলোচনী আৰু বাতৰি কাকতত ইতিমধ্যেই প্ৰকাশ পাইছে।

মৰাণ জনগোষ্ঠীৰ ইতিহাস, পৌৰাণিক কীৰ্ত্তিচিহ্ন, নৃ-তাত্ত্বিক দিশ, চাহ কোম্পানীয়ে মৰাণসকলক উচ্ছেদ কৰি মাটি দখল কৰা প্ৰমাণিক তথ্য, গৌৰৱোজ্জ্বল মোৱামৰীয়া গণ-অভ্যুত্থান, বৈশিষ্ট্যপূৰ্ণ কৃষ্টি সংস্কৃতিৰ ভিতৰত বিহু, কিয়া, সবাহ, মহিলা অনুষ্ঠান, লোক-বিশ্বাস, সাজ পোচাক, খাদ্যাভ্যাস, মায়ামৰা নামধৰ্মৰ আদিগুৰু অনিৰুদ্ধদেৱৰ সাহিত্য, মৰাণসকলৰ ভাষা-কৃষ্টি, ধৰ্মীয় পৰম্পৰাকে আদি কৰি সকলো দিশ সামৰি এখন গ্ৰন্থ সম্পাদনা কৰাৰ ইচ্ছা বহুত দিনৰ পৰাই আছিল। ১৯৯৫-৯৬ চনত শ্ৰদ্ধেয় শিক্ষক দীপনকাই (মৰাণ)ৰ পৰা কিতাপ-পত্ৰ, আলোচনী আদি নি প্ৰবন্ধ সংকলন এখন সম্পাদনাৰ কাম আৰম্ভ কৰিও নানা অসুবিধাৰ বাবে বৈ যাব লগা হ'ল। বিভিন্ন গ্ৰন্থ, আলোচনী, বাতৰি কাকত আদিত প্ৰকাশিত প্ৰবন্ধ, সভা-সমিতিত পাঠ কৰা ভাষণ আদি সংগ্ৰহ

কৰি  পুনৰ মুদ্ৰণ কৰাৰ লগতে কেইটামান প্ৰবন্ধ নতুনকৈ লিখাৰ ব্যৱস্থা কৰি 'মৰাণ-মটক সমাজ-সংস্কৃতি' নামৰ গ্ৰন্থখন যুগুতাই প্ৰকাশৰ পদক্ষেপ হাতত লোৱা হয়।

ইতিমধ্যে প্ৰকাশিত লিখনিসমূহৰ বাক্য গঠন, বানান আদি পূৰ্বৰ দৰেই অবিকল ৰূপত ৰাখিবলৈ চেষ্টা কৰা হৈছে। কেইবাজনো লিখক, সম্পাদক আৰু প্ৰকাশকৰ পৰা পুনৰ মুদ্ৰণৰ বাবে আগতীয়া অনুমতি ল'ব নোৱাৰাৰ বাবে এই ছেগতে ক্ষমা খুজিলোঁ। ইয়াৰ উপৰিও আমাৰ অজ্ঞাতে হোৱা সকলো ত্ৰুটি-বিচ্যুতিৰ বাবে আমি দুঃখিত।

'মৰাণ-মটক সমাজ সংস্কৃতি' নামৰ গ্ৰন্থখনি সম্পাদনা কৰিবৰ সময়ত বিভিন্ন  আলোচনী , গ্ৰন্থ আদি সংগ্ৰহ কৰি দিয়াৰ উপৰিও দিহা-পৰামৰ্শৰে সহায় কৰা দীপন কাই, গৌতম কাই (নেওগ), বীৰেশ্বৰ চাউৰক, শিক্ষাবিদ সু-লেখক সুশীল গগৈদেৱৰ নাম লবই লাগিব। প্ৰুফ চাই সহায় কৰাৰ বাবে শ্ৰদ্ধেয় শিক্ষক সুসাহিত্যিক অতুল বৰদলৈ, বন্ধু থুলেশ্বৰ চুতীয়াৰ শলাগ ল'লো। গঠনমূলক কামৰ প্ৰতি সদায় উৎসাহ দি অহা বিপুল দহোতীয়া, মোহন মৰাণ, পত্নী সোণতৰা মৰাণ, বৌ মীনাক্ষী মৰাণৰ নাম নলৈ নোৱাৰিলো। ২০০৫ চনৰ নৱেম্বৰ মাহত 'চালি গেমেছা' নামৰ পুথিখন সম্পাদনা কৰাৰ সময়ৰ পৰা সদায় আলোচনা-বিলোচনাৰ সংগী নৱ কুমাৰ মৰাণ (ন'ভা)ক পাহৰিব পৰা নাযায়।

'মৰাণ-মটক সমাজ-সংস্কৃতি' নামৰ প্ৰবন্ধ সংকলনখন প্ৰকাশ কৰাৰ উপৰিও ভৱিষ্যতে গ্ৰন্থ প্ৰকাশ কৰাৰ লক্ষ্যৰে আমাৰ উদ্যোগত বেংমৰা প্ৰকাশন নামৰ এটি প্ৰতিষ্ঠান গঠন কৰা হয়। বেংমৰা প্ৰকাশনৰ লগত জড়িত হৈ শদিয়াৰ বিধায়ক শ্ৰীযুত বলিন চেতিয়া, ডুমডুমাৰ সমাজ-সেৱক  দিলীপ মৰাণ, আসাম এণ্টাৰপ্ৰাইজেজৰ স্বত্বাধিকাৰ মানস অমুলী, সদৌ অসম মৰাণ ছাত্ৰ সন্থাৰ সভাপতি বিৰিঞ্চি নেওঁগ, নৱ কুমাৰ মৰাণ (ন'ভা), বিপুল দহোতীয়া, থুলেশ্বৰ চুতীয়া আদিৰ আৰ্থিক সাহাৰ্য্যৰে বেংমৰা প্ৰকাশনে পোনপ্ৰথমে 'মৰাণ-মটক সমাজ-সংস্কৃতি' নামৰ গ্ৰন্থখন প্ৰকাশৰ বাবে হাতত লয়। সদাশয় সুধী সমাজে এই গ্ৰন্থখনিক আদৰি লৈ আমাৰ এই কিঞ্চিত প্ৰচেষ্টা সাৰ্থক কৰাৰ লগতে ভৱিষ্যতেও আমাক উৎসাহিত কৰিব বুলি কামনা কৰিলোঁ।

পুনৰ শ্ৰদ্ধাৰে -

দীপেন মৰাণ

০৬ অক্টোবৰ, ২০০৭

সম্পাদক

# মৰাণ-মটক : বংশীয় খেল

- দীপেন মৰাণ

প্ৰাচীন পুথি বেদ, ৰামায়ণ, মহাভাৰত, পুৰাণ আদি গ্ৰন্থসমূহত অসমৰ কোনো এটা জাতিৰ বিষয়ে বিতংভাৱে উল্লেখ নাই। দশম শতিকাত লিখিত কালিকা পুৰাণত অসমক কামপীঠ, ৰত্নপীঠ, স্বৰ্ণপীঠ আৰু সৌমাৰপীঠ নামেৰে চাৰিটা ভাগত বিভক্ত কৰাতেই ক্ষান্ত থাকিল। অসমলৈ আহোমসকল অহাৰ পাছৰ পৰাহে অসমত বুৰঞ্জী লিখাৰ পৰম্পৰা আৰম্ভ হ'ল। এই বুৰঞ্জীও আছিল ৰজাঘৰৰ বন্দনাতেই সীমাবদ্ধ। প্ৰাচীন শিলালিপি, তাম্ৰফলি, খনন কাৰ্য্যত উদ্ধাৰ হোৱা প্ৰত্নতত্ত্ব, নৃ-তাত্ত্বিক দৃষ্টিকোণ, ভাষাতত্ত্ব, বিদেশী পৰিব্ৰাজকৰ টোকা, ইংৰাজৰ শাসনকালত চাহাবসকলৰ টোকা, মুখে মুখে বাগৰি অহা কিংবদন্তি, লোক-সংস্কৃতি, লোক-বিশ্বাস আদি সম্বলৰ সহায়ত অধ্যয়ন কৰি গৱেষক পণ্ডিতসকলে অসমৰ আদিম জাতি-জনগোষ্ঠীৰ সমাজ-ব্যৱস্থা সম্পৰ্কে ইতিমধ্যেই বহু তথ্য পোহৰলৈ আনিছে। বিশেষ সম্বল থৈ যাব নোৱাৰা বুৰঞ্জী লিখিব নজনা মৰাণসকলৰ বিষয়েও গৱেষক পণ্ডিতসকলে মৰাণসকলক জনাৰ সুবিধা কৰি দিছে। অসমৰ জাতি গঠন প্ৰক্ৰিয়া আনুবংশিক লক্ষণ, শাৰীৰিক জোখ-মাখ, ভাষা-তত্ত্ব, লোক-সংস্কৃতি, লোকবিশ্বাস, কিংবদন্তি আদিৰ ওপৰত হোৱা অধ্যয়ন আৰু গৱেষণাৰ পাছত মৰাণসকল তিব্বতবৰ্মী, ইণ্ডো-মংগোলীয় প্ৰজাতিৰ বৃহৎ বড়ো গ্ৰুপৰ এটা ঠাল বুলি অসমৰ প্ৰায় সকলো গৱেষক পণ্ডিতে ঐক্যমত প্ৰকাশ কৰিছে। মৰাণ আৰু বৰাহীসকলে সুকীয়া সুকীয়াকৈ স্বাধীনভাৱে ৰাজ্য পাতি বসবাস কৰিলেও কালক্ৰমত মৰাণ আৰু বৰাহীসকল মিলি যোৱাত মৰাণসকলক বৰাহী মৰাণও বোলে। মৰাণসকলৰ আদি বাসস্থান ম্যানমাৰৰ চিণ্ডুইন নদীৰ উচ্চাংশত থকা হুকং উপত্যকাৰ মোকং আছিল। ইয়াত ময়লাং, ময়ৰাণ আৰু মৰাণ নামৰ তিনিজন ককাই-ভাইৰ মৈলাং নিজ ঠাইতে থাকে, ময়লাং নেপাললৈ যায় আৰু মৰাণ অসমলৈ আহে। অসমলৈ অহা মৰাণ নামৰ লোকজনৰ পৰাই মৰাণ জনগোষ্ঠীৰ উৎপত্তি বুলি বহু পণ্ডিতে ক'ব খোজে।

মৰাণসকল অসমলৈ অহাৰ পাছত কিছুকাল শদিয়াত বসবাস কৰাত এদিন শদিয়া সংস্কৃতিৰ সৈতে একাত্ম হৈ শদিয়াৰ কেঁচাইখাতী শালৰ উপাসক হৈ পৰে। পৰৱৰ্ত্তী সময়ত শদিয়াৰ পৰা সিঁচৰিত হৈ ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ লক্ষীমপুৰ, ধেমাজি, নাৰয়ণপুৰ, বুঢ়ী দিহিংৰ দুয়ো পাৰ, চেঁচা, দিচাং, ডিব্ৰু, ডাঙৰী, ন-দিহিং, টেঙাপানী (বৰ্ত্তমান অৰুণাচল প্ৰদেশৰ লোহিত জিলাৰ চৌখাম অঞ্চল) আদি নদীৰ পাৰৰ বিভিন্ন ঠাইলৈ সিঁচৰিত হৈ সমগ্ৰ সৌমাৰ খণ্ডত বসবাস কৰিবলৈ লয়। সৌমাৰখণ্ডত মৰাণসকলে বৰাহী, চুতীয়া, কছাৰী আদি জনগোষ্ঠীৰ সৈতে সমিলমিলেৰে স্বাধীনভাৱে ৰাজ্য পাতি বসবাস কৰিছিল। পাটকাই পাৰ হৈ ১২২৮ খৃঃত চাওলুং ছৌকাফাই অসমলৈ অহাৰ সময়ত মৰাণসকলৰ ৰজা আছিল বদৌচা আৰু বৰাহীসকলৰ সেনাপতি আছিল থাকুমথামা (থামিথুমা)। ৰজা বদৌচাৰ ৰাজ্যখনৰ চাৰিসীমা আছিল (বৰগোহাঁঞি বংশৱলীৰ মতে) পূবে চক্ৰাই নদী, পশ্চিমে ব্ৰহ্মপুত্ৰ, উত্তৰে বুঢ়ী দিহিং আৰু দক্ষিণে দিচাং নদী। চাওলুং ছৌকাফাই ইয়াতেই মৰাণসকলক লগ পাইছিল। "পাচে ৰজাই মানুহ পঠাই বোলে, আমিয়েৰে দেখা দেখি হওঁ আহক। আমি উঙনি ৰাজ্যৰ পৰা আহিছোঁ; সিবোৰ হৈছে স্থানগিৰি আমি আলহী। আমাক গাঁও-ভূঁই পৰিচয় কৰাব লাগে।" - বেণুধৰ শৰ্মাৰ 'বুৰঞ্জী সঁফুৰা' পৃঃ ৪০৮। মৰাণ ৰজা বদৌচা আৰু বৰাহীৰ সেনাপতি থাকুমথামাই চাওলুং ছৌকাফাক আদৰি আনি আথে-বেথে থাকিবলৈ দিলে। অলহী ছৌকাফাই স-সৈন্যে এনেয়ে খাই-বৈ বহি নাথাকি মৰাণ ৰজাক ৰাজ কাৰ্য্য চলোৱাত সহায়ো কৰি দিছিল। মৰাণ আৰু বৰাহী যোদ্ধাসকলক সংগঠিত কৰি শক্তিশালী বাহিনী গঢ়ি তুলিলে। ছৌকাফাই বৰাহী আৰু বদৌচাৰ কন্যাক বিয়াও কৰালে। এক কথাত সেই সময়ত বদৌচাৰ ৰাজ্যৰ অৱস্থা জয় জয় ময় ময়। পুত্ৰ সন্তান নথকা ৰজা বদৌচাৰ মৃত্যুৰ পাছত জোঁৱায়েক ছৌকাফা ৰাজ সিংহাসনত বহিল। এজন যোগ্য লোকক ৰজা হিচাপে পাই মৰাণ-বৰাহী প্ৰজাসকলে ভালেই পালে। সেই দিনাৰ পৰাই আৰম্ভ হয় ছয়শ বছৰীয়া গৌৰৱোজ্জ্বল আহোম ৰাজ্যৰ। ছৌকাফাই পূৰ্বেই সংগঠিত কৰি থোৱা মৰাণ যোদ্ধাসকলক লৈ ৰাজ্য বিস্তাৰৰ মন মেলে। বিভিন্ন জাতিৰ সৰু সৰু ৰাজ্যবোৰ ইখনৰ পাচত সিখনকৈ জয় কৰি নিজৰ দখললৈ আনে। পৰৱৰ্ত্তী আহোম ৰজাসকলেও ৰাজ্য বিস্তাৰ অব্যাহত ৰাখিছিল। ছৌকাফাৰ সময়ৰ পৰা মোৱামৰীয়া গণ অভ্যুত্থানৰ আগলৈকে আহোম ৰজাৰ ৰাজ্য বিস্তাৰ আৰু দেশৰ নিৰাপত্তাৰ ক্ষেত্ৰত মৰাণ যোদ্ধাসকলে বিশেষ ভূমিকা গ্ৰহণ কৰিছিল। " আহোম ৰজাৰ হস্তী বাহিনী আৰু কাঢ়ী বাহিনী মৰাণ যোদ্ধাসকলৰ তত্ত্বাৱধানত আছিল।" - ড° স্বৰ্ণলতা

বকব্বা - সদৌ অসম মৰাণ ছাত্র সন্থাৰ মুখপত্র 'সৌমাৰগিৰী' - অষ্টম সংখ্যা।

হৌকাফাৰ দিনৰ পৰা ১৮ শতিকালৈকে আহোম ৰজাসকলৰ সামৰিক বাহিনীত মৰাণ যোদ্ধাসকলে মুখ্য ভূমিকা গ্রহণ কৰা আৰু ৰজাঘৰৰ সৈতে সুসম্পৰ্ক থকাৰ কাৰণেই আহোম ৰজাঘৰে মৰাণ-বৰাহীসকলক গা-ধন লোৱা, গা-খাটি দিয়া, কৰ লোৱা আদিৰ পৰা ৰেহাই দিছিল। "১৮ শ শতিকালৈকে প্রায় স্বাধীনমনে থকা মৰাণসকলৰ ওপৰত বিশেষ ক্ষমতা প্রতিষ্ঠা কৰা নাছিল। ১৮ শ শতিকাৰ পিছতহে মৰাণসকলৰ ওপৰত গা-খাটি দিয়া, কৰ দিয়া আদি ব্যৱস্থা জাপি দিয়া হৈছিল।" - ড০ ভুবন গঁগে - চালি গেমেছা -পৃঃ ১৬।

ছয়শ বছৰীয়া গৌৰৱোজ্জ্বল আহোম ৰাজ্যৰ ৰজাঘৰ আৰু ডা-ডাঙৰীয়াসকল পাছলৈ অত্যাচাৰী হয়। সাধাৰণ প্রজাৰ ওপৰত চলোৱা অন্যায়, অত্যাচাৰ, উৎপীড়ণৰ ফলত ৰজাঘৰৰ সৈতে মৰাণসকলৰ সু-সম্পৰ্ক নাইকীয়া হ'ল। ক্ষমতাত বলীয়ান ৰজা আৰু ডা-ডাঙৰীয়াসকলে সাধাৰণ প্রজাৰ ওপৰত চলোৱা শোষণ, অত্যাচাৰ, উৎপীড়ন আদিৰ বিৰুদ্ধে মোৱামৰীয়া মহন্ত অষ্টভূজদেৱৰ উদ্যোগত নিষ্পেষিত, শোষিত পাইকসকল একগোট হৈ নাহৰ খোৱা মৰাণ (শইকীয়া), পুতেক ৰমাকান্ত মৰাণ (শইকীয়া), ৰাঘৱ মৰাণ (নেওগ), নাহৰ খোৱা শইকীয়াৰ দুই পত্নী ৰাধা (ভাতুকী), ৰুকমিনী (ভাবুলি), বায়ন ডেকা(মহন্ত) আৰু গোবিন্দ গাঁওবুঢ়া, গাগিনী বৰডেকা (সপ্তভূজ)ৰ নেতৃত্বত মোৱামৰীয়া গণ-অভ্যুত্থান গঢ়ি তুলিলে ১৭৬৯ চনত। ৰাজকোঁৱৰ মোহনমালা গোঁহাইৰ বিদ্রোহৰ প্রতি সমৰ্থন আছিল। ১৭৬৯ খৃঃৰ ২১ নৱেম্বৰ তাৰিখে ছশ বছৰীয়া আহোম ৰাজবংশৰ শাসন ওফৰাই বিদ্রোহীয়ে ৰাজসিংহাসন দখল কৰি ৰমাকান্তক ৰজা আৰু ৰাঘৱক বৰবৰুৱা পাতিলে। ২১ নৱেম্বৰৰ পৰা ১৭৭০ চনৰ ১১ এপ্রিললৈকে পাঁচমাহকাল ৰমাকান্ত আৰু ৰাঘৱৰ শাসন চলিল। আহোম ৰজাঘৰৰ বাহিনীয়ে বৰবৰুৱা ৰাঘৱৰ ঘৰত হুঁচৰি মৰাৰ চলেৰে অতৰ্কিতে আক্রমণ কৰি ৰজা ৰমাকান্ত, বৰবৰুৱা ৰাঘৱক হত্যা কৰে। সত্রাধিকাৰ অষ্টভূজ আৰু ডেকা মহন্তসকলক হত্যা কৰি আহোম ৰজাঘৰে হেৰুৱা সিংহাসন পুনৰ উদ্ধাৰ কৰি স্বৰ্গদেউ লক্ষ্মী সিংহক পুনৰ ৰাজপাটত বহুৱায়। লক্ষ্মী সিংহই ৰাজসিংহাসন দখল কৰিলে যদিও মোৱামৰীয়া গণ-অভ্যুত্থান ১৮০৬ চনলৈকে চলিয়েই থাকিল। এই মোৱামৰীয়া গণ-অভ্যুত্থান ইতিহাসৰ এক উল্লেখযোগ্য অধ্যায়।

গণ অভ্যুত্থানৰ ভয়ংক সময়তে মৰাণসকলে বুৰুক চুতীয়া খেলৰ গণ-অভ্যুত্থানৰ আন এজন নেতা সৰ্বানন্দ সিংহ (মেজেৰা) নেতৃত্বত ১৭৮৮ খৃঃত

বেংমৰাত মটক ৰাজ্যৰ প্ৰতিষ্ঠা কৰে। সৰ্বানন্দৰ মটক ৰাজ্যৰ চাৰিসীমা আছিল - ন দিহিং, ব্ৰহ্মপুত্ৰ আৰু দক্ষিণে দক্ষিণ পৰ্বতলৈকে (Imperial Gazzeters-1881)। অৰ্থাৎ গুঁইজানত গোবৰ গঞা, ডিব্ৰু নদীৰ পাৰৰ ডিব্ৰুগড়ৰ আশে-পাশে 'ডিব্ৰুৱাল', দহোতীয়া গাঁও (ডুমডুমা)ত দহোতীয়া, কাছমাৰী তিনিচুকীয়াত 'কাছগঞা', তালাপত 'তেলেপীয়া', ৰূপাইত 'ৰূপাই গঞা', চৌকিডিং বাগান, চৌকিডিং বিমান বন্দৰত 'চকৰী গঞা' (সৰু চকৰী, বৰ চকৰী), ডুলিয়া গাঁও, ডুলিয়াজানত 'ডুলিয়া' আৰু 'ডুলিয়া বৰুৱা', দাইছাজান (ডুমডুমা)ত 'দাইছাল' আৰু দাওচলীয়া, নাওশলীয়া (ডুলিয়াজানৰ ওচৰত) 'নাওঁহলীয়া', খেলাখাট বাগিছা, গেলাপুখুৰী বাগিছা, নেমুগুৰি বাগিছা তিনিচুকীয়াৰ গেলাপুখুৰী, খাটোৱাল গাঁৱত (গেলা খাটোৱাল, মৌ পিয়া খাটোৱাল, নালেকুৱা খাটোৱাল, তুঁহমাৰি খাটোৱাল, ডিমৌগুৰীয়া খাটোৱাল, শেনীয়া খাটোৱাল), হলৌটুপ বাৰেকুৰিত 'হলৌখোৱা', শিলিখা বাগানত 'শিলিখাঘটীয়া', তিনিচুকীয়াৰ দক্ষিণ অঞ্চলত বুকক চুতীয়া, গৈগপানী, ৰমাই গাভৰু (ডুমডুমা) অঞ্চলত নাহৰখোৱা মৰাণ (শইকীয়া) আৰু ৰাঘব মৰাণ (নেওগ)ৰ পৰিয়ালৰ পুৰণি মাউতসকল, মৰাণত বিভিন্ন বংশৰ মৰাণসকল, খোৱাং হালধিবাৰীত 'হালধিবৰীয়া চেতিয়া', চেঁচা নদীৰ পাৰত 'চেকি গঞা', 'চাচন গঞা', 'চেঁচাপৰীয়া', কচুজান/লাইপুলিত, কছাৰী গঞা, চাবুৱাত পহুকাঁড়ী আৰু সমগ্ৰ মটক ৰাজ্যখনতেই অন্যান্য খেলৰ মৰাণসকলৰ লগতে আহোম ৰজাঘৰৰ বিষয়বাব পোৱা বৰা, শইকীয়া, নেওগ, চক্ৰধৰা, ৰাজখোৱা, হাজৰিকা, দুৱৰা আদি উপাধিৰ খেল-বংশৰ লোকসকলে বসবাস কৰিছিল। অষ্টভূজে বাৰজন ভকতক একগোট কৰি ভজন দি বাৰেকুৰি নামঘৰ আৰু আকৌ ১৬ জন ভকতক ভজন দি ষোলকুৰি নামঘৰ পাতি থৈ গৈছিল। এক কথাত মৰাণসকলে শৰ সামৰিবৰ সময়ত মাটি কিনাৰ নামত পইচা দিব নলগীয়া ঠাইত (আদিম বাসস্থান) স্বৰ্গদেউ সৰ্বানন্দ সিংহই মটক ৰাজ্য প্ৰতিষ্ঠা কৰিছিল। উল্লেখযোগ্য যে আহোম ৰজাৰ শাসন কালত গৈগপানী, গাভৰুভেটি (ডুমডুমা) অঞ্চলত নাহৰখোৱা মৰাণ আৰু ৰাঘৱৰ পৰিয়ালে আকৌ তিনিচুকীয়াৰ দক্ষিণ অঞ্চলত সৰ্বানন্দ সিংহৰ পৰিয়ালে প্ৰায় স্বাধীনভাৱে ৰজাৰ দৰেই শাসন কৰিছিল।

**মৰাণসকলৰ ধৰ্ম :** শংকৰ-মাধৱৰ অনুগামী কাল সংহতিৰ স্ৰষ্টা গোপাল আতাৰ শিষ্য অনিৰুদ্ধদেৱৰ প্ৰণীত মায়ামৰা নামধৰ্মত মৰাণসকলে অনিৰুদ্ধদেৱৰ পৰা চতুৰ্ভূজদেৱৰ দিনৰ ভিতৰ শৰণ লৈছিল। মায়ামৰা নামধৰ্ম গ্ৰহণ কৰাৰ আগলৈকে মৰাণসকল কিৰাত-কিৰাতী বা শিৱ-পাৰ্বতীৰ ভক্ত আছিল। গাতিগিৰী, মাটিগিৰী,

জলগিৰী, থলগিৰী, অপদেৱতা আৰু সকলো জীৱ-জন্তু আৰু গছ-গছনিৰ সৃষ্টিকৰ্তা হ'ল কিৰাত-কিৰাতী (শিৱ-পাৰ্বতী)। সেয়েহে মৰাণসকলে জল, থল, জীৱ-জন্তু, গছ-গছনিৰ ৰখীয়া-পলীয়া (ডাঙৰীয়া - শিৱ-পাৰ্বতী) থাকে বুলি বিশ্বাস কৰে। হাতীৰ সদন-মদন , চু'হা-চু'পহা, সুভচনী, পশুৰ বুঢ়া-বুঢ়ী, মহৰ কা-কালিকা, গৰুৰ লক্ষ্মী (আই ভগৱতী), বৰআই, সৰুআই, ধান-চাউল, ধন সম্পদৰ গৰাকী আই ভগৱতী আদি বিভিন্ন নামেৰে শিৱ-পাৰ্বতীক পূজা-পাতল কৰে। কিৰাত-কিৰাতীৰ ভক্ত মৰাণসকল পাছলৈ শদিয়াৰ বুঢ়া-বুঢ়ী, তাম্ৰেশ্বৰী, কেঁচাইখাতী মন্দিৰৰ উপাসক হয়। শদিয়াৰ কেচাইখাতী শালৰ উপৰিও বিভিন্ন ঠাইত কেঁচাইখাতী গোঁসানীৰ শালকেন্দ্ৰিক 'শাল' (দেওশাল, দেওচাং) স্থাপন কৰি বলি-বিধানেৰে পূজা-পাতল কৰিছিল। শস্যৰ শ্ৰীবৃদ্ধি, দেশৰ মঙ্গল, মাৰিমৰকৰ পৰা ৰক্ষা পোৱা, যুদ্ধ-বিগ্ৰহত জয়লাভ আদিৰ বাবে বিভিন্ন ঠাইত থকা দেওশাল, দেওচাংবোৰত হাঁহ, পাৰ, ছাগলী, মহ আনকি নৰবলিও দিয়া হৈছিল। সেইসময়ত মৰাণসকলৰ মাজত মাছ-মঙহ আৰু মদৰ প্ৰচলন আছিল অবাধ। মায়ামৰা নাম-ধৰ্ম গ্ৰহণ কৰাৰ পাছত শালকেন্দ্ৰিক পূজা-পাতল সত্ৰসমূহৰ চাৰিবেৰৰ মাজলৈ লৈ অহা হ'ল। অতি উদাৰ গণতান্ত্ৰিক উচ্চ-নীচ ভাৱ নথকা অনিৰুদ্ধদেৱে নামনিৰ পৰা অহা মূৰ্তি, বামুণ আদিৰ পৰিৱৰ্তে অসমৰ জাতি-জনগোষ্ঠীসমূহৰ পুৰণি ৰীতি-নীতিৰ সৈতেহে আপোচ কৰিছিল। এনে আপোচৰ ফলস্বৰূপেই সত্ৰসমূহৰ বিভিন্ন তিথিত মাছ, হাঁহ, পাৰ, ছাগলী আদিৰে যজ্ঞ পতাৰ পৰম্পৰাই স্থান লাভ কৰিবলৈ সক্ষম হয়। কোনো কোনো সত্ৰই মাহ-প্ৰসাদ দি সত্ৰত বিষ্ণু মূৰ্তি স্থাপন কৰি ব্ৰাহ্মণ পণ্ডিত লৈ নাম-কীৰ্তন কৰি তিথি-পাৰ্বন আদি অনুষ্ঠিত কৰে যদিও শিষ্যসকলে ঘৰত পশু-পক্ষী বধ কৰি বিভিন্ন ধৰণৰ পূজা-পাতল কৰে। ইয়াৰ মূলতেই হ'ল এই সত্ৰাধিকাৰসকলে আগস্থান দিলে নামনিৰ পৰা অহা, বামুণ-পণ্ডিত আৰু বিষ্ণু (শ্ৰীকৃষ্ণ)ৰ মূৰ্তিক আৰু শিষ্যসকলৰ অধিকাংশই আগস্থান দিলে পুৰণি ৰীতি-নীতিসমূহক।

**মৰাণ-মটকৰ সম্বন্ধ :**

অনিৰুদ্ধদেৱৰ প্ৰণীত মায়ামৰা নাম-ধৰ্ম গ্ৰহণ কৰাৰ পাছৰ পৰা মৰাণসকলক মায়ামৰীয়া, মোৱামৰীয়া নামেৰে জনাজাত হয়। যদিও অতোতকৈ আগৰে পৰা চাওলুং চুকাফাৰ দিনৰ পৰাই মৰাণসকলক মটক বুলিও জনা যায়। এটি সন্তান জন্মৰ পাছত মাক-দেউতাকে বা আত্মীয়ই তাৰ এটা নাম দিয়ে। পাছলৈ সি সেই নামেৰেই জনাজাত হয়। টাই জাতিৰ চুকাফাৰ বংশৰ সকলক অসমৰ

আদিমবাসীসকলে নাম দিছিল আহোম। সৌ সিদিনা অসমলৈ অহা চাওতাল, মুণ্ডা, ঝাৰখণ্ডী, উড়িয়া আদি একান্নবৈটা জাতিক একেলগ কৰি অসমবাসীয়ে নাম দিছিল 'চাহ-জনজাতি'। আহোম, চিংফৌ, খামতিসকলে মৰাণসকলৰ নাম দিলে মটক। ড০বীৰেন্দ্ৰ কুমাৰ গোহাঁইদেৱৰ ভাষাৰে ক'বলৈ হ'লে – "মৰাণ নিজৰ নাম আৰু মটক আনে দিয়া নাম।" (মৰাণ জনগোষ্ঠী)। "বৰাহী মৰাণসকলেই মূল মটক" - ড০ ভূবন গঁগৈ ( 'সৌমাৰগিৰী' - অষ্টম সংখ্যা)। তাই ভাষাবিদ ৰায়চাহাব গোলাপচন্দ্ৰ বৰুৱাৰ মতে " আহোম ভাষাত মটক শব্দৰ অৰ্থ পৰীক্ষিত, পণ্ডিত। চিংফৌ আৰু খামতি ভাষাত বলবান বা বলী।" অনিৰুদ্ধদেৱৰ মায়ামৰা নাম-ধৰ্ম গ্ৰহণ আৰু মোৱামৰীয়া গণ-অভ্যুত্থানৰ পাছৰ পৰাই মৰাণসকলক বহুলভাৱে মায়ামৰা, মোৱামৰীয়া আৰু মটক নামেৰে জনাজাত হয়। মৰাণসকলক মটক নামেৰে বহুলভাৱে জনাজাত হোৱাৰ বাবেই ৰায় চাহাব গোলাপচন্দ্ৰ বৰুৱাৰ তাই ভাষাৰ 'আহোম বুৰঞ্জী', চাৰ এডৱাৰ্ড গেইট চাহাবৰ 'A History of Assam', শ্ৰীনাথ বৰবৰুৱাৰ 'তুংখুঙীয়া বুৰঞ্জী', 'Census Report - 1881', 'Census Report of Assam -1891' মণিৰাম দেৱানৰ বুৰঞ্জী 'বিবেক ৰত্ন'কে আদি কৰি প্ৰায় সকলো বুৰঞ্জীতেই মৰাণসকলক ক'ৰবাত মৰাণ, ক'ৰবাত মটক, ক'ৰবাত মায়ামৰীয়া আৰু ক'ৰবাত মোৱামৰীয়া বুলি উল্লেখ কৰা হৈছিল। তাই পণ্ডিত চাও ইন্দ্ৰমোহন বৰুৱাই মৰাণসকল 'গুৰু ফৈদ'ৰ আৰু মটকসকল 'শাসক ফৈদ'ৰ বুলিও ক'ব খোজে - 'মায়ামৰা সমাজ চয়নিকা' - পৃঃ ৭৮। মৰাণসকলৰ এনে গুৰুফৈদ আৰু শাসকফৈদ সম্পৰ্কে কেৱল চাও ইন্দ্ৰমোহন বৰুৱাইহে মত আগবঢ়োৱাতো তাৎপৰ্য্যপূৰ্ণ। আচলতে মৰাণ আৰু মটক দুয়োটা শব্দই সমানে প্ৰচাৰিত। মৰাণসকলৰ বুকক-চুতীয়া, লফাই-চুতীয়া, শালিকি-চুতীয়া, দহোটীয়া, গোবৰ গঞা, চকৰী গঞা (সৰু চকৰী, বৰ চকৰী), কাছ গঞা, কছাৰী গঞা, কাঁড়ী গঞা, কাড়ী বৰা, দুলীয়া, দুলীয়া বৰুৱা, দাইছাল, খাটোৱাল আদি বিভিন্ন খেল বংশৰ কথা বাদেই একেটা পৰিয়ালৰ কিছু লোকে নিজকে মটক আৰু কোনো কোনোৱে নিজকে মৰাণ বুলি পৰিচয় দিয়ে। টিপুক সত্ৰৰ শাখা সত্ৰসমূহ, মদাৰখাট, দিনজয়, পুৰণিমাটি, গড়পৰা আৰু বগৰীতলি আদি সত্ৰৰ মাজত ধৰ্মীয় ৰীতি-নীতিৰ ক্ষেত্ৰত সামান্য পাৰ্থক্য থকা, অমৰাণ লোক টিপুক সত্ৰৰ শিষ্য নথকাৰ আঁচিলাত বহুতে টিপুক সত্ৰৰ শিস্যসকলক মৰাণ আৰু আনসকলক মটক বুলি ক'ব খোজে। ওপৰত উল্লেখিত খেল-বংশসমূহত কিছুলোক পুৰণি মাটি, গড়পৰা, দিনজয়, মদাৰখাট, বগৰীতলীয়া, আদি সত্ৰৰ শিষ্য আৰু কিছুলোক টিপুক সত্ৰৰ শাখা সত্ৰসমূহৰ শিষ্য। গতিকেই

মৰাণসকল গুৰুফৈদৰ আৰু মটকসকল শাসক ফৈদৰ বুলি কোৱা চাও ইন্দ্ৰমোহন বৰুৱাৰ মত গ্ৰহণযোগ্য নহয়। লগে লগে টিপুক সত্ৰৰ শিষ্য তথা তিনিচুকীয়া জিলাৰ বাসিন্দাসকলক মৰাণ আৰু আন সত্ৰৰ শিষ্যসকলক মটক বুলি কোৱাটো পুতৌজনক। আচলতে মৰাণ আৰু মটক ইটোৱে সিটোৰ পৰিপূৰক শব্দ। মটক-মৰাণ সম্পৰ্কে বেণুধৰ শৰ্মাৰ ভাষাৰে ক'বলৈ হ'লে - "ধাৰেৰে মাৰিলেও যেই গদীৰে মাৰিলেও সেই মৰাণেই মটক মটকেই মৰাণ।" (বুৰঞ্জী সঁফুৰা - ৪১৯)।

বুৰঞ্জীবিদ সূৰ্য্যকুমাৰ ভূঞাৰ লিখনিত পোৱা যায় -'The word Matak by which the Morans and loosely the Moamorias are known is also applied to a robust and sturdly man lacking in refinement and no easily amenable to reason (Anglo-Assamese Relation - P-255) । তাই [illegible] পৰা ইংৰাজীলৈ অনুবাদ হোৱা ৰায়চাহাব গোলাপচন্দ্ৰ বৰুৱাৰ আহোম বুৰঞ্জীত উল্লেখ আছে " The King Sukapha brought with him a Matak family from Tipam" - P - 38 আৰু এঠাইত আছে 'The King appointing three Katakies, one Komataswar, one Chutia of Matak origin and one Kuchari of Naga origin' - P-38 ।

মটক ৰজা সৰ্বানন্দ সিংহৰ বংশধৰ বুৰুক চুতীয়া খেলৰ কোনো কোনোৱে নিজকে চুতীয়া জাতিৰ লোক বুলি ক'ব খোজে। গবেষক পণ্ডিত সুশীল গগৈদেৱৰ ভাষাৰে - " প্ৰচিন বেংমৰা মটক ৰাজ্যৰ ৰাজ বংশাৱলীৰ লোকসকলে নিজকে বুৰুক-চুতীয়া ফৈদৰ চুতীয়া জাতিৰ লোক বুলি পৰিচয় দিয়ে। পিছে বুৰুক চুতীয়া হৈও তেওঁলোকৰ পূৰ্বপুৰুষে প্ৰতিষ্ঠা কৰা ৰাজ্যখনৰ নাম বেংমৰা মটক ৰাজ্য হ'বলৈ পালে কেনেকৈ। এই প্ৰশ্নৰ সামূহিক উত্তৰ হ'ল তেওঁলোক দৰাচলতে Matak origin, অৰ্থাৎ নৃগোষ্ঠীয়ভাৱে মটকহে। সেয়েহে মটক ৰাজ্য।" (মৰাণ জাতীয় মহিলা পৰিষদৰ মুখপত্ৰ 'জাগৃতি'ৰ পঞ্চম সংখ্যা)। বুৰুক চুতীয়া, লফাই চুতীয়া, শ্ৰেণীয়া চুতীয়া, হালুকী চুতীয়া আদি মৰাণসকলৰ বহু বংশীয় খেলৰ একোটা বংশীয় খেলহে। চুতীয়া জাতিৰ অংগ নহয়। বুৰুক চুতীয়া খেলৰ সৰ্বানন্দ সিংহৰ বংশধৰসকল প্ৰকৃততে মৰাণ জাতিৰ লোক নহৈ চুতীয়া জাতিৰ লোক হোৱা হ'লে মোৱামৰীয়া গণ-অভ্যুত্থানত বিশেষ ভূমিকা গ্ৰহণ কৰা মৰাণসকলে যেজেৰা সৰ্বানন্দক মোৱামৰীয়া গণ অভ্যুত্থান চলি থকাৰ সময়ত মৰাণসকলৰ মূল বাসস্থান থকা অঞ্চলত কেতিয়াও ৰজা নকলেহেঁতেন।

অনিৰুদ্ধদেৱৰ প্ৰণীত মায়ামৰা নাম-ধৰ্ম গ্ৰহণ আৰু মোৱামৰীয়া গণ অভ্যুত্থানত অংশগ্ৰহণ কৰি আহোম-চুতীয়া-কোচ-কলিতা-কৈৱৰ্ত আদি বিভিন্ন

জনগোষ্ঠীৰ লোক মটক বা মায়ামৰা বা মোৱামৰীয়া হৈছিল যদিও এই সংখ্যা তেনেই নগন্য। ৰজা ৰমাকান্ত বৰবৰুৱা, ৰাঘৱ, সত্ৰাধিকাৰ অষ্টভূজ, ডেকামহন্ত সপ্তভূজক হত্যা কৰি আহোম ৰজাঘৰে ৰাজকাৰেং পুনৰ দখল কৰাৰ পাছত আৰম্ভ হয় মটক-মৰাণ মায়ামৰা নিধন যজ্ঞ। ৰাজপাটত উঠিয়েই লক্ষ্মী সিংহই আজ্ঞা দিছিল "মৰাণ যেয়ে য'তে পাই ধৰি মাৰক; ধৰিও আনক (ড০ অমলেন্দু গুহ - বৈষ্ণববাদৰ পৰা মোৱামৰীয়া বিদ্ৰোহলৈ - পৃঃ ৫২)। স্বৰ্গদেউ গৌৰীনাথ সিংহ ১৭৮০-৯৫ৰ দিনত ১৭৮৩ খৃঃ ১১ এপ্ৰিলৰ দিনা ৰাতি মোৱামৰীয়া বিদ্ৰোহীয়ে অতৰ্কিতে দোলাঘৰীয়া চ'ৰা, বৰ চ'ৰা, শিঙৰী ঘৰ আৰু হোলোং ঘৰৰ উপৰিও বৰগোহাঁই, বৰপাত্ৰ গোহাঁইৰ ঘৰত জুই লগাই দিলে। স্বৰ্গদেৱে সেইদিনা কথমপিহে ৰক্ষা পাইছিল। স্বৰ্গদেউ গৌৰীনাথ সিংহই ২৩ এপ্ৰিলৰ দিনা মায়ামৰা হত্যাৰ আদেশ জাৰি কৰিলে। দোষী-নিৰ্দোষীৰ বিচাৰ নাই। ডেৰ-মাহ ধৰি ৰজাঘৰীয়াই চহৰে চহৰে মায়ামৰীয়াক পুত্ৰ ভাৰ্যা সমন্বিতে ধৰি ধৰি মাৰিলে "বৈষ্ণববাদৰ পৰা মায়ামৰা বিদ্ৰোহলৈ - পৃঃ ৫৫)। মায়ামৰা নামধৰ্ম গ্ৰহণ কৰা অমৰাণ মটকসকলৰ বেছি সংখ্যকেই তেতিয়া মায়ামৰা ধৰ্ম ত্যাগ কৰি নিজ নিজ জাতিলৈ পুনৰ ঘূৰি গৈ ৰজাঘৰৰ সৈতে সু সম্পৰ্ক থকা সত্ৰসমূহৰ শিষ্য হৈছিলগৈ। তেতিয়াও যিসকল অমৰাণ লোক মায়ামৰা ধৰ্মত থাকি গ'ল বা সৰ্বানন্দ সিংহৰ দিনত মায়ামৰাত শৰণ লৈছিল সেইসকলে নিজকে চুতীয়া মটক, কৈবৰ্ত্ত মটক, কোঁচ মটক, কলিতা মটক, আহোম মটক বুলিহে পৰিচয় দিয়ে। সেয়েহে এই কথা ক'ব পৰা যায় যে বৰ্তমান নিজকে মটক বুলি পৰিচয় দিয়াসকলৰ অধিকাংশ লোক বিভিন্ন খেল-বংশৰ আদিম মৰাণ-মটক জনগোষ্ঠীৰ লোক।

মৰাণসকল বৰ্তমান তিনিচুকীয়া আৰু ডিব্ৰুগড় জিলাতেই বসবাস কৰে যদিও শিৱসাগৰ, যোৰহাট, লক্ষীমপুৰ, নাৰায়ণপুৰ, গোলাঘাট, ধেমাজি আদি জিলাৰ বিভিন্ন ঠাইত বসবাস কৰি আছে। মৰাণসকল বৰ্তমান পুৰণি মাটি, দিনজয়, মদাৰখাট, গড়পৰা, বগৰীতলি, টিপুক সত্ৰৰ বাৰখন শাখা সত্ৰৰ শিষ্য। চাওলুং চৌকাফাৰ দিনৰ পৰা আহোম ৰজাসকলে ৰজাঘৰত বৰা, নেওগ, শইকীয়া, দুৱৰা, ফুকন, বৰপাত্ৰ, ৰাজখোৱা, চক্ৰধৰা, চাওদাং বৰুৱা, যাঠিধৰা আদি নানান বিষয়বাব দি যিমান সংখ্যক মৰাণলোকক আহোমৰ জাতত তুলিলে ইংৰাজৰ শাসন কাল (১৮২৬)ৰ পৰা বৰ্তমানলৈকে এই সময়ছোৱাত বেছি সংখ্যক মৰাণ লোক আহোম চুতীয়া আদি জাতিলৈ উত্তৰণ হ'ল। ইয়াৰ মূলতেই —

১। মোৱামৰীয়া গণ-অভ্যুত্থানৰ সময়ত আহোম ৰজাঘৰে ৰজা ৰমাকান্ত,

বৰবকৰা বাঘৰ, অষ্টভূজ গুৰুক হত্যা কৰি পুনৰ ৰাজকাৰেং দখল কৰাৰ পাছত মায়ামৰা নিধন যজ্ঞ পতাৰ সময়ত বহু মৰাণ লোকে অকা, দফলা, জয়ন্তীয়া, অৰুণাচলৰ বিভিন্ন ঠাসত পলাই প্ৰাণ ৰক্ষা কৰিছিল। বিভিন্ন ঠাইত পলাই থকাসকল নিজ ঠাইলৈ ঘূৰি অহাৰ পাছত আহোম, চুটীয়া আদি বিভিন্ন জনগোষ্ঠীৰ সৈতে সান-মিহলিভাৱে বসবাস কৰিবলগীয়া হয়। লাহে লাহে সেই ঠাইৰ জনগোষ্ঠীৰ সৈতে মিলি গৈ সেই ঠাইৰ সংস্কৃতি গ্ৰহণ কৰি শইকীয়া, বৰা, গোঁহাই, গগৈ, চেতিয়া, ফুকন আদি উপাধি গ্ৰহণ কৰি আহোম বা চুটীয়া লোক বুলি পৰিচয় দিবলৈ লয়।

২। ইয়াণ্ডাবু সন্ধি (১৮২৬)ৰ পাছত অসমখন ইংৰাজৰ হাতলৈ যায়।ইয়াৰ কিছুবছৰৰ পাছত ১৮৪০ খৃঃত মটক ৰাজ্যখন ইংৰাজৰ অধীন হয়। সমগ্ৰ অসমখন ইংৰাজ হাতলৈ যোৱাৰ পাছত সাধাৰণ কৃষক-[illegible]সকলক শোষণ কৰি খোৱাৰ ক্ষমতা আহোম ৰাজবংশ, বামুণ-কলিতা, ডা-ডাঙৰীয়া, বিষয়া-কৰ্মচাৰীৰ সলনি ইংৰাজ চাহাবসকলৰ হাতলৈ যায়। ফলত মোৱামৰীয়া গণ-অভ্যুত্থানত নেতৃত্ব দিয়া মৰাণসকলক আহোম ৰাজবংশৰ লোক আৰু ডা-ডাঙৰীয়াসকলে হীন দৃষ্টিৰে চাইছিল আৰু সুবিধা পালেই ইতিকিং কৰিছিল। বিদ্ৰোহৰ নেতাসকলৰ চৰিত্ৰত কলংক সানিবলৈ চেষ্টা চলাইছিল। সেই কাৰণেই হেমচন্দ্ৰ বৰুৱাই ১৮৯৫ চনত ৰচনা কৰা হেমকোষ অভিধানত মৰাণ-মটকসকলক নিষ্ঠুৰ জাতি আৰু কিছু বছৰৰ পাচত লক্ষ্মীনাথ বেজবৰুৱাকে আদি কৰি বহুত কবি সাহিত্যিকে মৰাণসকলক মানৰ লগত তুলনা কৰি অসম ধ্বংস কৰিলে বুলি মন্তব্য দিছিল। সেইকাৰণে আন জনগোষ্ঠীৰ মাজত আৰু নগৰে-চহৰে বসবাস কৰা সকলে হীনমান্যতাত ভুগি আন জনগোষ্ঠীৰ ৰীতি-নীতিসমূহ গ্ৰহণ কৰি আত্ম পৰিচয় হেৰুৱাবলৈ বাধ্য হৈছিল।

৩। ১৮৭০-৮০ দশকৰ পৰা মাটিৰ খাজনা বৃদ্ধি আৰু মৰাণসকলৰ গাঁওসমূহৰ ভোগ দখলত থকা ভূমি চাহকোম্পানীসমূহক 'গ্ৰান্ট' হিচাপে আবণ্টন দিয়াত মৰাণসকল দুৰ্গম হাবি-জঙ্গল মুকলি কৰি পুনৰ গাঁও পাতিব লগা হয়। ফলত শিক্ষা-দীক্ষা আৰু অৰ্থনৈতিক কাঠামো ভাগি পৰে। নগৰে-চহৰে বসবাস কৰা আৰু অন্যান্য জনগোষ্ঠীৰ মাজত বস-বাস কৰাসকলৰ বহুজনে পিচ পৰা জাতিৰ মৰাণ লোক বুলি কোৱাতকৈ আহোম বা চুটীয়া বুলি ক'বলৈ ভাল পোৱা হল।

৪। মৰাণ-মটকসকলৰ নিৰক্ষৰতাৰ সুযোগ লৈ ১৯ শতিকাৰ শেষ আৰু কুৰি শতিকাৰ আগভাগত এচাম লোকে মৰাণ-মটক বুলি কোনো জাতি নাই ই আহোম জাতিৰ অংশ বুলি কৈ মৰাণ-মটকসকলক আহোম কৰাৰ প্ৰক্ৰিয়া চলাই

বহু মৰাণ-মটক লোকক আহোম কৰিছিল। ১৯৪১ চনৰ লোক পিয়লৰ সময়ত যোৰহাট জিলাৰ আহোম সভাই এক গোহাৰি প্ৰচাৰ কৰি মটক এক আহোম জাতিৰ লোক, মটক বুলি জাতি নাই, মটক এটা ধৰ্মীয় সম্প্ৰদায় আদি নানান ব্যাখ্যা দি পিয়লত আহোম বুলি লেখাবলৈ প্ৰচাৰ চলাইছিল। মৰাণসকলৰ বহু পুৰণি পট্টাত এতিয়াও উপাধিৰ ঠাইত আহোম লিখা পট্টা আছে।

১৯৩৩ চনত মৰাণ-মটক-মায়ামৰা হিতসাধিনী সভা, ১৯৩৯ চনত চাবুৱাৰ বগডোং হিলৈধাৰী গাঁৱৰ নামঘৰত আসাম মৰাণ-মটক সন্মিলন গঠন কৰি মৰাণ-মটকসকলৰ আৰ্থ-সামাজিক উন্নয়ণৰ কাৰ্য্যসূচী গ্ৰহণ কৰে। ১৯৪০ চনত মৰাণ-মটক সম্মিলনীৰ নাম সলনি কৰি 'আসাম মটক লীগ' নামেৰে নামকৰণ কৰা হয়। মৰাণ-মটক সন্মিলনৰ প্ৰথম অধিবেশনত দৰং, নগাঁও, শিৱসাগৰ, লক্ষীমপুৰ জিলাত মৰাণ-মটক সম্প্ৰদায়ে অতীতৰ পৰাই বসবাস কৰে বুলি এক প্ৰস্তাব যোগে ঐক্যমত প্ৰকাশ কৰিছিল। অসম মটক ছাত্ৰ সন্মিলন (পাছলৈ সদৌ অসম মটক যুৱ-ছাত্ৰ সন্মিলন গঠন কৰা হয় ১৯৪০ চনত।) আসাম মটক লীগৰ পৰা পুনৰ মৰাণ-মটক সন্মিলন আৰু পাছলৈ সদৌ অসম মটক সন্মিলন কৰা হয়।

মায়ামৰা নামধৰ্ম গ্ৰহণ কৰি আৰু মোৱামৰীয়া গণ-অভ্যুত্থানত বিভিন্ন জনগোষ্ঠীৰ লোকে যোগদান কৰাৰ ফলত মটক শব্দই বিভিন্ন জনগোষ্ঠীৰ সমষ্টিক বুজায়। গতিকে মটক শব্দই এটা সম্পূৰ্ণ জাতিৰ পৰিচয় দিয়াত অসুবিধা আছে বুলি অনুভৱ কৰিয়েই মৰাণ-মটক সন্মিলন, মটক লীগ, মটক ছাত্ৰ সন্মিলনৰ নেতৃত্ব লোৱা এচাম লোকে ১৯৬৫ চনত অসম মৰাণ সভা আৰু ১৯৬৮ চনত অসম মৰাণ ছাত্ৰ সভা (পাছলৈ সদৌ অসম মৰাণ ছাত্ৰ সন্থা) জন্ম দিয়ে। অসম মৰাণ সভাৰ মটক সম্পৰ্কে মন্তব্য হ'ল - "সকলো মৰাণেই মটক কিন্তু সকলো মটকেই মৰাণ নহয়।" আনহাতে সদৌ অসম মটক সন্মিলনেও সত্তৰ দশকলৈকে অসম মৰাণ সভাৰ বিষয়-ববীয়াক আমন্ত্ৰিত সদস্য হিচাপে স্বীকৃতি দিছিল।

**বংশীয় খেল :**

কোনো এক স্থানত বসবাস কৰা একে জাতিৰ একেলগে খোৱা-বোৱা কৰা, একে ধৰ্ম ৰীতি-নীতিকে পালন বা কোনো এক বিশেষ কাম কৰি জীৱিকা উপাৰ্জন কৰাসকলক বা কোনো সন্মানীয় বিষয়-বাব (ৰজাঘৰীয়া বা ধৰ্মীয় অনুষ্ঠান), লাভ কৰাৰ বাবে একোটা খেলৰ সৃষ্টি হয়। একোটা খেলৰ লোক একে বংশৰ নহ'বও পাৰে। যদিহে এক পুৰুষৰ পৰা একোটা খেলৰ সৃষ্টি হয় তেন্তে তেওঁলোক একে খেলৰ হোৱাৰ লগতে একে বংশৰ লোক। আদিতে বিভিন্ন ঠাইত সিঁচৰিত

হৈ থকা লোকসকল নিজ নিজ বাসস্থান থকা ঠাইৰ নাম অনুসৰি - 'স্থানসূচক খেল', জীৱিকা নিৰ্বাহৰ বাবে জড়িত কোনো এক বিশেষ বৃত্তিৰ বাবে 'বৃত্তিসূচক খেল' আৰু মান-সন্মান জড়িত থকা বিষয়ৰ বাবে 'মানসূচক খেল' আদি বংশীয় খেলৰ সৃষ্টি হয়। পৰৱৰ্তী সময়ত তেওঁলোকৰ সতি-সন্ততিয়েও সেই খেল অনুসৰিয়েই পৰিচিত হৈ আহিছে। আহোমসকলৰ মূলবংশীয় খেল সাতঘৰীয়া আহোমৰ (ৰাজকোঁৱৰ, বুঢ়াগোহাঁই, বৰগোহাঁই, দেউধাই, মোহন, বাইলুং, চোমচিৰিং) উপৰিও আহোম ৰজাঘৰে বিভিন্ন জাতি-জনগোষ্ঠীৰ পৰা যোগ্য লোকক আনি বিষয়-বাব দি এশ এটা খেলৰ সৃষ্টি কৰিছিল। বামুণসকলো বিভিন্ন ঋষি-মুনিৰ বংশোদ্ভুৱ খেল-বংশৰে বিভিন্ন খেলত বিভক্ত। একাল্লৈটা জাতিৰে গঠিত চাহ জনগোষ্ঠীৰ লোকসকল বহুখেলত বিভক্ত। ডিমাছা জাতিৰ মুনিহ বংশৰ (চেংফুং)ৰ ৪০টা আৰু তিৰোতা বংশ (জুলু ফৈদ)ৰ ৪২ টা খেল আছে। দেউৰীসকলৰো টেঙাপনীয়া, বৰগঞা, দিবঙীয়া আদি খেলত বিভক্ত। সোণোৱাল আৰু বড়োসকলৰ খেলসমূহ 'ই' কাৰান্ত। উদাহৰণ স্বৰূপে সোণোৱাল কছাৰীসকলৰ বাউলাৰী, মাক্ৰাৰী, বাগলাৰী আদি। বড়োসকলৰ মহিলাৰী, গৈয়াৰী, দৈমাৰী, খাকলাৰী আদি। মৰাণসকলৰ খেলসমূহ 'আ' কাৰান্ত। ছশ বছৰীয়া আহোম ৰজাঘৰে ৰাজকাৰ্য্য চলোৱাৰ বাবে সৃষ্টি কৰা বিভিন্ন বিষয়-বাৱত সকলো জাতি জনগোষ্ঠীৰ লোকসকলৰ লগতে মৰাণসকলকো বিভিন্ন বিষয়-বাৱত নিয়োগ কৰিছিল। মৰাণ জনগোষ্ঠীৰ বিভিন্ন খেল বংশৰ লোকসকলেও ৰজাঘৰ বা ডা-ডাঙৰীয়া আৰু ধৰ্মীয় অনুষ্ঠানত লাভ কৰা পদবীৰে নতুন খেলৰ অন্তৰ্ভুক্ত হৈছিল। পদবীয়েই পাছলৈ উপাধি হোৱাত বৰ্তমানো বহুতক সেই পদবী বা উপাধিৰেই জনা যায়।

মটক এটা ধৰ্মীয় সম্প্ৰদায় বুলি কোনো কোনো লোকে ক'ব খুজিলেও মটক এটা ধৰ্মীয় সম্প্ৰদায় নহয়। ঐতিহাসিক, নৃতাত্বিক, বংশীয় খেল, পুৰণি বাসস্থান, কলা-কৃষ্টি, ধৰ্মীয় পৰম্পৰা আদি দৃষ্টিকোণেৰে চালে সুন্দৰভাৱেই গম পোৱা যাব যে মৰাণসকলেই মটক আৰু মটকসকলেই মৰাণ। সেয়েহে মটক আৰু মৰাণক একো একোটা সুকীয়া জাতি বুলি প্ৰতিষ্ঠা কৰাতকৈ মৰাণ আৰু মটক জাতিৰ আৰ্থ-সামাজিক সংগঠনসমূহে মৰাণ-মটকসকলক সংগঠিত কৰি একে মঞ্চত থিয় দিব পাৰিলেহে মৰাণ-মটকৰ ঐতিহাসিক গৌৰৱ অক্ষুণ্ণ থাকিব।

অসম মৰাণ সভাৰ বিষয়-ববীয়া ৰবগুৰি (তিনিচুকীয়াৰ) নিবাসী বীৰেন্দ্ৰৰ চাউৰকদেৱে সংগ্ৰহ কৰা মৰাণ জনগোষ্ঠীৰ বংশীয় খেলৰ ইতিমধ্যে 'চালি গেমেছা' নামৰ প্ৰবন্ধ সংকলনত প্ৰকাশিত তালিকাখন সংশোধিত ৰূপত সংলগ্ন কৰা হল।

| বংশীয় খেলৰ নাম | পৌৰাণিক থল | বৃত্তি | মান |
|---|---|---|---|
| ৰূপাই গঞা | ৰূপাই চাইডিং, ৰূপাই বাগান | ৰূপৰ সামগ্ৰী গহনা নিৰ্মাতা | |
| ডিব্ৰুৱাল | ডিব্ৰু নদীৰ পাৰৰ ডিব্ৰুগড় আৰু আশে পাশে বসবাস কৰা | | |
| টেঙাপনীয়া | টেঙাপানী নদীৰ পাৰৰ বাসিন্দা, (বৰ্তমান অৰুণাচলৰ চৌখাম অঞ্চল)। | | |
| চিঁচা গঞা, চাচন গঞা, চেকী গঞা | চেঁচানদীৰ পাৰৰ বিভিন্ন ঠাইত বসবাস কৰা সকল। | | |
| নামচিঙীয়া | নামচাং, বৰ্তমান নামৰূপৰ ওচৰত বসবাস কৰাসকল। | | |
| চিংফৌ | চিংফৌ ৰাজ্যৰ ওচৰত বসবাস কৰাসকল। | | |
| চকৰী গঞা(সৰু চকৰী, বৰ চকৰী) | চক্ৰেটিং বাগান (ভুমডুমা)ত বসবাস কৰা লোকসকল। | | |
| শিলিখাঘটীয়া | শিলিখা বাগান (মাকুম) অঞ্চলত বসবাস কৰা লোকসকল। | ঔষধ-পাতি প্ৰস্তুত কৰিছিল | |
| কাছগঞা | কাছমাৰী (তিনিচুকীয়া দক্ষিণে) বসবাস কৰা লোকসকল। | | |
| দাইছাল - হাইমৰা/খাইমৰা/ কুজাৰী/দাউচলীয়া | দাইচা গাঁও, দাইচা বাগান। | | |

| | | | |
|---|---|---|---|
| মাজুলী গঞা | মাজুলীত বসবাস কৰাসকল। | | |
| তেলেগীয়া | তালাপত বসবাস কৰাসকল। | তেল পেৰা | |
| ডুলিয়া/ডুলিয়া বৰুৱা | ডুলিয়া গাঁও, ডুলিয়াজানত বসবাস কৰাসকল। | | |
| গোবৰ গঞা | গুইজান অঞ্চলত বসবাস কৰাসকল। | | |
| খাটোৱাল - গেলা, মৌপিয়া, নালেকুৰা, ডিমৌগুৰিয়া, ভুঁইভৰী, টকৌভৰী, গ্ৰেবেলীয়া, খাটোৱাল | তিনিচুকীয়াৰ পূবে খাটোৱাল গাঁও, গেলাপুখুৰী, খেলাখাট, ৰঙাগড়া, নেমুগুৰিত বসবাস কৰাসকল। | | গোঁসাইঘৰৰ খাট আৰু ৰজা বা ডাডাঙৰীয়াৰ খাটত নিয়োজিত লোক। |
| নাওশলীয়া | বৰডুবি থানাৰ ওচৰত নাওশলীয়াত বাস কৰাসকল। | নাও জাতীয় সামগ্ৰী নিৰ্মাণ আৰু নৌবাহিনীৰ বোজা | |
| হিলৈধৰী | ডিব্ৰুগড়ৰ হিলৈধৰী অঞ্চলত বসবাস কৰাসকল। | হিলৈ (বন্দুক নিৰ্মাণ কৰোঁতা) | |
| হুলৌখোৱা | হুলৌটিপ (মাকুম) অঞ্চলত বসবাস কৰাসকল। | | |
| দহোতীয়া | দহোতীয়া (ডুমডুমা)। | | |
| চাউবৰুৱা | শিৱসাগৰৰ ওচৰৰ চেবেকা নদীৰ পাৰত বসবাস কৰাসকল। | | হস্তীবাহিনীৰ অধিনায়কৰ বাব পাইছিল |
| চাবিঙীয়া বুৰুৱন | শিৱসাগৰ জিলাৰ চাবিং অঞ্চলৰ বাসিন্দা। | | |
| বুৰুৰ চুতিয়া, লৰাই চুতিয়া, | তিনিচুকীয়াৰ খামতি গোহালিত বসবাস কৰাসকল। | | |

| শালিকী চুতীয়া, সেনাপতি, | | | |
|---|---|---|---|
| হালধিৰবীয়া চুতীয়া | হালধীবাৰী খোৱাং অঞ্চলত বসবাস কৰাসকল। | | |
| হাতী চুতী : পুৰণি মাউত, মাজু মাউত, গেলা মাউত, হাতীমৰীয়া, মাউত | গৈপানী আৰু বমাই গাভৰু (ডুমডুমাৰ পৰা১০-১১ কিঃমিঃ পূবে) | হাতী ধৰি ঘৰচীয়া কৰা আৰু ৰজাঘৰৰ হস্তীবাহিনীৰ বিশেষ যোদ্ধা | |
| লানমাঙ্গ | টিপাম | | |
| কাঁড়ীগঞা, কাঁড়ীৰৰা, পহ কাঁড়ী | | যুদ্ধৰ বাবে ধনু-কাঁড় নিৰ্মাণ কৰা আৰু ৰজা ঘৰৰ কাঁড়ী বাহিনীত বিশেষ ভূমিকা গ্ৰহণ কৰাসকল। | |
| যঠীধৰা | | যুদ্ধৰ বাবে যঠী নিৰ্মাণ ৰজা বা ডা-ডাঙৰীয়াৰ প্ৰহৰী হিচাপে থাকি যঠী ধৰা কামত নিযুক্ত। | |
| ৰং যোগনীয়া, ৰাং চলীয়া | | ৰঙৰ যোগান ধৰা। | |
| টেকেলা গঞা | | বস্তুৰ সাল-সলনি কৰাত মধ্যস্থতা কৰাসকল। | |

| | | | |
|---|---|---|---|
| | | মধ্যস্থতা কৰা লোক। | |
| চক্ৰধৰা/ছত্ৰধৰা | | ৰজাঘৰৰ চক্ৰ ধৰা কামত নিয়োজিত লোক। | |
| চাউদাং বৰুৱা | | | বেত চেলোৱা, তেলেপীয়া, ৰাইদাং ধৰা আদি খেলৰ ৰজাঘৰৰ বিষয়বাব পোৱা লোক। |
| বেতচেলোৱা | | বাঁহ-বেতৰ কাম কৰা লোক | |
| চমুৱা | | খাট-পামৰ বনোৱা। | |
| বহুটীয়া | | খাট-পামৰ বনোৱা। | |
| মুদৈ গঞা | | ব্যৱসায়ী (সাউদ) | |
| গোৰাখৰ | | | গোধা গোপীনাথ বৰুৱা পৰিয়ালৰ লোক। |
| সূৰ্যবংশী, ৰজাজনীয়া মহন্ত | | | টিপুক সত্ৰৰ শাখা সত্ৰসমূহৰ মহন্তসকল। |
| খৰিভাৰী | | ৰজাঘৰত খৰি যোগান ধৰোঁতা | |

| কুকুৰখোৱা/জাই কুকুৰখোৱা | | | |
|---|---|---|---|
| বনগঞা | | | মোৱামৰীয়া যুদ্ধৰ পাছত মৰাণসকলৰ মাজত সানমিহলি হৈ যোৱা মহন্ত পৰিয়ালৰ লোক। |
| বৈৰাগী | | | ঐ |
| দাইনী গঞা/দানী গঞা | দাড়িয়াভেটি গাঁও (ৰূপাই চাইডিং) | অলৌকিকভাৱে চিকিৎসা কৰা লোক। | |
| দুৱৰা | | ৰজাঘৰৰ বিষয়বাব | |
| চেকীয়াল বৰা | | ঐ | |
| ৰৰপাত্ৰ/পাত্ৰ | | ঐ | |
| আৰহুৰা | | ঐ | |
| ৰৰীচোৱা | | ঐ | |
| জৰাধৰা | | ঐ | |
| কুকুৰাচোৱা | | ঐ | |

| | | | |
|---|---|---|---|
| শগুণমৰীয়া | | - | - |
| বাইদঙীয়া | | - | - |
| কুঁৱৰীগঞা | | - | - |
| মিৰিগঞা, মিৰি সন্দিকৈ | চাবুৱা | - | - |
| জেঙুনিগঞা | | - | - |
| লেচাবিগঞা | | - | - |
| খনিকৰ | | শিল্প কাৰ্যত জড়িত লোক | |
| শনিপতীয়া | | - | - |
| মানুহখোৱা/মানখোৱা | | - | - |
| ঘৰকলীয়া | | - | - |
| ৰোগী/খিয়ৰোগী | | - | - |
| পেটুখোৱা গোঁহাই | | - | - |
| চাইলা | | - | - |
| পেৰাজাৰী | | - | - |

উপৰোক্ত তালিকাৰ উপৰিও তালিকাভুক্ত নোহোৱা বংশীয় খেলসমূহৰ উৎপত্তি, আদিম স্থান, বৃত্তি, মান-সূচক বিষয়বাব আদিৰ বিষয়ে গুণী সমাজ আৰু বিভিন্ন খেল-বংশৰ অন্তৰ্ভুক্ত লোকসকলে বিতংকৈ জনাবৰ বাবে বিনম্ৰ গোহাৰি জনালো।

# মৰাণ জনগোষ্ঠী আৰু মধ্যযুগীয় অসমৰ সাংস্কৃতিক আৰু ৰাজনৈতিক বুৰঞ্জীত তেওঁলোকৰ ভূমিকা

- ড° স্বৰ্ণলতা বৰুৱা

মৰাণসকল অসমৰ এটা আদিম জনগোষ্ঠী। বৰ্তমানৰ তিনিচুকীয়া আৰু ডিব্ৰুগড় জিলাৰ গাঁও অঞ্চলতে তেওঁলোকৰ বসতি বেছি। অৰুণাচল প্ৰদেশৰ লোহিত জিলা আৰু বৰডুমচা অঞ্চলতো কিছু সংখ্যক মৰাণ লোক আছে। তেওঁলোকৰ নৃগোষ্ঠীয় পৰিচয় সম্পৰ্কে পণ্ডিতসকল একমত নহয় আৰু এই বিষয়ত গভীৰ অধ্যয়ন এতিয়ালৈকে হোৱা নাই। ভাষা আৰু দৈহিক গঠনৰ ফালৰ পৰা তেওঁলোকক বড়ো প্ৰজাতিৰ লোক বুলি ধৰা হয় আৰু বড়োসকল হ'ল বৃহৎ মঙ্গোলীয় গোষ্ঠীৰ এটা ঠাল। ছাৰ এডৱাৰ্ড গেইট[১], পি আৰ টি গৰ্ডন[২], চিডনী এণ্ডেল[৩], জি এ গ্ৰীয়েৰচন[৪], আদি পণ্ডিতৰ মতে মৰাণ আৰু বড়ো ভাষাৰ মাজত বহু সাদৃশ্য আছিল। ৰজনীকান্ত বৰদলৈ [৫] বিৰিঞ্চি কুমাৰ বৰুৱা[৬] আদি পণ্ডিতেও এই মতকেই পোষণ কৰে। বৰ্তমানে অৱশ্যে মৰাণসকলৰ নিজৰ ভাষা লুপ্ত হ'ল, কাৰণ তেওঁলোক সকলোৱেই অসমীয়া ভাষা গ্ৰহণ কৰিলে। অৱশ্যে অসমীয়া ভাষাত মৰাণ ভাষাৰ বহুতো শব্দ সোমাই আছে, যিবোৰে অসমীয়া ভাষাৰ ভঁৰাল চহকী কৰিছে।

এণ্ডেলৰ মতে মৰাণসকলে প্ৰথমে বসতি কৰিছিল চিন্দিন নদীৰ উজনিৰ হুকং উপত্যকাত। কেইবা শতিকাৰ আগতে এই উপত্যকাত তেওঁলোকৰ তিনিজন ককাই-ভাই - ময়লাং, মৰাণ আৰু ময়ৰাণে বাস কৰিছিল। তেওঁলোকৰ ভিতৰত জ্যেষ্ঠ ভাতৃ ময়লাং হুকং উপত্যকাতে থাকিল, কনিষ্ঠ ভাতৃ ময়ৰাণ নেপালৈ গ'ল আৰু মৰাণে পাটকাই পাৰ হৈ অসমত সোৱাল আৰু টিফুক নদীৰ পাৰত বাস কৰিবলৈ ল'লে। মৰাণৰ নাম অনুসৰি তেওঁৰ বংশধৰসকল সেই নামেৰে জনাজাত হ'ল। [৭]ৰাজমোহন নাথৰ মতে অষ্ট্ৰিকসকলৰ মৰিয়া নামৰ এটা অতি প্ৰাচীন বৈষ্ণৱ

লগত বড়োসকলৰ সংমিশ্ৰণ ঘটি মৰাণ-জনসমষ্টি সৃষ্টি হয়। [৮]এনে সংমিশ্ৰণৰ সম্ভাবনাক নুই কৰিব নোৱাৰি। এই সম্পৰ্কত ভুবনমোহন দাসে কৈছে : "অষ্ট্ৰেলীয় প্ৰজাতিৰ লোক প্ৰচিন অসমৰ আদিম অধিবাসী যেন লাগে...। পিছলৈ মঙ্গোলীয় লোকৰ আগমনত অষ্ট্ৰেলীয়সকল মঙ্গোলীয়সকলৰ লগত সংমিশ্ৰিত হৈ পৰাত সেই প্ৰজাতিৰ প্ৰকাৰটো লুপ্ত হৈ পৰে। মৰাণসকলৰ মাজত মঙ্গোলীয় প্ৰজাতিৰ লক্ষণৰ লগতে অষ্ট্ৰেলীয় চৰিত্ৰ সোমাই থকাটো একো আচৰিত কথা নহয়।" [৯]বেণুধৰ শৰ্মা [১০] আৰু বীৰধৰ দাসে [১১] আকৌ মৰাণসকলক আৰ্য্য অৰ্থাৎ ককেছীয় গোষ্ঠীৰ লোক বুলি ভাবে। মৰাণ আৰু বৰাহিসকল চুতীয়াৰ সৈতে একে প্ৰজাতিৰ লোক। শৰ্মাৰ মতে কুবেৰ দেৱতাক পূজা কৰা এই লোকসকল আদিতে আৰ্য্যই আছিল আৰু মৰাণসকল চুতীয়াসকলৰে এটা ফৈদ। নেই ইলিয়াচৰ হিষ্ট্ৰি অব দি শ্যানচ (History of the Shans) নামৰ গ্ৰন্থখনত সন্নিবিষ্ট এখন অসম বুৰঞ্জীৰ মতে চুতীয়াসকলৰ প্ৰথম ৰজা অচমভিন্নৰ কন্যাক কাশীৰ পৰা অহা এজন ব্ৰাহ্মণ পণ্ডিতে বিবাহ কৰিছিল। [১২] এনে সংমিশ্ৰণ হয়তো পিছতো হৈছিল আৰু এইসূত্ৰে ককেছীয় উপাদান চুতীয়া তথা মৰাণসকলৰ মাজত সোমাই পৰিছিল।

কেদাৰ ব্ৰহ্মচাৰী ভূদেৱ মুখাৰ্জী, চিভেলীয়ৰ ৰনচেন আৰু তেওঁলোকক অনুসৰণ কৰি বেণুধৰ শৰ্মাই মত পোষণ কৰে যে মৰাণসকলৰ আদি বাসস্থান আছিল নেপালৰ পাদদেশত। [১৩]বীৰধৰ দাসে অনুমান কৰে যে খৃষ্টীয় সপ্তম শতিকামানতে তেওঁলোকে নেপালৰ পৰা আহি ব্ৰহ্মপুত্ৰ উপত্যকাত প্ৰৱেশ কৰে আৰু ক্ৰমে পূৰলৈ আগুৱাই গৈ সৌমাৰপীঠত এখন ৰাজ্য প্ৰতিষ্ঠা কৰে। [১৪] এই সম্পৰ্কত বেণুধৰ শৰ্মাই কৈছে - "চুকাফা ৰজা সৌমাৰত প্ৰৱেশ কৰাৰ বহু বছৰ আগতেই ধৰ্মপালৰ ৰাজ্যৰ পৰা মেৰাম খেলৰ মানুহ এজন মাইদেত (ব্ৰহ্মপুত্ৰৰ দক্ষিণৰ শদিয়াৰ পূব অঞ্চল) ৰজা হৈছিল। এওঁৰ নামতেই সম্ভৱতঃ মৰাণ নামৰ উৎপত্তি। তেতিয়াই স্থানীয় নৈৰ পাৰৰ ভালেমান চুতীয়া বা চতিয়া খেলৰ মানুহ বহি নিজকে মেৰাং বা মৰাণ বুলি পৰিচয় দিয়া হ'ল আৰু সেই পৰিচয়ৰ পৰা মৰাণ নাম হ'ল। [১৫] মৰাণসকলৰ মাজত প্ৰচলিত কিম্বদন্তী মতে অতীজতে তেওঁলোকৰ এজনী বুঢ়ীয়ে মৰাক জীয়াব পাৰিছিল ইয়াৰ পৰাই হেনো মৰাণ নামৰ উৎপত্তি। [১৬] এই কিম্বদন্তী বৰ নিৰ্ভৰযোগ্য নহয়, কিন্তু ই সূচায় যে অতীজতে মৰাণসকলৰ মাজত বেজালী বিদ্যা আৰু তন্ত্ৰ-মন্ত্ৰৰ প্ৰচলন আছিল।

'মৰাণ' শব্দৰ উৎস তথা মৰাণসকলৰ নৃগোষ্ঠীয় পৰিচয় বিষয়েই নহওক

লাগে তেওঁলোক যে অসমৰ এচাম আদিম অধিবাসী, এই বিষয়ে কোনো সন্দেহ নাই। বীৰধৰ দাসে ভৱাৰ দৰে তেওঁলোক খৃষ্টিয় সপ্তম শতিকাত অসমলৈ অহা নাই। সম্ভৱতঃ খৃষ্ট জন্মৰ কেইবা শতিকাৰ পূৰ্বেই তেওঁলোকে ব্ৰহ্মপুত্ৰ উপত্যকাত প্ৰবেশ কৰিছিল।

আহোম বুৰঞ্জীত মৰাণসকলক মটক বোলা হৈছে।[১৭] আহোম ভাষাবিদ ৰায় চাহাব গোলাপ চন্দ্ৰ বৰুৱাৰ মতে আহোম ভাষাত 'মটক' শব্দৰ অৰ্থ পৰীক্ষিত, পণ্ডিত।[১৮] চিংফৌ আৰু খামতিসকলেও মৰাণসকলক মটক বুলিছিল। তেওঁলোকৰ ভাষাত 'মটক' মানে 'বলী'। ইয়াৰ বিপৰীত শব্দ 'মুলুঙ'ৰ অৰ্থ হ'ল দুৰ্বল। গতিকে বেণুধৰ শৰ্মাই ক'বৰ দৰে মৰাণ মটক দুটা যৌগিক শব্দ হ'লেও ইয়াৰ অৰ্থ একেটাই।[১৯] প্ৰথমতেই মৰাণসকলৰ ক্ষেত্ৰত প্ৰযোজ্য হোৱা গুণবাচক 'মটক' শব্দটোৱে পিছলৈ মৰাণসকলকে ধৰি মায়ামৰা সত্ৰৰ সকলো শিষ্যকে সামৰি লৈছিল আৰু সেই অৰ্থত এই শব্দটো মায়ামৰীয়া বা মোৱামৰীয়া সমাৰ্থক হৈ এটা ধৰ্মীয় সম্প্ৰদায়ক বুজাইছিল। মায়ামৰা সত্ৰৰ শিষ্যসকলে গুৰুৰ বাহিৰে আন কাৰোৰ ওচৰত মূৰ নোদোঁৱাইছিল। এই কথাৰ পৰীক্ষা কৰি আহোম স্বৰ্গদেউ প্ৰতাপ সিংহই (১৬০৩-৪১) তেওঁলোকক মতেক বা এক মতৰ বুলি আখ্যা দিছিল।[২০] মোৱামৰীয়া বিদ্ৰোহৰ আগেপিছে মায়ামৰীয়া শিষ্যসকলৰ মাজত এনে বলিষ্ঠ ঐক্যবোধ গঢ়ি উঠিছিল যে তেওঁলোকে নিজৰ গোষ্ঠী বা বংশগত পৰিচয় এৰি কেৱল মটক নামেৰেই নিজৰ পৰিচয় দিছিল। কিন্তু পৰৱৰ্তীকালত বৃটিছৰ দিনত সম্ভৱতঃ ১৯৩২ চনত 'সাম্প্ৰদায়িক বাটোৱাৰা' ঘোষণাৰ আগে পিছে মটকসকলৰ অনেকেই নিজ নিজ জাতিগত পৰিচয়লৈ ঘূৰি যাবলৈ আৰম্ভ কৰিছিল। তদুপৰি মোৱামৰীয়া বিদ্ৰোহৰ সময়ৰ পৰাই 'মটক' শব্দটো তাচ্ছিল্যৰ অৰ্থত ব্যৱহাৰ হ'বলৈ ধৰিছিল, কাৰণ মটকসকলেই আহোম শাসনৰ বিলুপ্তিৰ পথ মুকলি কৰিছিল। এই কথায়ো এই প্ৰত্যাগমনত ইন্ধন যোগাইছিল।

মৰাণসকল আদিতে আছিল শাক্ত ধৰ্মৰ উপাসক। তেওঁলোকে শদিয়াৰ কেঁচাইখাটী গোসাঁনীক পূজা কৰিছিল। টেঙাপানী অঞ্চলত থকা মৰাণসকল বলীয়াবাবাৰ ভক্ত হৈছিল। বলীয়াবাবা শিৱ দেৱতাৰেই এক ৰূপ আছিল। কাল সংহতিৰ মায়ামৰা সত্ৰৰ প্ৰতিষ্ঠাতা শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱৰ দিনতে (১৫৫৩-১৬২৬) তেওঁলোকৰ কিছুমানে মহাপুৰুষীয়া ধৰ্ম গ্ৰহণ কৰে যদিও সমূহীয়া ভাৱে তেওঁলোক মায়ামৰা সত্ৰৰ শিষ্য হয় সম্ভৱতঃ নিত্যানন্দদেৱৰ সত্ৰাধিকাৰ হৈ থকা কালত (১৬৪৪-১৬৫০)।

গুৰুৰ প্ৰতি অচলা ভক্তি আৰু গণতান্ত্ৰিক মূল্যবোধ তেওঁলোকৰ ধৰ্মীয় জীৱনৰ উল্লেখনীয় দিশ আছিল। ১৭৬৯ চনত স্বৰ্গদেউ লক্ষ্মী সিংহৰ দিনত (১৭৬৯-৮০) প্ৰথম বিদ্ৰোহ কৰিবৰ সময়ত "মৰি যাওঁ, মাৰি যাওঁ, গুৰুৰ ঋণ শুজি যাওঁ" বুলি ধ্বনি তুলি তেওঁলোকে গুৰুৰ নামতেই সংগঠিত হৈছিল। কাৰণ তেওঁলোকৰ কেইগৰাকীমান গুৰু আহোম চৰকাৰৰ হাতত নিৰ্যাতিত হ'বলগা হৈছিল। আজিৰ যুগতো তেওঁলোকৰ সমাজত গুৰুৱে এখন মৰ্যাদাপূৰ্ণ আসন অধিকাৰ কৰি আছে আৰু তেওঁলোকৰ সামাজিক জীৱনৰ কিছুমান দিশ নিয়ন্ত্ৰণ কৰি আছে। যথা - তেওঁলোকৰ মাজত বঙালী বিহু উদ্যাপনৰ তাৰিখ সত্ৰতহে নিৰ্ধাৰিত কৰা হয়। কোনো অপৰাধৰ বাবে আদালতৰ শাস্তিয়েই শেষ শাস্তি নহয়, তাৰ বাবে গুৰু আৰু বাইজৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰি প্ৰায়শ্চিত্ত হ'লেহে অপৰাধীজন মৰাণ সমাজৰ ভিতৰুৱা হৈ থাকিব পাৰে। যেতিয়া ন চাউল প্ৰথমে গুৰুগৃহলৈকে আগবঢ়োৱা হয় আৰু ধৰ্মীয় সকলো কথাতেই গুৰুৰ পৰামৰ্শ লোৱা হয়।

টিপুকত মৰাণসকলৰ মূল সত্ৰ স্থাপিত হয় ১৭৭০ চনত। এই মূল সত্ৰ আৰু ইয়াৰ শাখা সত্ৰসমূহত কছাৰী বুঢ়া, আহোম বুঢ়া আৰু খাটোৱাল বুঢ়া নামৰ তিনিজন ডাঙৰীয়া, এজন বা ততোধিক বৰবুঢ়া, এজন গাঁওবুঢ়া (এওঁ চৰকাৰী গাঁওবুঢ়া নহয়, সত্ৰীয়া গাঁওবুঢ়াহে), অমুলী, পাঠেকী, খাটনিয়াৰ আদি বিষয়ববীয়া থাকে। তিনি বুঢ়াৰ ওচৰত শিক্ষা লৈহে গুৰুৱে অধিকাৰৰ আসনত বহিব পাৰে। শিষ্যসকলকো তিনি বুঢ়াই শিক্ষা দিব পাৰে। নামঘৰত কোনজন বিষয়ববীয়াই কোনখন আসনত বহিব তাক নিৰ্দিষ্ট কৰা থাকে। অধিকাৰ আচাৰ্য্য (ডেকাধিকাৰ), মহাভকত (তেওঁ যজ্ঞখোলা নিয়ন্ত্ৰণ কৰে আৰু গুৰুৰ আজ্ঞা অনুসৰি গুৰুৰ অনুপস্থিতিত তেওঁৰ আসনত বহিব পাৰে) আৰু অন্যান্য বিষয়ববীয়াসকলক সকলো ভকতৰ মত সাপেক্ষেহে নিৰ্বাচিত কৰা হয়।[২২] বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰিলেও মৰাণসকলে তেওঁলোকৰ কিছুমান পুৰণি ধৰ্মীয় বিশ্বাস তথা পৰম্পৰা সম্পূৰ্ণ পৰিত্যাগ কৰা নাই, যিবোৰে তেওঁলোকৰ সংস্কৃতিক এক সুকীয়া বৈশিষ্ট্য প্ৰদান কৰিছে।

মৰাণসকলৰ মাজত দহোতীয়া, তেলেপীয়া, দাইনীগঞা, চৈতাপনীয়া আদি বিভিন্ন খেল আছে। তেওঁলোকৰ খেলবিলাকেই বংশ। বংশ আৰু খেল সুকীয়া নহয়। একে খেলৰ মাজত বৈবাহিক সম্বন্ধ নিষিদ্ধ। সাধাৰণতে খেলবিলাকৰ নাম অনুসৰিয়েই তেওঁলোকৰ কৰতি স্থানবিলাকৰো নামকৰণ হৈছিল, যেনে কপাইনঞা খেলৰ পৰা কপাই চাইকিং, তেলেপীয়া খেলৰ পৰা তেলাগ,

চকৰিগঞাৰ পৰা চকৰিটিং ইত্যাদি। স্থান, মান, বৃত্তি আৰু জাতি ঘাইকৈ এইকেইটা কথাৰ ওপৰত ভিত্তি কৰিয়েই খেলবিলাক সৃষ্টি হৈছিল। কোনো এটা খেলৰ প্ৰথম উপৰিপুৰুষজনৰ বাসস্থানৰ নামৰ পৰাই কিছুমান খেলৰ নাম হৈছিল, যেনে ডিমৰুগুৰীয়া, টকৌবাৰী ইত্যাদি। মানসূচক খেলবিলাক আহোমৰজাৰ দিনৰ বিষয়বাবৰ পৰিচায়ক, যেনে আৰোৱান ধৰা, হিঁলৈ ধৰা, ফুকন, বৰুৱা ইত্যাদি। বৃত্তিধাৰী খেলৰ ভিতৰত আছিল ৰূপাই গঞা (সোণ-ৰূপৰ বস্তু বনোৱা খেল), খনিকৰ (কাঠমিস্ত্ৰী) আদি। জাতিসূচক খেল যেনে কছাৰী গঞা, বুৰুক চুতীয়া, আহোম, মিৰি আদিয়ে খেলটোৰ আদি পুৰুষজনাৰ গোষ্ঠীগত পৰিচয় তথা মৰাণ সমাজত বিভিন্ন জনগোষ্ঠীৰ সংমিশ্ৰণৰ ইংগিত দিয়ে। অন্যান্য খেলৰ ভিতৰত আছিল ঘৰবন্দী, লেচেৰী গঞা, শগুণমৰীয়া ইত্যাদি।[২৩]

মৰাণসকলৰ পৰিয়াল পিতৃ প্ৰধান যদিও পৰিয়ালতেই হওক বা সমাজতেই হওক মহিলাৰ তিনিখন উচ্চ আসন আছে। অসমৰ অন্যান্য নাৰী সমাজত প্ৰচলিত কিছুমান আছুতীয়া সকাম যেনে - শান্তি বা তোলনী বিয়া, 'ভোজনী' খুউৱা (গৰ্ভৱতী মাতৃ আৰু আগন্তুক নৱজাতকৰ মঙ্গল কামনা কৰি গৰ্ভাৱস্থাৰ শেষৰ মাহত পতা সকাম। অন্যান্য সমাজত পঞ্চামৃত ভোজন নামেৰেও গৰ্ভাৱস্থাৰ পঞ্চম মাহত এই সকাম পতা হয়), আই সবাহ আদি ব্যক্তিগত পৰিয়ালকেন্দ্ৰিক সকামৰ বাহিৰেও মৰাণৰ গাঁৱলীয়া সমাজত মহিলাসকলে সমূহ গঞা ৰাইজৰ মঙ্গল কামনা কৰি ৰাজহুৱাভাৱে লখিমী সবাহ, বুঢ়ী-মেথি কাম বা বিঘিনি বিয়পা সবাহ আদি সকাম অনুষ্ঠিত কৰে।

পথাৰত ন-ৰোৱাই সজাল ধৰিবৰ সময়তো সকলো প্ৰকাৰৰ ব্যাধি আৰু প্ৰাকৃতিক দুৰ্যোগৰ পৰা শস্যৰ পথাৰক ৰক্ষা কৰিবৰলৈ আই লখিমীক তুতি কৰি গাঁৱৰ মহিলাসকলে মিলি পথাৰৰ মাজত লখিমী সবাহ পাতে। সমূহ গঞা ৰাইজৰ কৃষিকৰ্মৰ শ্ৰীবৃদ্ধি আৰু পোহনীয়া জীৱ-জন্তুৰ মঙ্গল কামনা কৰি তেওঁলোকে তেনেকৈয়ে বুঢ়ীমেথিৰ কাম বা বিঘিনি বিয়পা সবাহ অনুষ্ঠিত কৰে।[২৪]

মৰাণসকলৰ বিহু উৎসৱৰো এটা বৈশিষ্ট্য আছে। তেওঁলোকে কেৱল বঙালী বিহুহে পাতে; মাঘৰ ভোগালী বিহু বা কাতিৰ কঙালী বিহু পালন নকৰে। বঙালী বিহুও তেওঁলোকে বিষুৱ সংক্ৰান্তিৰ দিনা অনুষ্ঠিত নকৰে। তেওঁলোকৰ সুবিধা অনুযায়ী বহাগ মাহৰ শুক্ল পক্ষৰ কোনো এটা মঙ্গলবাৰে উৰুকা আৰু বুধবাৰৰ পৰা বিহু পালন কৰে আৰু এই দিনটো সত্ৰত্ৰহে গোসাঁইৰ উপস্থিতিত ধাৰ্য কৰা হয়। তেওঁলোকৰ এই নিয়মৰ লগত পুৰণি পৰম্পৰা এটা জড়িত হৈ আছে।

শদিয়াৰ কেঁচাইখাটী গোসাঁনীৰ পূজা তেওঁলোকে প্ৰথমতে বহাগ মাহৰ শুক্লা দশমী তিথি মঙ্গলবাৰে পাতিছিল। সেই অনুসৰি বহাগ মাহৰ শুক্ল পক্ষৰ মঙ্গলবাৰ আৰু বুধবাৰক তেওঁলোকে পবিত্ৰ দিন বুলি গণ্য কৰিছিল। [২০৩]

মৰাণসকলৰ মাজত প্ৰচলিত আইনাম, বিয়ানাম, অপেশ্বৰী নাম, কবচ কাপোৰ (মগুৰা) বোৱা নাম আদিৰো বৈশিষ্ট্য আছে। কাৰণ এইবিলাকৰ সুৰ আৰু কথা সুকীয়া। মৰাণ বিবাহত পৰিবেশিত কুলাবুঢ়ী নাচ উপভোগ কৰিবলগীয়া তেওঁলোকৰ গায়ন-বায়নত কিছুমান বিশেষ চেও, চাপৰ, সুৰ, খোজ আৰু মৃদঙ্গৰ খাট পৰিলক্ষিত হয়। এইবোৰে মৰাণ সংস্কৃতিক এটা সুকীয়া ৰূপ দি অসমীয়া সংস্কৃতিৰ ক্ষেত্ৰতখন বহল আৰু অধিক মনোমোহা কৰিছে।

অসমৰ ৰাজনৈতিক ইতিহাসতো মৰাণসকলে এটা বিশেষ ভূমিকা গ্ৰহণ কৰিছিল। চুকাফাৰ (১২২৮-১২৬৮) অসম আগমনৰ সময়ত উজনি অসমত চুতীয়া, কছাৰী, মৰাণ আৰু বৰাহীসকলে ৰাজত্ব কৰিছিল। এখন বৰগোহাঁই বংশাৱলীৰ মতে মৰাণসকলৰ ৰাজ্যৰ উত্তৰ সীমাত আছিল বুঢ়ীদিহিং, দক্ষিণত দিচাং, পূবত চফ্ৰাই আৰু পশ্চিমত ব্ৰহ্মপুত্ৰ। তেওঁলোকৰ ৰজা আছিল বদৌচা আৰু ৰাজধানী আছিল কাকতলত (বৰ্তমান কাকপথাৰ)। তেওঁলোকৰ কাষতে আছিল বৰাহীসকলৰ ৰাজ্য। বৰাহী ৰাজ্যৰ উত্তৰত আছিল দিচাং নদী, দক্ষিণত দিখৌ, পূবত নগাহাট আৰু পশ্চিমত বৰাহী ফিকা[২০৩]। সেই সময়ত মৰাণ বৰাহীৰ জনসংখ্যা আছিল চাৰি হাজাৰমান। [২০ এই সংখ্যাটোৱে অৱশ্যে কাৰ্যক্ষম বণুৱা শক্তিকহে বুজাইছিল যেন বোধ হয়। বৰাহীসকলৰ ৰজা আছিল থামিথুমা বা থাকুমথা আৰু ৰাজধানী আছিল চৰাইদেউ পাহাৰত। চুকাফাই চলেৰে মৰাণ-বৰাহী দুয়োটা জনগোষ্ঠীকে বশ কৰি তেওঁলোকৰ চাৰিগৰাকী কন্যাক নিজৰ কুঁৱৰী কৰি ল'লে। সংমিশ্ৰণ আৰু সমন্বয়ৰ এনে প্ৰক্ৰিয়া অবিৰত চলি থাকিল আৰু ইয়াৰ যোগেদিয়েই সময়ত গঢ়ি উঠিল বৃহৎ অসমীয়া জাতি আৰু অসমীয়া সংস্কৃতি। মৰাণ, বৰাহীৰ সহায়তহে চুকাফা ৰজাদেৱে অসমত আহোম ৰাজ্য প্ৰতিষ্ঠা কৰিছিল। গছিকলা, বৰাখোৱা, এঙেৰা আদি ঠাইত তেওঁ মৰাণ-বৰাহীক লগত লৈয়ে ৰাৰী পাতিছিল আৰু সেইবোৰত তেওঁলোকক ৰাৰীচোৱা পদত নিযুক্তি দিছিল। বৰাহীসকল আছিল পাকৈত ৰান্ধনী। গতিকে চুকাফাই তিনিজন বৰাহীক চাংমাই পাতিছিল। আহোম ৰাজত্বৰ শেষলৈকে চাংমাই পদত বৰাহী লোকক নিযুক্তি দিয়া হৈছিল। চুকাফাৰ দিনতে মৰাণ বৰাহীৰ লগত হোৱা সংমিশ্ৰণৰ সন্দৰ্ভত "দেওধাই অসম বুৰঞ্জী"ত সন্নিবিষ্ট বাঁহগড়ীয়া বুঢ়া গোহাঁই বুৰঞ্জীত কোৱা হৈছেঃ

"যি চুতীয়া, বৰাহী, মৰাণ ঠায়ে ঠায়ে পাই আহিল লগত অহাবোৰতকৈ তাৰেহে আপাহ হয়। সেই সময়ৰ পৰা মানুহ মিহলি হ'ল। তাৰে জীয়তি পুতটি কৰি। যিহেতু নৰাৰ পৰা আহোতে কাৰো তিৰোতা নাই ইঠাইত আহিহে তিৰোতা ল'লে।[২৭]"
এই মৰাণ বৰাহীসকলেই চুকাফা আৰু তেওঁৰ অনুগামীসকলৰ ব্যৱহাৰত তুষ্ট হৈ ক'বলৈ ধৰিছিল ঃ "এই ৰজা প্ৰজাগণ আহি আমাক ছলেৰে বনুৱা কৰি ল'লে। তথাপি আমাৰ মনে বিষম নেলাগে। এইদৰে খাটি লুটি অহা যোৱাকৈ থাকিবৰহে মন যায়। গতিকে এওঁলোক দেওসঁচ মানুহ (দেৱতাৱ তুল্য)। এওঁলোকৰ সম কোনো নাই।" [২৮] ইয়াৰ পৰাই অসম, অহম বা আহোম নামৰ উৎপত্তি বুলি অনেক পণ্ডিতে মত প্ৰকাশ কৰে।

মৰাণসকলে আহোম স্বৰ্গদেউসকলক কেৱল খৰি, মৌ, শাক-পাচলি, হাতী আদিৰে যোগান ধৰা নাছিল, ৰাজ্য শাসনতো দায়িত্বশীল পদত থাকি সেৱা আগবঢ়াইছিল। চুকাফাই টিপামত পাই অন্য এঘৰ মৰাণক চুৰামফা ওৰফে ভগা ৰজাই (১৫৫৩-১৬০৩) চিত পাতৰ পাতিছিল। টিপামৰ আন এজন মৰাণ মানুহে আকৌ চুকাফা ৰজাদেৱক বেঙেনা যোগাইছিল। আহোম ভাষাত বেঙেনাক মাখ্ৰু বোলে। মানুহজন দেখাতো থোপোকা ধুনীয়া বেঙেনা যেন আছিল। চুকাফাই তেওঁ লানমাখ্ৰু নাম দি জাতত তুলি লৈছিল।[২৯] এই লানমাখ্ৰু বংশৰ পৰাই প্ৰতাপসিংহ স্বৰ্গদেৱৰ দিনত হালধিঠেঙ্গা আৰু চুলিকফা স্বৰ্গদেৱৰ দিনত (১৬৭৯-৮১) গদাধৰ সিংহৰ ভিনিহীয়েক বন্দৰ বৰফুকন হৈছিল। বন্দৰ বৰফুকনে গদাধৰ সিংহই ৰাজপাট আৰোহণ কৰাত সক্ৰিয় ভূমিকা লৈছিল। প্ৰতাপ সিংহৰ বৰপাত্ৰ গোহাঁই লাকু মৰাণ জনগোষ্ঠীৰ লোক আছিল। মৰাণসকলৰ লগত আহোমসকলৰ সংমিশ্ৰণৰ ফলত মৰাণ পাতৰ বংশৰ সৃষ্টি হৈছিল। স্বৰ্গদেউ চুৰিমফাৰ দিনত ১২৮১-৯৩) থাওকক বুঢ়াগোহাঁই ডাওৰীয়াই ৰজাঘৰীয়া কামত আহি উজনিৰ মৰাণ বসতি অঞ্চলত কিছুকাল বাহৰ পাতি আছিল। সেই কালছোৱাত তেওঁ ডাবুকা নামৰ মৰাণ গাভৰু এগৰাকীক ভাৰ্যাৰূপে গ্ৰহণ কৰিছিল। বিয়াৰ সাতবছৰমান পিছত থাবুক আৰু বকুল নামৰ দুই পুত্ৰ এৰি বুঢ়াগোহাঁই স্বৰ্গী হয়। চুৰিমফাৰ উত্তৰাধিকাৰী চুখামফাই (১২৯৩-১৩৩২) এই ঘটনাৰ সম্ভেদ লৈ থাবুকক চাওফ্ৰাংডাম নাম দি বুঢ়াগোহাঁই আৰু বকুলক কুনকাই নাম দি মৰাণ গোহাঞিবৰুৱা অৰ্থাৎ মৰাণসকলৰ শাসনকৰ্তা পাতিছিল।[৩০] অনেক মৰাণ লোকক আহোম স্বৰ্গদেউসকলে বৰা, শইকীয়া, বৰুৱা আদি পদত নিযুক্তি দিছিল।

আহোম সামৰিক বাহিনীৰ মৰাণসকল আছিল লাইখুটা স্বৰূপ। আহোম

হস্তীবাহিনীটো সম্পূৰ্ণৰূপেই মৰাণসকলৰ অধীনত আছিল বুলি ক'ব পাৰি। কাৰণ হাবিত হাতী ধৰি ঘৰচীয়া কৰি যুদ্ধৰ প্ৰশিক্ষণ দিয়াৰ দায়িত্ব পৰিছিল মৰাণসকলৰ ওপৰত। তাৰ বাবে তেওঁলোকৰ মাজত হাতী চুষ্টী নামৰ এটা সুকীয়া খেল আছিল। হাতীৰ লগত জড়িত অসমীয়া ভাষাৰ কিছুমান শব্দ যেনে - সোম জুৰ্লাদ (হাতীৰ ডিঙিৰ ৰচী), কাঁছ (হাতী বন্ধা ৰচী) আদি মৰাণ ভাষাৰ পৰা আহিছে। হাতীধৰা কাৰ্যক কেন্দ্ৰ কৰি মৰাণসকলৰ মাজত হাতীসবাহ (হাতীৰ কালিকা হৃদন মদনৰ তুষ্টিৰ অৰ্থে পতা সকাম), চৰাই মেলৰ সবাহ (হাতী চিকাৰৰ বাবে হাবিত সোমোৱাৰ সময়ত কুকুৰা চৰাই মেলি পতা সকাম) আদি অনুষ্ঠান প্ৰচলিত আছিল।[৩১] মৰাণসকলৰ নাওশলীয়া খেলটোৱে যুদ্ধৰ উপযোগী নাও সাজিছিল, কাৰণ এই কামৰ বাবে প্ৰয়োজনীয় কাঠ তেওঁলোকৰ অঞ্চলত প্ৰচুৰ পৰিমাণে পোৱা গৈছিল। যুদ্ধৰ হিলৈ, বৰটোপ সজা হিলৈধাৰী খেল, ধেনুকাঁড় সজা ধেনু চোঁচা খেলো তেওঁলোকৰ মাজত আছিল। এনেকৈয়ে ৰাজ্য বিস্তাৰ আৰু দেশ প্ৰতিৰক্ষাত এটি বিশেষ ভূমিকা গ্ৰহণ কৰি মৰাণসকলে মধ্যযুগৰ অসমৰ সাংস্কৃতিক আৰু ৰাজনৈতিক বুৰঞ্জীলৈ বহুমূলীয়া অৱদান আগবঢ়াইছিল।

১৭৬৯ চনত স্বৰ্গদেউ লক্ষ্মী সিংহৰ দিনত (১৭৬৯-৮০) আহোম ৰাজশক্তিৰ বিৰুদ্ধে প্ৰথম গণবিদ্ৰোহৰ নিচান তুলি মৰাণসকলে আহোম শক্তিৰ ধৰণী কঁপাই তুলিছিল আৰু স্বৰ্গদেউক ৰাজধানী এৰি পলাই যাবলৈ বাধ্য কৰি তেওঁলোকৰ বিদ্ৰোহৰ নেতা নাহৰখোৰা শইকীয়াৰ পুত্ৰ ৰমাকান্তক সিংহাসনত বহুৱাইছিল। বুৰঞ্জীত সেইবাবেই মোৱামৰীয়াৰ প্ৰথম বিদ্ৰোহক মৰাণৰ বিদ্ৰোহ বোলা হৈছে। এই বিদ্ৰোহত অগ্ৰণী ভূমিকা লৈ পিছত ৰজাঘৰীয়া সৈন্যৰ হাতত প্ৰাণ হেৰুওৱা নাহৰখোৰা শইকীয়াৰ দুই পত্নী ৰাধা আৰু ৰুক্মিণীৰ (ভাতুকী আৰু ভাবুলী) বীৰত্ব আৰু সাহসিকতাই অসমীয়া নাৰী সমাজক অনুপ্ৰাণিত কৰি আহিছে। মৰাণসকলৰ এই অভাৱনীয় সফলতা ক্ষণস্থায়ী হ'লেও অসম বুৰঞ্জীত ইয়াৰ ফলশ্ৰুতি আছিল সুদূৰপ্ৰসাৰী। আহোম ৰাজশক্তিয়ে ষড়যন্ত্ৰৰ বলেৰে কেইমাহমান পিছতে সিংহাসন পুনৰুদ্ধাৰ কৰিব পাৰিলে যদিও এই বিদ্ৰোহৰ পিছত তেওঁলোকৰ পূৰ্বৰ গৌৰৱ আৰু পৰাক্ৰম বিশেষকৈ তেওঁলোকৰ শক্তি আৰু সামৰ্থ্যৰ ওপৰত প্ৰজাৰ আস্থা ঘূৰাই আনিবলৈ সমৰ্থ নহ'ল।

লক্ষ্মীসিংহই সিংহাসন পুনৰুদ্ধাৰ কৰাৰ দিনা ৰাতিয়েই আজ্ঞা কৰিছিল - "মৰাণক যেয়ে যতে পাই ধৰি মাৰক, ধৰিও আনক"[৩২] ৰজাৰ এই আজ্ঞা পাই হেজাৰ হেজাৰ মৰাণক সপৰিয়ালে বধ কৰা হ'ল। এই বৰ্বৰ গণহত্যাৰ আজ্ঞাৰ

প্ৰতিবাদত তিনিদিনৰ পিছতে শগুণমূৰীৰ মৰাণ জনগোষ্ঠীৰ গোবিন্দ গাঁওবুঢ়াই বিদ্ৰোহ তুলিছিল - "প্ৰজা ঐ জবৌ ৰোৱা, চেকনী ঐ কোবাই ধৰা" বুলি ধ্বনি তুলি মাটিত চেকনীৰে কোবাই গোবিন্দ গাঁওবুঢ়া আৰু তেওঁৰ সহযোগীসকলে নিষ্পেষিত সকলো প্ৰজাক বিদ্ৰোহত যোগদান দিবলৈ যি আহ্বান জনাইছিল আৰু যি সাহসিকতাৰে যুদ্ধ কৰি প্ৰাণ হেৰুৱাইছিল, সেই কাহিনীয়ে মুক্তিকামী সকলো মানুহৰে চিত্ত আলোড়িত কৰিব পাৰে। গোবিন্দ গাঁওবুঢ়াক অনুসৰণ কৰিছিল লেফেৰা, পৰমানন্দ, ওভোটানুমীয়া, টঙ্গনাৰাম আদি অন্যান্য মৰাণ নেতাই আৰু ঘটনাৰ পৰিক্ৰমাত তেওঁলোক আটায়ে ৰণ কৰি প্ৰাণ হেৰুৱাইছিল। ৰজাঘৰৰ বিদ্ৰোহ দমনৰ অমানুষিক নীতিয়ে মৰাণসকলক বশীভূত কৰক চাৰি দুগুণে বলীয়ান কৰি তুলিছিল। কাৰণ অচিৰেই মৰাণ বিদ্ৰোহে সমগ্ৰ মটক বা মায়ামৰীয়া সম্প্ৰদায়ৰ লোককে ধৰি সকলো ক্ষোভিত প্ৰজাক একগোট কৰি প্ৰৱল গণবিদ্ৰোহৰ জুই জ্বলাই তুলিছিল। লক্ষ্মীসিংহৰ উত্তৰাধিকাৰী গৌৰীনাথ সিংহৰ দিনত (১৭৮০-৯০) বিদ্ৰোহ ইমান ব্যাপক হ'ল যে তেওঁ ৰাজধানী এৰি গুৱাহাটীত আশ্ৰয় ল'বলগা হ'ল। বৃটিছৰ সহায় আৰু আধুনিক ৰণ সম্ভাৰ আৰু প্ৰশিক্ষণেৰে সুসজ্জিত এটা নিয়মীয়া সৈন্যবাহিনী আৰু লগতে নিজৰ বুদ্ধিমত্তা আৰু কৌশলেৰে ৰাজমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই (১৭৮৩-১৮১৭) অন্যান্য বিদ্ৰোহীপ্ৰজাক বশীভূত কৰিব পাৰিলে যদিও মৰাণসকলক জিনিবলৈ সমৰ্থ নহ'ল। ফলত ১৮০৫ চনত বুঢ়াগোহাঁই ডাঙৰীয়াই তেওঁলোকৰ দাবী মানি ব্ৰহ্মপুত্ৰ আৰু বুঢ়ীদিহিঙৰ মাজৰ ভূমিখণ্ডত তেওঁলোকৰ স্বতন্ত্ৰৰ অধিকাৰ মানি ল'লে। এই ৰাজ্য মটক ৰাজ্য নামে জনাজাত হ'ল আৰু ইয়াৰ প্ৰথম ৰজা হ'ল বৰুক চুতীয়া বংশৰ সৰ্বানন্দ সিংহ। ইয়াৰ ৰাজধানী আছিল বেংমৰা অৰ্থাৎ বৰ্তমানৰ তিনিচুকীয়া। বৃটিছ চৰকাৰেও প্ৰথমতে মটক ৰাজ্যৰ স্বতন্ত্ৰতা মানি লৈছিল, কিন্তু কেইবছৰমান পিছতে ১৮৪২ চনৰ ডিচেম্বৰ মাহত ঔপনিবেশিক স্বাৰ্থপূৰণৰ অৰ্থে এই ৰাজ্য নিজৰ হস্তগত কৰিলে।

মধ্যযুগীয় অসমৰ অৰ্থনীতিতো মৰাণসকলে এটা বিশিষ্ট ভূমিকা লৈছিল। অসমৰ অন্যান্য জনগোষ্ঠীৰ দৰে তেওঁলোকেও ঝুমখেতি কৰিছিল আৰু এই প্ৰকাৰৰ খেতি কোনো কোনো ভিতৰুৱা অঞ্চলত এতিয়াও চলি আছে। উজনি অসমত শালি খেতিৰ প্ৰচলন প্ৰথমে আহোমসকলেই কৰিছিল। হাবিতলীয়া মাটিক শালি খেতিৰ উপযোগী কৰি তুলিবলৈ অথবা জলাহ, পিতনিক শস্য-শ্যামলা কৰি তুলিবলৈ আহোমসকলৰ নেতৃত্বত মৰাণ বৰাহীসকলে নিজৰ হাড়ভঙা পৰিশ্ৰম

আগবঢ়াই এই অঞ্চলৰ স্থায়ী কৃষিভিত্তিক নতুন সমাজখনৰ নতুন অৰ্থনীতিৰ গঠন আৰু বিকাশত বলিষ্ঠ পদক্ষেপ গ্ৰহণ কৰিছিল। আহোম শাসনত অসমৰ অৰ্থনৈতিক, প্ৰশাসনিক আৰু সামৰিক ব্যৱস্থাৰ ভেটি আছিল পাইক বা খেল প্ৰথা। স্বৰ্গদেউ প্ৰতাপ সিংহৰ দিনত মোমাই তামুলী বৰবৰুৱাৰ নেতৃত্বত এই প্ৰথা সুসংগঠিত কৰি প্ৰণয়ন কৰা হৈছিল যদিও ইয়াৰ ভেটি চুকাফা ৰজাদেৱৰ দিনতে মৰাণ বৰাহীসকলক কেন্দ্ৰ কৰিয়েই গঢ়ি তোলাৰ প্ৰক্ৰিয়া আৰম্ভ হৈছিল বুলি ক'ব পাৰি। এই প্ৰথাত ৰাজ্যৰ আন প্ৰজাৰ দৰে মৰাণসকলেও যুদ্ধৰ সময়ত ৰণুৱা আৰু শান্তিৰ সময়ত বনুৱা হিচাপে গাইপতি শালিখেতিৰ উপযোগী দুপুৰা মাটি পোৱাৰ বিনিময়ত ওখ পতিত মাটিক শালিখেতিৰ উপযোগী কৰা, আলি, মথাউৰি আদি বন্ধা, খাল পুখুৰী খন্দা, গড়খাৱৈ, কাৰেং, হাউলি, মঠ মন্দি[illegible]আদি নিৰ্মাণ কৰাত নিজৰ শ্ৰম আগবঢ়াইছিল। মৰাণসকলে কল, কুঁহিয়াৰ, আম, কঠাল বিভিন্ন প্ৰকাৰৰ টেঙা, শাক-পাচলি, মাহ, সৰিয়হ, কপাহ, ধপাত আদিবো খেতি কৰিছিল আৰু ৰাজভঁৰাললৈ এইবোৰ বস্তু যোগান ধৰিছিল। পলু পোহা আৰু তাঁতবোৱা শিল্পত অসমৰ অন্যান্যলোকৰ দৰে মৰাণসকলো আছিল পটু। এড়ী আৰু পাট সূতাৰ উপৰিও তেওঁলোকে মেজাঙ্কৰি নামৰ এবিধ বিশেষ প্ৰকাৰৰ মূল্যবান মুগা সূতা তৈয়াৰ কৰিছিল। আহোম মোগলৰ সংঘৰ্ষৰ অন্তত ১৭ শতিকাৰ শেষৰ ফালৰ পৰা মোগলসকলৰ লগত অসমৰ বাণিজ্যিক লেনদেন হোৱাত এই সূতা ভাৰতৰ বিভিন্ন ঠাইত বিক্ৰী হৈছিল। আনকি কৰমণ্ডল উপকূলেদি অসমৰ মুগা আৰু মেজাঙ্কৰি সূতা ও কাপোৰ ভাৰতৰ বাহিৰলৈও গৈছিল। ১৯ শতিকাৰ আগভাগত এমোন সাধাৰণ মুগা সূতাৰ দাম আছিল প্ৰায় ১৭৫ টকা। আনহাতে এমোন মেজাঙ্কৰি সূতাৰ দাম আছিল প্ৰায় ৪৩৭ টকা।

মৰাণসকলে সূতা আৰু কাপোৰত সুন্দৰ ৰং কৰিব জানিছিল আৰু ৰাজভঁৰাললৈ বিভিন্ন ৰঙীন সূতা আৰু কাপোৰ যোগান ধৰিছিল। তদুপৰি তেওঁলোকৰ বসতি অঞ্চলত পোৱা গৈছিল বিভিন্ন প্ৰকাৰৰ মূল্যবান কাঠ, বাঁহ আৰু বেত আৰু লগতে লা আৰু মজাঠি। লা আৰু মজাঠি অসমৰ পৰা বংগদেশলৈ ৰপ্তানি হৈছিল। কাঠ, বাঁহ, বেত আটাইবোৰ শিল্পত মৰাণসকল পাৰ্গত আছিল। মৰাণ-বৰাহীসকলৰ দুটুপীয়া ঘৰৰ চানেকিকে আহোমসকলে গ্ৰহণ কৰিছিল। তেওঁলোকে সুন্দৰকৈ বিভিন্ন প্ৰকাৰৰ জাপি আৰু ঢাবি-পাটি আদি সাজিব জানিছিল আৰু ৰাজভঁৰাললৈ এইবোৰ যোগান ধৰিবৰ অৰ্থে তেওঁলোকৰ মাজত ঢাবি বোৱা, জাপিসজীয়া আদি খেল আছিল।

মধ্যযুগৰ অসমৰ সাংস্কৃতিক আৰু ৰাজনৈতিক বুৰঞ্জীত এনে অগ্ৰণী ভূমিকা লোৱা মৰাণসকল বৃটিছৰ দিনত সকলো দিশতে পিছপৰি ৰ'ল। ইংৰাজী শিক্ষা তথা আধুনিকীকৰণৰ প্ৰতি আজি কেইদশকমান আগলৈকে থকা তেওঁলোকৰ তীব্ৰ অনীহা, অন্ধবিশ্বাস, কানিৰ ব্যাপক প্ৰচলন আৰু ইয়াৰ ফলশ্ৰুতিত গঢ়ি উঠা শ্ৰম বিমুখতা আৰু দাৰিদ্ৰ্য, তেওঁলোকৰ জনজাতীয়সুলভ সংকোচ ভাব, সামাজিক দ্বন্দ্ব আদিয়ে তেওঁলোকৰ প্ৰগতিৰ পথত বলিষ্ঠ অন্তৰায় ৰূপে দেখা দিয়ে। ফলত তেওঁলোক অধিক পিছপৰা শ্ৰেণীৰ অন্তৰ্ভুক্ত হ'বলগা হ'ল। ১৯৮০ চনৰ পৰিসংখ্যামতে তেওঁলোকৰ মাজত শিক্ষিতৰ হাৰ আছিল শতকৰা ৫ জন মাত্ৰ। তেওঁলোক কৃষিজীৱি কিন্তু তেওঁলোকৰ শতকৰা ৮৫ ভাগেই ভূমিহীন। প্ৰশাসনৰ উচ্চ পদৰ কথাই নাই কেৰাণী মহৰি আদি পদতো মৰাণ লোকৰ সংখ্যা নিচেই তাকৰ। আজিলৈকে তেওঁলোকৰ মাজত কোনো ডাক্তৰ, ইঞ্জিনিয়াৰ নাই। এই পৰিস্থিতিত নিজৰ উন্নতিকল্পে চৰকাৰৰ বিশেষ ৰক্ষণাবেক্ষণ বিচাৰি তেওঁলোকে যোৱা কেইবাবছৰ ধৰি চৰকাৰৰ ওচৰত অনুসূচীত জনজাতিৰ মৰ্যাদাৰ দাবী তুলি আহিছে কিন্তু তেওঁলোকৰ এই ন্যায্য দাবী এতিয়াও সফলকাম হোৱা নাই। □

**প্ৰসঙ্গ পুথি :**


(১) Gail, A History of Assam, Reprint, Guwahati 1981, (p) 71

(২) Gordon, "Notes on the Morans", Journal of the Asiatic Society of Bengal, Vol. I, Part I, No. I, pp 36

(৩) Endle, The Kacharies, Reprint, Delhi, 1990, p. 87.

(৪) Grierson, Linguistic Survey of India, Vol I, Part I, Reprint Delhi, 1973, p. 15

(৫) ৰচিত শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱৰ চৰিত্ৰ, চাবুৱা ১৯৩২।

(৬) B.K. Baruah, A Cultural History of Assam, Vol I, Guwahati 1969, p. 7.

(৭) Endle, pp 87-88, 115

(৮) Nath, The Background of Assamese Culture, Reprint, Guwahati 1978.

(৯) "মৰাণ : ঐতিহাসিক পটভূমিত এটি দৃষ্টিপাত", [illegible] সম্পাদিত, 'মৰাণ সংস্কৃতিৰ ৰূপৰেখা, ডুমডুমা, ১৯৮৯ পৃঃ ২

(১০) সদৌ অসম মটক সন্মিলনীৰ সভাপতিৰ অভিভাষণ, তিনিচুকীয়া ১৯৬৮, বেণুধৰ শৰ্মা ৰচনাৱলী সংগ্ৰহ, পৃঃ ৪০৫

(১১) "বুৰঞ্জীত মটক মৰাণ", মণিদীপ, অষ্টম বছৰ, দ্বিতীয় আৰু তৃতীয় সংখ্যা।

(১২) Calcutta, 1876, P. 61-62.

(১৩) উপৰোক্ত ভাষণ

(১৪) উপৰোক্ত প্ৰবন্ধ

(১৫) উপৰোক্ত ভাষণ

(১৬) শ্ৰীকুমাৰ দহোতীয়া, 'মৰাণ, মটক, মায়ামৰা', ডুমডুমা, ১৯৮১। পৃঃ ৩

(১৭) G.C. Baruah, Trans & ed. Ahom Buranji, Calcutta, 1930 pp 37-38

(১৮) বেণুধৰ শৰ্মা উপৰোক্ত প্ৰবন্ধ।

(১৯) ঐ

(২০) শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱৰ চৰিত্ৰ পৃঃ ৪৭-৪৯।

(২১) ৰজনীকান্ত বৰদলৈ, উপৰোক্ত প্ৰবন্ধ।

(২২) মোহন শইকীয়া, "মৰাণ সংস্কৃতিৰ ৰূপৰেখা", নীলাম্বৰ দহোতীয়া সম্পাদিত, পূৰ্বোক্ত গ্ৰন্থ, পৃঃ ৪১-৬৬

(২৩) বীৰেন্দ্ৰ কুমাৰ গোহাঁই, "মৰাণ জনগোষ্ঠী" দিশপুৰ, ১৯৯৫, পৃঃ ৭৭-৮১।

(২৪) হেমপ্ৰভা মৰাণ, মৰাণ মহিলা সমাজৰ কেইটিমান অনুষ্ঠান। নীলাম্বৰ দহোতীয়া সম্পাদিত পূৰ্বোক্ত গ্ৰন্থ। পৃঃ ২৮-৩৫।

(২৫ক) বীৰেন্দ্ৰ কুমাৰ গোহাঁই, পূৰ্বোক্ত গ্ৰন্থ, পৃঃ ৫১-৫৭, মোহন শইকীয়াৰ উপৰোক্ত প্ৰবন্ধ।

(২৫খ) P.C. Gogoi (ed.) Lik Phan Tai, Vol I, Guwahati, 1916, P. 90

(২৬) সূৰ্য কুমাৰ ভূঞা সম্পাদিত দেওধাই অসম বুৰঞ্জী, গুৱাহাটি, ১৯৩২, পৃঃ ১০০।

(২৭) ঐ পৃঃ ১০১

(২৮) হৰকান্ত বৰুৱা সদৰামিন অসম বুৰঞ্জী, গুৱাহাটি, ১৯৬২। পৃঃ ১২-১৩

(২৯) হেমচন্দ্ৰ গোস্বামী সম্পাদিত, পুৰণি অসম বুৰঞ্জী, গুৱাহাটি, ১৯৭৭। পৃঃ ২৫, আহোম বুৰঞ্জী পৃঃ ৩৮-৩৯।

(৩০) সূৰ্য কুমাৰ ভূঞা সম্পাদিত সাতসৰী অসম বুৰঞ্জী, গুৱাহাটি বিশ্ববিদ্যালয়, ১৯৬৪, পৃঃ ৪৭-৪৮, সুশীল কুমাৰ গগৈ, "ইতিহাসৰ যুগমীয়াত্মবিনিত মৰাণসকল", নীলাম্বৰ দহোতীয়া সম্পাদিত, পূৰ্বোক্ত গ্ৰন্থ। পৃঃ ১৭-১৮।

(৩১) মোহন শইকীয়াৰ পূৰ্বোক্ত প্ৰবন্ধ।

(৩২) সূৰ্য কুমাৰ ভূঞা সম্পাদিত টুংখুঙীয়া বুৰঞ্জী, গুৱাহাটি ১৯৬৩। পৃঃ ৭০।

*গৌমাৰ শিখী' সদৌ অসম মৰাণ ছাত্ৰ সন্থাৰ ষষ্ঠ সংখ্যা ১৯৯৯ত প্ৰকাশিত।*

# মৰাণ জনগোষ্ঠীৰ ভৌগলিক অৱস্থান

- ড° ভুবন গঁগে

মৰাণ জনগোষ্ঠী উজনি অসমৰ এক উল্লেখযোগ্য জনগোষ্ঠী। মৰাণক বৰাহি মৰাণ বা মায়ামৰা, মোৱামৰীয়া বা মৰাণ-মটক বা মটক জনগোষ্ঠী বুলিও জনা যায়। মৰাণসকল বৰাহীৰ (বড়ো) লগত সংমিশ্ৰণ হৈ মিলি যোৱাৰ বাবে সিবিলাকৰ ভাষা আদিতে গ্ৰহণ কৰাৰ বাবে বোধহয় তেওঁলোকক বৰাহি মৰাণ বোলা হয়। যদিও অৱশ্যে বৰাহীসকল সুকীয়াকৈ এটা জাতি হিচাপেও আছে। চাৰ এডৱাৰ্ড গেইট চাহাবে অৱশ্যে মৰাণসকলৰ নিজা এটা সুকীয়া ভাষা আছিল বুলি কৈছে যিটো বৰাহীসকলৰ লগত মিলিছিল। (Sir Edward Gait- (1891- Census of India পৃষ্ঠা ১৬০)। মায়ামৰা বা মোৱামৰা সত্ৰৰ শিষ্য হোৱাৰ বাবে এইসকলক মায়ামৰীয়া বা মোৱামৰীয়া বুলিও জনা যায়। সৰহভাগ সমাজ বিজ্ঞানীৰ মতে মৰাণ মানে মটক নহয়। মৰাণ এটা জাতি, কিন্তু মটক হ'ল বহুজাতি অন্তৰ্ভূক্ত এক ধৰ্মীয় সম্প্ৰদায়। য'ত মৰাণসকল সামগ্ৰিকভাৱে অন্তৰ্ভূক্ত আৰু যাৰ সংখ্যাই হ'ল সৰ্বাধিক। এই সম্প্ৰদায়ৰ ভিতৰত মৰাণসকলেই মূল সুঁতি মায়ামৰা সত্ৰৰ শিষ্যত্ব গ্ৰহণ কৰি এক মত বা একে আদৰ্শ গ্ৰহণ কৰাৰ কাৰণে এওঁলোকক মটক বোলা হয়। মটকসকলৰ ভিতৰত মৰাণ, আহোম, চুতীয়া, কছাৰী আদিও আছিল। গতিকে মটকসকল মিশ্ৰিত জাতিগোষ্ঠী। মোৱামৰীয়া বিদ্ৰোহৰ সময়ত আহোম ৰজাৰ বিৰুদ্ধে থিয় দিয়া সকলো মানুহকে ৰজাঘৰীয়াসকলে মটক বুলিছিল। আনহাতে মটক আৰু মৰাণ সমাৰ্থক বুলি মৰাণ গোষ্ঠীৰ লোক বা বহু পণ্ডিতে বিশ্বাস কৰে। তেওঁলোকৰ মতে এটা মটক নৃ-গোষ্ঠী, ই কোনো সম্প্ৰদায় নহয়। ৰায় চাহাব গোলাপ চন্দ্ৰ বৰুৱাই অনুবাদ কৰা টাই ভাষাৰ বুৰঞ্জী "আহোম বুৰঞ্জী" আৰু হৰকান্ত সদৰামিনৰ "অসম বুৰঞ্জী"ত চুকাফাই মৰাণ ৰজা বৰৌচাৰ লগত মিত্ৰতা কৰোতে এই জনগোষ্ঠীটোক মটক বুলিহে উল্লেখ কৰিছিল। তেতিয়াহ'লে মটক শব্দটো তেৰশ শতিকাৰো আগৰ হ'বলাগে। মায়ামৰা সত্ৰ ১৭ শ

শতিকাৰহে। অনিৰুদ্ধদেৱৰ জীৱন ১৫৫৩ খৃঃৰ পৰা ১৫২৬ খৃঃৰ ভিতৰত। তেন্তে এই মৰাণ বা মটকসকল কোন তাক বিচাৰ কৰা হওক।

মৰাণসকল হ'ল অসমৰ আদিম ভূমিপুত্ৰসকলৰ ভিতৰৰে এটা ঠাল। আহোমসকলৰ প্ৰব্ৰজনৰ বহুপূৰ্বে এইসকল ইয়ালৈ আহিছিল। মৰাণসকলৰ উৎপত্তিৰ বিষয়ে পণ্ডিতসকলৰ মাজত কেইবাধৰণৰো মতামত আছে। এটা মতামতৰ মতে মৰাণসকলৰ আদি বাসস্থান ম্যানমাৰৰ চিন্দুইন নদীৰ উচ্চাংশত থকা হুকং উপত্যকাৰ মংকং আছিল (Endle, S. 1975 - The Kacharies, New Delhi পৃষ্ঠা ৮৮) তাত থকা ময়লাং, ময়বান আৰু মৰাণ নামৰ তিনিজন ভাই-ককাইৰ মাজৰ ময়লাং নিজ ঠাইত থাকে, ময়বান নেপাললৈ আৰু মৰাণ অসমলৈ প্ৰব্ৰজন কৰে পাটকাই পৰ্বত পাৰ হৈ। তেওঁ (মৰাণ) শিঙলুগাৰৰ চৰাইদেউৰ ওচৰত বাস কৰে আৰু ৰাজ্য পাতে। তেওঁৰ পৰাই মৰাণসকলৰ উৎপত্তি হয়। মৰাণ এটা চিংফৌ শব্দ বুলি ভবা হয়। যাৰ অৰ্থ বলবান। চিংফৌসকলক কাচিন বুলিও কোৱা হয়। ভাষাতত্ত্ববিদ গিয়েৰচন (Grierson - 1903) ৰ মতে চিংফৌ (কাচিন) জনজাতিসকলৰ পাঁচটা ফৈদৰ এটা অৰ্থাৎ মৰাণসকল পাটকাই পৰ্বত পাৰ হৈ ভাৰতত সোমাই বৰাহীসকলৰ বড়ো ভাষাৰ (তিৰ্বতবৰ্মীয় ভাষাগোষ্ঠী) গ্ৰহণ কৰি তিনিচুকীয়া জিলাৰ টিফুক নদীৰ পাৰত বাস কৰিছিল। মৰাণসকল মধ্যমীয়া উচ্চতাৰ লোক। তেওঁলোকৰ প্ৰায় এক তৃতীয়াংশ লোক চুটি-চাপৰ। তেওঁলোক প্ৰধানতঃ মধ্য মস্তকী (Meso cephalic) আৰু এক তৃতীয়াংশ লোক দীৰ্ঘ মস্তকী (Delichocephalic)। তেওঁলোক মধ্যনাসিকী (Mesorrhine) অৱশ্যে 40% লোক দীৰ্ঘ নাসিকী (Leptorrihne)। AOB তেজ পৰীক্ষা কৰি এই জনগোষ্ঠীৰ তেজ কছাৰী, গাৰো, তিৱাৰ লগত বেছি মিল দেখা যায়। (ভুবন মোহন দাস - মৰাণ ঐতিহাসিক পটভূমিত এটি দৃষ্টিপাত পৃঃ-৩)। বহুতে আদিতে টাই গোষ্ঠীৰ লোক বুলি ভাবিলেও মৰাণসকল বড়ো প্ৰজাতিৰ লোকহে। কছাৰীসকলৰ পিছত এইসকল অসমলৈ প্ৰায় খৃঃপূঃ ২৫০০ত আহিছিল বুলি অনুমান কৰা গৈছে।

অন্য এটা মতৰ মতে মৰাণসকল পূৰ্বৰ ভাটিকালৰ ক'ৰবাত আছিল। অনিৰুদ্ধদেৱৰ জী চৰিত আৰু মায়ামৰাসকলৰ মাজত প্ৰচলিত লোককথা, কাহিনী আদিৰ পৰা এই কথা জনা যায়। মায়ামৰা সত্ৰৰ বংশাৱলীৰ মতে অনিৰুদ্ধদেৱৰ পূৰ্বপুৰুষ শিশবিন্দু আছিল ভগদত্ত বংশৰ ৰজা তথা তেওঁলোকে নেপাল শাসন কৰিছিল। তেওঁৰ নাতিয়েক ৰামবৰ সৌমাৰপীঠলৈ আহি বৰ্তমান লক্ষীমপুৰ অঞ্চলত বসবাস কৰি গোমোস্তা বা ভূঞা হৈছিল। এই ৰামবৰে পৰিনাতিৰ সন্তান

অনিৰুদ্ধদেৱ (১৫৫৩-১৬২৬ খৃঃ)। এই তথ্য বেণুধৰ শৰ্মা, কেদাৰ ব্ৰহ্মচাৰী, ভূদেৱ মুখাৰ্জী, টি.ব্ৰনচন আদি পণ্ডিতসকলে সঁচা বুলি উল্লেখ কৰিছে। নেপালৰ মৌৰাং আৰু ইয়াৰ মৰাণ একে ঠালৰ আৰু মঙ্গোলীয় গোষ্ঠীৰ লোক। কিংবদন্তী আৰু লোককাহিনীৰ মতে অসমৰ 'লাহদৈ' (লাহদৈ ৰাজ্য) নামেৰে সৃষ্টি হোৱাৰ পৰাই এইসকলে ইয়াত সণ্ডালনীকৈ বাস কৰি আহিছে। মায়ামৰা ধৰ্ম্মৰ দীক্ষা লোৱাৰ আগতো মৰাণসকল আছিল। যি সময়ত মায়ামৰা ধৰ্ম নাছিল তেতিয়া এইসকলে চুতীয়াসকলৰ লগত একেলগে শদিয়াৰ কেচাইখাটী, দেওশাল, তাম্ৰেশ্বৰী মন্দিৰ আদি শাক্ত ধৰ্মীয় পীঠত পূজা-পাঠ আগবঢ়াইছিল। পূৰ্বৰ মৌৰাং, মীৰাং, মাইৰা, মৌৰাণ, মোৰাণ আদি শব্দৰ পৰাও মৰাণ শব্দৰ উৎপত্তি হৈছিল বুলি বহু পণ্ডিতে ক'ব খোজে। আহোমসকল অসমলৈ অহাৰ সময়ত এইসকল মৰাণ নামেৰে জনাজাত আছিল যদিও আহোমসকলে তেওঁলোকক মটক বুলিহে মাতিছিল। আহোম, খাম্তি আৰু চিংফৌ ভাষাত মটক শব্দৰ অৰ্থ হ'ল বলবান, ক্ষমতাশালী। সেইসময়ত বদৌচা মৰাণসকলৰ ৰজা আছিল। দেওধাই আহোম বুৰঞ্জীৰ মতে দিল্লী নদীৰ উত্তৰে ১২২৮ চনত মৰাণসকল বসবাস কৰিছিল। চুকাফাই নগা, বৰাহী আৰু মৰাণসকলৰ সৈতে মিত্ৰতা কৰি দিহিঙৰ পাৰে পাৰে গৈ সোঁপাৰত থকা মুংক্লাং চেম্ৰু (বৰ্ত্তমান মাজুলীৰ অভয়াপুৰ - তেতিয়া মাজুলী নাছিল, ব্ৰহ্মপুত্ৰই সুঁতি পৰিৱৰ্তন কৰি ১৭৩৫ চনত বুঢ়ীদিহিঙৰ নামনি খণ্ডইদি বৈছিল আৰু মাজুলী সৃষ্টি হৈছিল।)ত থাকিবলৈ লয়। পিছত বৰাহী ঠাকুমথা আৰু মৰাণ ৰজা বদৌচা চুকাফাৰ বন্ধুৰ দৰে হয় আৰু পাৰিবাৰিক সম্পৰ্কৰে সম্বন্ধ প্ৰতিষ্ঠা কৰিছিল। আজিৰ ঠাই মৰাণকো আগতে অভয়পুৰ বুলিছিল যদিও ইয়াত আহোমে ৰাজধানী পতা নাছিল। মৰাণতো মৰাণসকলে বসবাস কৰিছিল। ওচৰৰে ৰাঙলী ঠাইৰ নাম মোৱামৰীয়া জীয়াৰী ৰাঙলীৰ নামেৰে হৈছিল।

উজনি অসমৰ এই ভূ-খণ্ডত পূৰ্বতে বড়োসকলে বসবাস কৰিছিল। কিংবদন্তী আৰু লোককথাৰ পৰা জনা যায় যে ইয়াত বড়ো ৰাজ্য (চিখলা ৰাজ্য - বিষ্ণু প্ৰসাদ ৰাভা), কুণ্ডিল ৰাজ্য(শদিয়া) , ইয়াৰ পিছতে কছাৰী ৰাজ্য (হালালী ৰাজ্য), তাৰ পিছত ক্ৰমে চুতীয়া আৰু লাহদৈ ৰাজ্য (মৰাণ), আহোম ৰাজ্য আৰু শেষত বৃটিছৰ তললৈ যায়। পবিত্ৰ পানীৰ নদীত বাস কৰা জাতিক বড়ো ভাষাত চুতীয়া বা চুডিয়া বোলে। এটা কথা মন কৰিবলগীয়া যে এই সকলো ৰাজ্য প্ৰতিষ্ঠা হোৱাৰ মাজতেই মৰাণ, বৰাহী আদি জাতিগোষ্ঠীয়ে এই অঞ্চলত স্থায়ীভাৱে বসবাস কৰিছিল। কিংবদন্তীৰ লাহদৈ ৰাজ্য (মৰাণ), কুণ্ডিল ৰাজ্য (বড়ো)

মহাভাৰতৰ জৰাসন্ধ ৰাজ্য ইয়াতে আছিল। আহোমসকলে ইয়াক দিহিংগ বুলিছিল। যোগিনীতন্ত্ৰ, হৰগৌৰী সংবাদ আদিত ইয়াক সৌমাৰখণ্ড বা সৌমাৰপীঠ বুলিছিল। বৃটিছে ইয়াক 'জুনিয়ৰী মোতালক'ৰ তলত জয়পুৰৰ অন্তৰ্ভুক্ত কৰিছিল।

বুৰঞ্জীত মৰাণসকলৰ স্থান আৰু তেওঁলোকৰ বসবাস কৰা অঞ্চল বা প্ৰতিষ্ঠা কৰা ৰাজ্যৰ বিষয়ে কিছু আভাষ পাব পাৰি। আহোমসকল অহাৰ আগতে ইয়াত কোনো বুৰঞ্জী লিখাৰ প্ৰথা নাছিল। বিভিন্ন প্ৰত্যক্ষ আৰু পৰোক্ষ উৎসৰ পৰাহে ঘটনাবিলাকৰ কিছু ধাৰণা কৰিব পাৰি। আহোমসকল অসমলৈ আহোঁতে ১২২৮ খৃঃত দিল্লী নদীৰ উত্তৰত মৰাণ ৰাজ্য আছিল বুলি দেওধাই অসম বুৰঞ্জীত উল্লেখ আছে। পুষ্প গগৈৰ মতে মৰাণ আৰু বৰাহীসকলে বসবাস কৰা অঞ্চলটোত পূবে বুঢ়ীদিহিং আৰু পশ্চিমে দিচাং বুলি উল্লেখ কৰিছে। বৰগোহাঁই[illegible]ংশাৱলীৰ মতে এই ৰাজ্যৰ (বদৌচাৰ) চাৰিসীমা হ'ল পূবে চক্ৰাই নদী, পশ্চিমে ব্ৰহ্মপুত্ৰ, উত্তৰে বুঢ়ীদিহিং আৰু দক্ষিণে দিচাং নদী। ভৌমপাল বা পাল বংশ (৯৯০-১১৩৮ খৃঃ)ৰ সমাপ্তিত ১২ শ শতিকাৰ ৪ৰ্থ আৰু ৫ম দশকৰ পৰা বদৌচাৰ নেতৃত্বত মৰাণসকলে স্বাধীন ৰাজ্য পাতে। আহোমসকলৰ ৰজা চুকাফাই বৰাহী আৰু মৰাণসকলৰ লগত মিতিৰালি পাতি নিজৰ ক্ষমতা বিস্তাৰ কৰে। ১৫২৩ খৃঃত চুতীয়া ৰাজ্যৰ ৰাজধানী শদিয়া আৰু ১৫৩৬ খৃঃত শিৱসাগৰৰ গাতে লাগি থকা পশ্চিমফালৰ কছাৰী ৰাজ্য দখল কৰি আহোমসকলে নিজৰ ক্ষমতা প্ৰতিষ্ঠা কৰি দেশ গঢ়িছিল। কিন্তু ১৮ শ শতিকালৈকে প্ৰায় স্বাধীনমনে থকা মৰাণসকলৰ ওপৰত বিশেষ ক্ষমতা প্ৰতিষ্ঠা কৰা নাছিল। ১৮ শ শতিকাৰ পিছতহে মৰাণসকলৰ ওপৰত গা-খাটি দিয়া, কৰ দিয়া আদি ব্যৱস্থা জাপি দিয়া হৈছিল। এই সময়ছোৱাত মৰাণসকলৰ বহুতে বুঢ়ীদিহিঙৰ উত্তৰলৈ প্ৰব্ৰজন কৰিছিল আৰু যিখিনি থাকিল সেইখিনি আহোমৰ লগত মিলি গৈছিল। মৰাণসকলৰ অঞ্চলটো অৰ্থনৈতিকভাৱে কিছু স্বচ্ছল আছিল। গতিকে আহোম ৰাজ্যৰ কঠোৰ শাসন আৰু শোষণ ব্যৱস্থাৰ পৰা নিস্তাৰ পাবলৈ মুক্ত মৰাণসকলৰ ৰাজ্যলৈ (অঞ্চল) মানুহ প্ৰব্ৰজন ঘটিছিল। গতিকে বুঢ়ীদিহিঙৰ উত্তৰাঞ্চল মৰাণসকলৰ বাসভূমি হৈ থাকিল। অৱশ্যে এই অঞ্চলত আহোম ৰজাৰ খাট-পাম, হাতীশাল আদি আছিল আৰু আহোমসকলকে ধৰি বাকী জাতিবিলাকৰ মানুহো অ'ত-ত'ত বসবাস কৰিছিল। চুকাফাৰ পিছৰ পৰা মোৱামৰীয়া বিদ্ৰোহৰ সময়লৈকে মাজৰ সময়খিনিত মৰাণসকলৰ বিষয়ে বিশেষভাৱে জনা নাযায়। ইম্পেৰিয়েল গেজেটিয়াৰ (Imperial Gazetter)ৰ মতে (১৮৮১ চন) মটক ৰাজ্য ন-দিহিং, ব্ৰহ্মপুত্ৰ আৰু দক্ষিণে দফিলা পৰ্বতলৈকে আছিল। দফিলা পৰ্বত

মানে 'টিৰাপ পৰ্বতমালাকে বুজাইছে। কিন্তু বুঢ়ীদিহিঙৰ উত্তৰৰ অঞ্চলটোৱেই মৰাণসকলৰ অধ্যুষিত অঞ্চল বুলি সকলোৱে মানি লৈছে। আজিকালি অৱশ্যে তিনিচুকীয়া জিলাতহে এইসকলৰ বাসস্থান কেন্দ্ৰীভূত হৈ থকা দেখা যায়। বৃটিছৰ দিনত বুঢ়ীদিহিঙৰ পৰা ডিক নদী আৰু ডিব্ৰুনদীৰ পৰা ডাঙৰী নদীলৈকে দুটা অঞ্চলত মৰাণসকলৰ বাসস্থান ভাগ কৰা হৈছিল। বুঢ়ীদিহিঙৰ উত্তৰ আৰু ডিব্ৰুনদীৰ পৰা ডাঙৰী নদীলৈকে দুটা অঞ্চলত মৰাণসকলৰ বাসস্থানৰ ভাগ কৰা হৈছিল। বুঢ়ীদিহিঙৰ উত্তৰ আৰু ডিব্ৰুনদীৰ দক্ষিণ ভাগক নামনি বা নামভাগৰ ন-খেলীয়া মটক বোলে। এইসকলক চেচাপৰীয়া মটকো বোলে। এইসকল হ'ল মায়ামৰীয়া সম্প্ৰদায়ৰ অথচ বিভিন্ন জাতি-গোষ্ঠীৰ মিশ্ৰিত মটক যদিও বৰাহী, মৰাণসকলেই মূল মটক। এইসকল বাস কৰা ঠাই হ'ল বৰচকৰী, সৰুচকৰী, কচুজান, হোলোংগুৰি, গুইজান, দেৱমালী বা দেওমালী, বাঁথৈজান, মাজুলীগঞা, বিচাকুপি আদি। উৰ্জনিৰ মৰাণসকল অবিশ্ৰিত বা শুদ্ধ মৰাণ অৰ্থাৎ ডিব্ৰু আৰু ডাঙৰী নদীৰ মাজত থকা মৰাণসকলক ওপৰভাগৰ ন-খেলীয়া মটক বা আচল মৰাণ বুলিছিল। ইয়াত শুদ্ধ ৰূপত মৰাণ সমাজ আছিল। আচল মৰাণসকলে ঝুম খেতি কৰিছিল হাবিতলীয়া খলা-বমা মাটিত। মূৰত কলা পাগুৰী, কাণত জাংফাই পিন্ধিছিল। এইসকলৰ সংখ্যা নামনি ফৈদৰ সংখ্যাতকৈ দুইগুণে বেছি আছিল।

১৮ শ শতিকাত দুয়োফৈদৰ মৰাণসকলে আহোম ৰজালৈ পাইক বা পাল সেৱা আগবঢ়োৱাৰ উপৰিও বাঁহৰ ঢাৰি, হাতী, হাতীদাঁত, খৰি, ৰং, মৌ আদি বনজ সম্পদৰ উপৰিও কপাহ, শাক-পাচলি যোগান ধৰিব লাগিছিল। এওঁলোকৰ ৰজা বৰ উদাৰ আছিল। কোনো ৰজাই প্ৰজাক বৰকৈ শাসন নকৰিছিল। সকলোৰে মাজত সমতা আছিল। ঝুম খেতি কৰা মৰাণসকলৰ উদ্বৃত্ত অতি কম আছিল বা নাছিলেই। কিন্তু ১৮ শ শতিকাৰ আগতে কোনো আহোম ৰজাই মৰাণসকলৰ পৰা এনে সেৱা বা সম্পদ লোৱাৰ কথা বুৰঞ্জীত নাই। চুকাফাক বৰ্ডোচা আৰু বৰাহীৰ ৰজা ঠাকুমঠাই আলহীৰ সেৱা অগবঢ়াইছিল আৰু চুকাফাইয়ো বন্ধুত্বৰ হাত আগবঢ়াইছিল। চুকাফাই থাকিথুমাকে ধৰি দুগৰাকী মায়ামৰীয়া জীয়াৰী বিয়া কৰাইছিল। মটকসকলক বাৰীচোৱা, কুকুৰাচোৱা, জৰাধৰা, চাংমাইৰ পদ যাঁচিছিল। বৰাহীৰ বেজে দৰবৰ যোগান ধৰিছিল। মৰাণসকলে তিনিখন খাট পাতি দিছিল আহোম ৰজাক। মৰাণসকলে নাঙলৰ ব্যৱহাৰ আৰু শালিখেতি কৰাৰ কৌশল শিকি লৈছিল। আহোমসকলৰ লগত এওঁলোক মিলি গৈছিল আৰু একেলগে আগবাঢ়িছিল। সংস্কৃতায়নো হৈছিল। বহু

মৰাণক অভিজাত পৰিয়ালত অন্তৰ্ভুক্তও কৰিছিল। এংগেৰা, গচিকলা, ৰজাখাট, টেঙাখাট, ঢেলাখাট আদিত ৰজাঘৰীয়া আৰু ডা-ডাঙৰীয়াৰ খাট-পামত খাটোৱালৰ দায়িত্বও দিছিল। এইদৰে ১৮ শ শতিকালৈ মিলিজুলি আছিল।

আহোম ৰাজ্যৰ শেষ ৰজাসকলৰ নিৰ্বিচাৰ আৰু অন্যায়ৰ মাজেদি হোৱা স্খলিত সম্পৰ্ক আৰু প্ৰজাসাধাৰণৰ দুৰাৱস্থাৰ প্ৰতিবাদ কৰি মোৱামৰীয়া বিদ্ৰোহ হৈছিল। এই যুঁজত আহোমসকল বিপৰ্যাস্ত হৈছিল। চাৰিওফালে বিদ্ৰোহৰ অগনিয়ে আহোম ৰাজশাসন পুৰি আনিছিল। তাৰ মাজতে প্ৰজাসাধাৰণৰ বিভিন্ন গোটে (যাক সেইসময়ত মায়ামৰা বুলি কোৱা হৈছিল) আৰু জনজাতীয় গোষ্ঠীসমূহে নিজাকৈ স্বাধীন ৰাজ্য প্ৰতিষ্ঠা কৰিছিল বা স্বাধীনতা ঘোষণা কৰিছিল। ই মোৱামৰীয়া বিদ্ৰোহ (১৭৬৯-১৮০৬ খৃঃ) প্ৰায় ৩৭ বছৰলৈকে চলিছিল আৰু এই সময়চোৱাৰ ভিতৰতে জন্ম ল'লে বেংমৰা ৰাজ্য ১৭৮৮ খৃঃত সৰ্বানন্দ সিংহ (মেজেৰা)ৰ নেতৃত্বত, জাপৰিভেটা ৰাজ্য ১৭৮৫ খৃঃৰ ওচৰে পাজৰে সময়ত হৰিহৰ তাঁতীৰ নেতৃত্বত, মাজুলী ৰাজ্য ১৭৮৫ খৃঃত হাওহা বা হাওলিয়া (গেইট ১৯০৫ - A History of Assam) আৰু ৰংপুৰ ৰাজ্য ১৭৮৮ খৃঃত হৰিহৰ তাঁতী বা ভৰত সিংহৰ নেতৃত্বত। শদিয়াত খামটিসকলে আৰু মৰাণ ৰাজ্য বেংমৰাত চিংফৌসকলে স্বাধীন ৰাজ্য প্ৰতিষ্ঠা কৰে। এতিয়া মোৱামৰীয়া বিদ্ৰোহীসকলৰ ৰাজ্য কেইখন হ'ল জাপৰিভেটা, মাজুলী, ৰংপুৰ আৰু বেংমৰা। জাপৰিভেটা ৰাজ্যখন হ'ল ব্ৰহ্মপুত্ৰৰ উত্তৰে দিক্ৰং নদীৰ পশ্চিমত অৰুণাচলৰ ডফলা পৰ্বতৰ পৰা ব্ৰহ্মপুত্ৰ বা লুইত নদীলৈকে থকা অঞ্চলটোত। তাত হৰিহৰ তাঁতী নামৰ এজন তাঁতী গোষ্ঠীৰ মানুহৰ নেতৃত্বত প্ৰজাসাধাৰণ, যাৰ মাজত অৰুণাচল পাহাৰৰ ডফলাসকলো আছিল, সংগঠিত হৈ এক মুক্তাঞ্চল ঘোষণা কৰে। জাপৰিভেটা ৰাজ্যৰ ৰাজধানী হ'ল বান্দৰদোৱা (বৰ্ত্তমান অৰুণাচল প্ৰদেশত) । এই অঞ্চল বৰ্ত্তমান হাৰমতি চাহ বাগিছাৰ কাষত দিক্ৰং নদীৰ পশ্চিমত। হৰিহৰৰ ১১ জন পালিনেতা(সেনাপতি) আছিল। সেইসকল হ'ল প্ৰসাদ (পৰ্সাদ), ফোফাই, বিদুৰ, তমাই, কলীয়া, নহং, অভগণ, পৰাণ, পৰশু, সুঠিৰ আৰু হাওহা। ১৭৮৫ খৃঃৰ পৰা ১৭৯৭ খৃঃলৈ শাসন চলে। তেওঁৰ পিছত শগুণী কলীৰ পৰা ৰজা হয়। পিছত পুনৰ সেনাপতি ফোফাইক দমন কৰি আহোমসকলে ৰাজ্য পুনৰ উদ্ধাৰ কৰে। হৰিহৰ তাঁতীয়ে দক্ষিণৰ ফালে আগবাঢ়ি আহি মাজুলী অধিকাৰ কৰি হাওহাক গতাই দি দক্ষিণলৈ আহি ৰংপুৰ অধিকাৰ কৰে। হৰিহৰ তাঁতীয়ে যোগেন্দ্ৰ নাম লৈ ৰংপুৰত ১৭৮৮ খৃঃৰ পৰা ১৭৯১ খৃঃলৈ শাসন কৰে। তেখেতৰ মৃত্যুৰ পিছত

ভৰথি বা ভৰত সিংহক ৰজা পাতে। তেখেত ১৭৯১ খৃঃৰ পৰা ১৯৯৭ চনলৈ শাসন কৰে। তেখেতে বুঢ়ীদিহিঙৰ পশ্চিমৰ পৰা জাঁজীলৈকে অঞ্চলটো শাসন কৰিছিল। ৰংপুৰত ভৰত সিংহই মৰা ১৭৯১, ১৭৯২, ১৭৯৩, ১৭৯৫ আৰু ১৭৯৭ চনৰ মুদ্ৰা পোৱা গৈছে। এই সময়ছোৱাত মাজুলী ৰাজ্যও ৰংপুৰৰ তললৈ অনা হয়। সৰ্বানন্দ সিংহই প্ৰথমতে ৰঙাগড়াত ৰাজধানী পাতে। ৰঙাগড়া তিনিচুকীয়াৰ পৰা প্ৰায় পাঁচ কিলোমিটাৰ দূৰৈত গুইজানৰ কাষত অৱস্থিত। ১৭৯১ চনত বেংমৰালৈ ৰাজধানী তুলি আনে বেংমৰাত ৪০২ নং দাগৰ মাটিত ৰাজধানী গঢ়ে। সেই সময়ত এই ৰাজ্যৰ মাটিকালি আছিল ১৮০০ বৰ্গমাইল। ঘৰ বা পৰিয়াল ১০০০ টা আৰু মুঠ মানুহ ২৫০০০ জন। ইয়ালৈ বিভিন্ন দিশৰ পৰা মানুহ প্ৰব্ৰজন ঘটি শেষত (১৮০৫ চনৰ শেষত) এক লাখ (কোনো কোনোৰ মতে ৯৬০০০ জন) মান হৈছিলগৈ। ১৮০২ চনত সৰ্বানন্দ সিংহৰ মৃত্যু হয়। সৰ্বানন্দ সিংহই মৰা মুদ্ৰা ১৭৯৪ আৰু ১৭৯৫ চনৰ পোৱা গৈছে। ভৰত সিংহই নিজকে ভগদত্তৰ বংশধৰ বুলি আৰু সৰ্বানন্দই আহোমৰ দৰে স্বৰ্গদেউ বুলি মুদ্ৰাত লিপিবদ্ধ কৰিছে। সৰ্বানন্দ সিংহৰ পিছত পুত্ৰ মতিবৰ ৰজা হয় আৰু আহোম ৰজাৰ লগত চুক্তি কৰি তেওঁক স্বতন্ত্ৰীয়াকৈ থাকিব পৰা ৰজা কৰে আৰু মতিবৰেও হাতীৰ লগতে পাটসূতা আদি দিবলৈ সন্মতি জনায়। মতিবৰৰ দিনত মানৰ আক্ৰমণ হয় যদিও বিচক্ষণ ৰাজনীতিৰে মতিবৰে দেশখন ধ্বংস নোহোৱাকৈ বচাই ৰাখে। মতিবৰৰ পিছত মাজু গোহাঁই বৰ সেনাপতি হয়। এইদৰে নিজৰ মাজতে মনোমালিন্য আৰু প্ৰতিঘাটৰ মাজত ১৮৪২ চনৰ নবেম্বৰ মাহলৈকে ৰাজ্য টিকি আছিল আৰু তাৰপিচত বৃটিছৰ অধীন হয়।

মায়ামৰা সত্ৰৰ নাম মোৱামৰীয়া বিলৰ কাষত স্থাপন কৰাৰ বাবে দিয়া হয়। এতিয়া থকা সত্ৰবিলাক হৈছে পুৰণি ভাটি, গড়পাৰা, দিনজয়, মদাৰখাত আৰু টিপুক। দিনজয় সত্ৰৰ শাখা হ'ল বিষ্ণু বালিকুঞ্জি। টিপুক সত্ৰৰ শাখাবোৰ হ'ল - ন হোলোং, ডিৰাক, মোলানী, ওবন, বনালী, লাজুম, শিমলুগুৰি, দেবাগুৰি, মায়ামৰা কপাহতলী(ৰৰমেচাই), বেদৱতী(লাংকাচি), খেৰণি (ৰাইদাং) আদি। বৰ্ত্তমানে মুঠ ১৩ খন সত্ৰ আছে।

ডিব্ৰুগড়, তিনিচুকীয়া, লক্ষীমপুৰ, শিৱসাগৰ, অৰুণাচলৰ লোহিত জিলা, দৰং, নগাওঁ আদি জিলাত এইসকল লোক বসবাস কৰি আছে। ❑

*'সৌমাৰ পিথী' সন্দৰ্ভ অসম মৰাণ ছাত্ৰ সন্থাৰ অষ্টম সংখ্যা ২০০৩ত প্ৰকাশিত।*

# Origin of the Names 'Matak' 'Moãmarîyã' and 'Mãyãmãrã' and Their Historical Significance

- Dr. Sristidhar Dutta

The names 'Matak', 'Moãmarîyã' and 'Mãyãmarã' are subjects of wide importance in the history of Assam. Even though they have been drawing attention from the Tai-Ahom, the British and the modern scholars, opinions widely differ since the British days regarding the origin of these words and the people. And this still persists as subjects of controversy in the popular media and learned circles of Assam. It is but natural. For, these very people are known to the readers of the history of Assam as the standard-bearers of the first popular rebellion against the Ahom Government (1769), which had till then an uniterrupted sovereignty for more than five hundred years since their arrival in Assam in 1228 A. D. Even here, on the nature of the rebellion, opinions again widely differ. To some, it was a crusade between the Vaishnavas and the Saktas; to others, it was a rebellion of the non-Ahoms against the Ahoms; and still to a third group, it was an uprising of different power-loving adventurous chiefs against the existing government.

Recently, efforts are being made by a group of scholars to reflect the popular character and economic aspect of this rebellion. In fact it has been termed by some scholars as 'the first socio-political movement in the history of Assam made for the people and by the people".[1] This, of course, forms a subject of separate discussion.[2] All these controversies and widely differed opinions on the terms mentioned above and the nature of the rebellion are but natural for various historical

and other factors, such as, the revolt by these people for dethroning an established regime; publicity given by the regime against these people. who dared to dethrone it,[3] jealousy and competition among the rival *satras* to defame each other;[4] and wide popularity and large following of the Mayamara or Moamara *Satras* that caused heart-burning in others, etc.

As since the British days the terms applied to the people who did this daring job of revolting against the then existing regime of the country have continued to be topics of controversies, an attempt has been made here to find out the historical origin of these words with scientific interpretations based on all available original and secondary sources. Even such findings cannot claim to be final, as further scientific and methodical studies may bring more light on the subject.

The population of the Mataks, according to a census carried through their own organisation, *Sadau Asam Matak Sanmilan* was more than 12 lakhs in the nineteen seventies,[5] which must have crossed 20 lakhs by now. Most of them live in the present Dibrugarh and Tinsukia Districts, which once formed the major part of their autonomous Matak kingodm. The rest live scattered throughout the Brahmaputra Valley mainly in the districts of Sivasagar, Jorhat, Golaghat, Lakhimpur, Dhemaji, Sonitpur, Darrang and Nagaon. Now they are included in the list of the More Other Backward Classes of Assam. They are all disciples of the Satra founded by Sri Sri Aniruddhadeva. Even though the Mataks are all Vaishnavas and followers of the *Satra* founded by Adyamurtti (Primal Image) i.e. Aniruddhadeva and his successors, and the founder of the *Satra* himself had acknowledged his debt and origin to Sankaradeva and Madhavdeva, the propagators of the Neo-Vaishnavite movement in Assam, and to Gopaladeva, his Guru

(preceptor), the followers of this *Satra*, in course of time, developed certain distinct characteristics of their own within the Assamese nationality.

The Mataks are the aboriginal people of Assam and are famous, as has been mentioned, as the authors of the popularly known Moamariya Rebellion of the history of Assam. The Morans are a predominant section of the Matak people, who played the most dominant role in the Moamariya Rebellion. They, along with the Barahis, were the first tribes whom Sukapha had to encounter in his march to the Brahmaputra Valley to establish the Ahom kingdom. Sukapha won over the Matak-Moran by a policy of coercion and conciliation. The service of these people was of great help in the subsequent expansion and consolidation of the Ahom power in Assam.

There is a great difference of opinion regarding the origin of the word 'Matak' and its actual interpretation. The term is also confused with those of 'Morān' and 'Māyāmāriyā' or 'Moāmariyā' and often used in an identical sense with them. According to one group of scholars, the actual spelling of the term is not 'Matak' but 'Matek' (Mat- principle or opinion or creed, Ek-one), meaning a people of one opinion, principle, determination or creed. This interpretation of the origin of the word 'Matek' which was later corrupted into 'Matak', as alleged, has been given in the *Māyāmarā Satrar Vamsāvalī* ' which states that this name was first given to them by the Ahom monarch Susenpha alias Pratap Singha (1603-41) after testing the unflinching obedience of the Matak disciples to their *Guru*.[7] Rajanikanta Bordoloi, a well-known Assamese scholar, supports this contention given by the *Vamsāvalī*, and further states that at a later period, the term 'Matek' was corrupted into 'Matak' in an insulting and derogatory sense.[8]

This story does not appear to be tenable as it has not been mentioned in any other contemporary historical sources. Even then. there would have been no difficulty in accepting the contention, if there did not occur the term 'Matak' in certain , old *burañjīs* (chronicles) preceding the reign of Pratap Singha. Further, scholars like Padmeswar Gogoi has refuted the

contention of the *Vamsāvalī* by asserting that the combination of the words Mat and Ek should have been 'Matoik' and not 'Matek' as mentioned in the Vamsāvalī.[9]

The *buranjīs*, while giving a picture of the political conditions of the eastern part of the Brahamputra Valley at the time of the advent of the Ahoms, a group of Tai-Shans from Upper Burma under the leadership of Sukapha in the early part of the 13th century (1228 A D.) refer to the Mataks as a tribe ruling within Buri-Dihing river in the north, Disang river in the south, Suffry river in the east and the Brahmaputra in the west.[10] According to several Tai-Ahom and Assamese chornicles, like those of the *Bānhghariyā Burdhāgohainr Buranjī*, which is included in the *Deodhāi Asam Buranjī*, and *Asam Buranjī* from *Khunlung-Khunlāi* to *Arjun Dihingiyā Rājā* (1675-1677) incorporated in the *Sātsarī Asam Buranjī*,[12] the Ahoms named the people they met according to their physical traits or nature. In the Ahom language Ma means powerful (scholar) and Tak means weighed or tested i.e. a tested powerful man,[13] Sukapha, the founder of the Ahom kingdom in Assam, had to face strong resistance from a section of the Morans, whom he ultimately overcame by applying a two-fold policy of coercion and conciliation. After their subjugation, one of the Morāns named Mimun displayed great courage in defeating the Nagas for Sukapha.

There are, therefore, reasons to believe. that impressed by the courage of the Morans, Sukapha and his followers might have named them as 'Matak.' Later Assamese chomicles like those of Kasinath Tamuli Phukan[14] and Harakanta Sarma Baruahs[15] have clearly mentioned that the Mataks referred to in connection with Sukapha's encounter with the local tribes, were the Morans.

Incidentally the word 'Matak' had a similar meaning among the Singphos and the Khamtis also. Following this, certain British officers and historians like Robinson pointed out that the term 'Matak' was coined by the Khamtis, Later on, this view found mention in the *Imperial Gazetteer of India*, which states that the Mataks used to inhabit the district of Lakhimpur, which included at that time the present districts of Dibrugarh and Tinisukia as

well, and that they were so called by the Singphos because they were found to be strong in contradiction of the *Mullong* or weak people,[17] of the Ahom kingdom. Maniram Dewan also, writing in the early part of the 19th century, accepted this interpretation regarding the origin of the word 'Matak', coined according to him by the Khamtis and meaning 'a man with a robust and vigorous physique' [18], which the Morans did actually possess.

From these accounts it appears that the boundary line between the words 'Matak' and 'Moran' is very thin and these words are used synonymously to denote the same people. This contention has been supported by Sri Malbhog Barua also.[19] Anyhow, this appears to be a historical fact that these people synonymously called 'Matak' and 'Moran' were very aboriginal inhabitants of Assam. They were known to the neighbouring Khamtis and Singphos as so because of their physical and other traits. They find mention and recognition in Ahom chronicles also because of these traits as in Tai language too the word 'Matak' incidentally means 'tested powerful man'.

It has been confirmed by late Golap Chandra Barua, the noted Tai-Ahom linguist that the word 'Matak' was found in several *burañjīs* written in that language dealing with events from the time of Sukapha till the end of the 15th century.[20] This has further been confirmed by another Tai language expert Aimya Kheng Gohain.[21] The Ahom *Burañjī* records that while Sukapha was in Tipam one Matak supplied him brinjal and helped him in his military expedition against the Nagas. The family of that man was named Lăn-Măkhru.[22] In Ahom language Lan means grandson and Makhru means brinjal i.e. grandson of brinjal supplier. The *Ahom Burañjī* also speaks of one Mimun Matak who came to offer tributes to Sukapha and expressed his willingness to remain with him[23]. According to this *Burañjī*, the Mataks descended from the Phukhao family (a family originated from seeds grown)[24]. This source also gives a list of the tribes or people of the Brahmaputra valley at the time of Sukapha's advent in Assam, as follows - (1) Chutiya, (2) Kachari, (3) Matak, (4) Barahi, (5) Naga, (6) Kamateswar[25]. In Ahom language, the Chutiyas were called Teura and the Kacharis Tumisha.

According to A. K. Gohain. Tumisha included the Morans also, whose king was called Badaucha[26]. The Kacharis called themselves Bodofisa, meaning, children of Bodo. Because of the similarity of the names Badaucha and Bodofisa, the author of the Ahom Buranji possibly classed the Morans with the Kacharis. But a clear distinction is made between the Marans and the Mataks as separate communities in the Ahom Buranji when it gives an account of the events of the Moamariya rebellion.[27] This implies even at the time of Sukapha, the Morans and the Mataks formed two seperate communities.

The Census Report of Assam for 1881, [28] however has mentioned 'Matak' as an old division of Upper Assam, which is supported by Hunter also.[29] The census report of Assam for 1891, on the other hand, has mentioned like this 'the term Matak is applied to the people residing in the tract of country formerly ruled by Bor Senapati, and has no refference to any particular caste or tribe.' [30] But this is a wrong contention which is being disccused at a later stage.

Rajmohan Nath gives a different interpretation to the origin of the term 'Matak'. According to him it originated from the term 'Mahtak', meaning the head or the upper part of the country, inhabited by the Moria sect of the Austrics, who after their assimilation with the Bodo tribes came to be known as Morans.[31] This has not been corrobororated by any other source.

According to S.K Bhuyan, the word 'Matak' by which the Morans and loosely the Moamariyas, are known, is also applied to robust and sturdy man lacking in refinement and not easily amenable to reason.[32] Gunabhiram Barua in his *Assam Buranji* uses the term 'Matak' while referring to Sukapha's confrontation with the tribes. [33] According to S. Rajkumar the Moamariyas are called 'Mataks': for they fought as one man against the Ahom monarch and finally occupied the thorne. [34]

But it has already been shown that these people were already there in the eastern part of the Brahmaputra Valley in the 13th century itself. It is interesting to note how the term 'Matak' originally applied to a particular tribe, in course of time came to

be used to denote tribes and also members of the caste-Hindus like the Brahmins, Kayasthas and Kalitas who were disciples of Aniruddhadeva. This was possible through the process of Aryanisation of the different tribes dwelling in the eastern part of Assam through the Vaishnava reformers. The Moran-Mataks were the first tribes in eastern Assam to be converted to Vaishnavism by Aniruddhadeva, the founder of the Mayamara Satra and his successors. Certain patterns of behaviour and laws of discipline were set for them by the great reformer. The task was however, not easy. Vaishnavism had to make large scale compromises with them by adopting a policy of 'give and take'. It may also be noted that the new creed brought for them not merely a new ideology, but also a new way of life, which had a great impact on their tribal economy. Ploughing was introduced, certain crafts and industries were taught and community feeling, which already existed in their tribal life, was given further impetus for development.

All these activities had encouraged the neighbouring tribes like the Barahis, the Kacharis and the Chutiyas to accept the new creed. These new converts as they conformed to the rules and disciplines already set in for the Mataks, were not distingushed from them by separate appellation. In the process, they also prefferd to introduce themselves as 'Mataks' or they were also called so by others. As a result, the term 'Matak' was no longer confined to the Matak-Moran people alone, but was extended to include the other tribal members as well. Padmeswar Gogoi found that even the Ahoms, who became disciples of the Mayamora *Satra*, had identified themselves with the Mataks and preffered to be called Matak to Ahom.[35] In course of time attracted by the scholarly qualities of Anniruddhadeva and the liberal democratic nature of the Satra, some Brahman, Kalita and other people also became disciples of the Satra and they too came to be identified as Mataks. A geographical division in Upper Assam divided into Upper and Lower Matak chiefly inhabitated by the Moamariyas or the Morans.[43] These Officers were under the impression that these people were so called mainly because they inhbited the territory called the Matak

Rajya. But we have already shown that it was not the territory but the people who named it as such.

Later during the British rule, when the spirit of communalism grew strong in the country as a whole under the patronage of the British Government, a tendency developed among the members of the Matak community also to introduce themselves through their seperate identities. It was therefore begining with the announcement of the communal award in August 1932 that the Mataks also started introducing themselves through their seperate identities, such as Kalita-Matak, Moran-Matak, Ahom-Matak etc. Anyhow the term Matak got wide publicity in the process of political development of the period, when they organised a society, in 1937 under the nomenclature *Matak-Moran Sanmilan,* later on known simply as *Matak Sanmilan*. Subsequently, however, the Morans defected from the *Sanmilan* and formed their own organisation called the *Moran Sabha* in 1965, thinking perhaps that if they identified themselves with the rest of the members of the Mataks which included some non-tribal higher castes also, their demand to get consideration as a Scheduled tribe by the National Government would be weakened.

As the terms 'Matak' and 'Moāmarīyā' or 'Māyāmarīyā' are used in an identical sense as because all the members of the Mataks are also desciples of the Māyāmarā *Satra*, the origin of the word 'Moāmarā' or 'Māyāmarā' deserves discussion here. According to the *Adhikārs* of the Māyāmarā *Satras*, the actual term is not 'Moāmarā' but 'Māyāmarā'. The *Māyāmarā Satrar Vamsāvalī*, contends; that the appellation , *'Māyāmarā'* was given to their original *Guru* Aniruddhadeva by the Ahom king Sukampha Khora Raja (1552-1603) being impressed by former mastery over 'maya' or magic by which he could -create a cobra out of an empty pitcher and then make it vanish by touching the side of it. From this Incident, Anirddhadeva's Satra came to be known as 'Māyāmarā'.[44] Professor Maheswar Neog rightly concludes that it was a *bhakatīyā byākhyā* or interpretation of devotees to ascribe supernatural power to the founder of the *Satra*.[45] According to Utsavananda Goswami an *ex-Adhikār* of the

*Puranimāti Māyāmarā Satra*, the *Satra* Was so named by the Ahom king Susengpha alias Pratap Singha or Buddhiswarga Narayan (1603-1641 ) as he found the *Guru* and the disciples of the Māyāmarā; *Satra* above *māyā* or pleasure and not easily overpowered by 'Wordly temptation.[46] These accounts appear to be unscientific and not supported by other historical records.

R.M Nath; gives a different -interpretation to the origin of the term '*Mayamara*'. He states that "the Moria sect of the Austrics, who were originally known as, the Mei Morias: settled in the north-eastern part of the country which, was later known :as the,head or the 'Mahtak' or Matak country. Later on they mixed up with the , Bodos and other tribes and were known as Morans; while their tribe name "was changed from; Mei-Moria to Maya-Moria or Moamaria.[47] But this theory has not been supported, by any, other source, nor is there any evidence, to ascribe Austric, origin to the Morans against their well-founded theory of Bodo origin.

It is seen that in case of many other Satras of Assam they are named after their geographical location, like Kuamara, Banhbari (Dihing), Haladhi Ati, Ahatguri (Ikarajan), Habung, etc. It seems to be, therefore, probable that the *Satra* was called 'Moāmarā' because of its location at one time in the early period of its history on the bank of the *Moāmāri bil* (Moāmāri lake), which abounded in Moa, a kind of small fish. This view was first forwarded by Maniram Dewan. Supporting Dewan's contention, Robinson stated that the people who inhabited the area close to the lake were called 'Moāmarā' and the Satra located therein was also, therefore, called as such.[48] According to Maniram Dewan, Aniruddhadeva founded two *Satras*, one at Moamara and the other at Puranimati near Jorhat.[49] But it has been not mentioned in other sources including the *Vamsāvalī* of the Māyāmarā *Satra*. But there is a tribal area in Upper Majuli which is still known as 'Moāmarā[50], and this evidences the existence of a lake bearing that name in that area at one time. The lake might have dried up or washed away by the Brahmaputra, as Majuli is still the most flood prone area of Assam.

The term 'Māyāmarā' has neither been found in the *Buranjīs*

nor in the *carit-puthis* (biographies of the Vaishnava Saints). Only one official record, a letter dated 8th *Ahāra*, 1724 Saka (July, 1802) written by Kamaleswar Singha (1795-1811) to the then Governor-General Wellesly, used the term 'Māyāmarā'. But then why the term 'Māyāmarā' became more popular than 'Moāmarā'? This was perhaps because the heads of the Māyāmarā *Satras* preferred the term 'Māyāmarā' and gave wide publicity to this term orally and through the published *Vamsāvalī*. Moreover, as there is hardly any difference in the accent of the words 'Moāmarā' and 'Māyāmarā', the gradual corruption and acceptance of the term Moāmarā' to 'Māyāmarā' or vice versa was but natural. But why this preference?

The Māyāmarā *Mahanta* accepted disciples from amongst the so-called 'low-caste' or .depressed classes' of the society and greatly compromised with tribal manners and customs to attract them to Vaishnavism on the path shown by Sankardeva. Thus the Māyāmarā *Satra* (also the Dihing *Satra*) of the *Kāla Samhati* sect did great service to the society by accepting the members of the 'depressed' and 'backward classes' to their fold and placing them on an equal footing with members of the so-called higher castes, a principle and action pleaded by the great personalities of the world like Mahatma Gandhi in the 20th century. Appreciably this was practised by the *Māyāmarā Gurus* before five hundred years in Assam. It has rightly earned appreciation from a renownd historian like S. K. Bhuyan who states thus.[51]

> In other parts of India, the humiliation to which these unfortunates were subjected, drove them to the bosom of other religions ; in Assam the liberal policy of the Kala Samhati (Mayamara and Dihing being the most leading ones) endowed them with a sense of self-respect and individual value.

Unfortunately instead of earning appreciation, this work of the Māyāmarā *Satra* was looked down by many other rival *Satras* and the term 'Moāmarā' began to be used in a derogatory sense. Haliram Dhekial Phukan[52] and Maniram Dewan[53] state that because of this reason, other *Satras* did not keep any relation with the Moāmarā *Satra*. Gait, taking a cue from this, mentions that the term 'Moāmarīyā' was a nickname given to the original disciples of

Aniruddhadeva, who lived near the Moāmari lake and used to catch and eat a kind of fish called Moa.[54] Gait's opinion has been echoed in the Census Report of 1881 which states that 'The Assamese of the lower districts regarded the *Gosain* and his mad ley following with some contempt, which they expressed by the term Moāmarīyā, or catchers of the Moā fish in allusion to the fishing carried on by his Dom (fisherman) disciples in the lake on whose bank the *Gosain* had seat.[55] *imperial Gazetteer* also writes in the same vein.[56] Endle, while enlisting the sub-tribes of the Kacharis, mentions 'Moamara - roi' as the 'Moa-fish folk', because the dwellers lived near the Moamari *bil*.[57] He, however, does not mention that the term was used in a derogatory sense.

Perhaps because of the factor mentioned above the Moāmarā *Mahantas* preferred to designate their *Satras* as Māyāmarā and repeatedly emphasised that the actual name of their *Satra* was not 'Moāmarā' but 'Māyāmarā'. Here one fails to understand why the action of catching and eating Moā fish has been accepted as a derogratory work for the generally fish-eating Vaishnavas of Assam.

This resentment amongst the Māyāmarā *Mahantas* was also occasioned by an interpretation given in the *Hemkosh*, the earliest Assamese dictionary compiled by late Hemchandra Barua, that the term denotes cruelty. The dictionary states that the Moāmarīyās or Morāns are an aboriginal people of Assam, who had accepted Hinduism. They rose in to rebellion in the reigns of Lakhmi Singha and Gaurinath Singha and cruelly massacred many people to take revenge on the insults heaped upon their *Mahanta* by Queen Phuleswari (which, however, was not a fact). Hence the terms 'Matak', 'Moāmarīyā' or 'Morān' mean very cruel people. 'A race in Upper Assam said to be cruel, hence cruel.[57] in other words, accoding to this dictionary, the meaning of these terms is cruel. When this came to be known, there was wide resentment not only among the Mataks, but also among the Ahoms, who by the term, as mentioned earlier, mean a tested powerful person'. In the annual conference of the *All Assam Ahom Sabha* held at Bhojo in 1946, the members even adopted a resolution demanding correction of the interpretation given in the dictionary, which was honoured.

Neither the *Burañjî* nor the British records nor most of scholars in the field are consistent in using the terms 'Morān-Matak', 'Moāmarîyā' or 'Māyāmarîyā'. The *Ahom Burañjî* for example, uses all the three terms 'Matak', 'Moran' and 'Moamariya' including a new term Moamariya Matak[59] term. As mentioned earlier the first two terms 'Matak' and 'Moran' are used in the Ahom Buranji, to denote the tribes 'Matak' and 'Moran' and the third term to designate the disciples and the Mahanta of the Mayamara or Moamara Satras. The term also denotes the rebels, who took arms against the Ahom Government.

The *Deodhai Assam Buranji*[60] uses the term 'Moran' only, whereas the chronicles incorporated in the *Satsari Asam Buranji*[61] refer to the terms Matak and Moran in an identical sense. The *Tungkhungiya Buranji*[62], on the other hand, uses the term 'Moran' to denote the rebels and the term 'Moamariya' to refer to the Mahanta of the *Satra*. The term 'Matak' finds reference here only once while narrating the alliance of the Mataks with the Singphos. Two metrical chronicles *Belimarar Buranji* and *Kalibharat Buranji* written by Dutiram Hazarika and Bisheswar Vaidyadhip respectively (published under the nomenclature Asamar Padya Buranji have used all the three terms synonomously.[63] Maniram Dewan uses the term 'Moran' to denote a tribe already mentioned and the term 'Matak' to denote the rebels against the Ahom Government, who were also desciples of the Moamara *Satra*.[64] Haliram Dhekial Phukan uses the term 'Moran' to mean a section of the indigenous inhabitants with whom Sukapha bad intermarried, and who towards the close of the Ahom rule organised a rebellion against it and created a crisis for the Ahom monarchy. He uses the term Moamara for the Satra only.[65]

Most of the modern scholars including S. K. Bhuyan use the terms 'Mayamariya' or 'Moamariya' and 'Matak' in an identical sense. P. N. Gohain Barua means by the term 'Matak' a tribe who were one of the aboriginal inhabitants of Assam.[66] Hiteswar Barbarua, however, refuses to accept the terms 'Mayamara' and 'Mayamariya' to denote the Satra and its , disciples respectively. According to him these terms did not find any reference in any source of the period. But it has already been mentioned that an

৭৫.৯ লৈকে দীঘলমূৰীয়া, ৭৬.০০ ৰ পৰা ৮০.৯ৰ ভিতৰত হ'লে মজলীয়া আৰু তাতকৈ বেছি হ'লে বহলমূৰীয়া বুলি ধৰা হয়। এই ক্ষেত্ৰটো পূৰ্বোক্ত ২৬ টা জনগোষ্ঠীৰ মাজত তুলনামূলক অধ্যয়ণ চলোৱা হৈছিল যদিও তালিকা ১ ৰ দৰে ৬ টা জনগোষ্ঠীৰ মাজৰ আনুপাতিক হিচাবহে তালিকা ২ ত দিয়া হ'ল।

তালিকা ২

| জনসমষ্টি | মূৰৰ আনুপাতিক সূচনা | মূৰৰ প্ৰকাৰ % | | |
|---|---|---|---|---|
| | | দীঘলমূৰীয়া | মজলীয়া | বহল মূৰীয়া |
| ব্ৰাহ্মণ | ৭৮.৫২ | ৯.৯ | ৫৫.৬ | ৩৪.৫ |
| কলিতা | ৭৮.৫২ | ২২.৪ | ৪৯.৭ | ২৭.৯ |
| কায়স্থ | ৭৭.৫৯ | ৩১.৬ | ৫২.৭ | ১৫.৮ |
| বড়ো | ৭৬.৭৪ | ৪৪.৪ | ৪৬.০ | ২.০ |
| মৰাণ | ৭৭.৭৬ | ৩৩.০ | ৫১.০ | ৪৩.৪ |
| আহোম | ৮১.১৭ | ১১.০ | ৩১.০ | ৫৮.৮ |

মুখমণ্ডল : সম্পূৰ্ণ মুখখনৰ দীঘ জুখিলৈ তাক ১০০ ৰে পূৰণ কৰি, মুখখনৰ বহলৰ জোখেৰে ভাগ কৰিলে মুখন আনুপাতিক সূচনা পাব পাৰি। সেই অনুযায়ী সংখ্যাটো ডাঙৰ হ'লে দীঘল মুখীয়া, সৰু হ'লে মুখ বহল হয়, মাজৰ সংখ্যা হ'লে মজলীয়া মুখমণ্ডলৰ হয়। ব্ৰাহ্মণ, ডিমাছা, মৰাণ, মিছিঙৰ মাজত দীঘলীয়া মুখৰ লোকৰ সংখ্যা অধিক।

নাক : নাকৰ জোখ উলিওৱা হয় নাকৰ প্ৰস্থক ১০০ ৰে পূৰণ কৰি তাক নাকৰ দীঘেৰে ভাগ কৰি। এই অনুসৰি ৬৯.৯ ছেঃমিঃ বোৰ দীঘল নকীয়া, ৭০ৰ পৰা ৮৪.৯ ছেঃমিঃ বোৰ মধ্যমীয়া আৰু ৮৫ৰ ওপৰৰ বোৰ চেপেটা নকীয়া।

তালিকা ৩

| জনসমষ্টি | নাকৰ আনুপাতিক সূচনা | নাসিকা প্ৰকাৰ % | | |
|---|---|---|---|---|
| | | দীৰ্ঘ | মধ্য | বহল |
| ব্ৰাহ্মন | ৬৯.৪৮ | ৫৯.৯ | ৫৫.৬ | ২.৩ |
| কলিতা | ৭০.৮৩ | ৪৪.২ | ৫১.৯ | ৩.৯ |
| কায়স্থ | ৭০.০২ | ৫০.৯ | ৪৫.৬ | ৩.৫ |
| বড়ো | ৭৬.৯৯ | ১৮.০ | ৬৮.০ | ১৪.০ |
| মৰাণ | ৭০.৬২ | ৪৪.০ | ৫৫.০ | ১.০ |
| আহোম | ৭১.৬৭ | ৩৮.০ | ৬১.০ | ১.০ |

তালিকাত ব্ৰাহ্মণসকল দীঘল নকীয়া, লগে লগে কায়স্থ, মৰাণ, আহোমৰ নাকো মধ্যমীয়া যদিও দীঘল নকীয়া প্ৰৱণতা দেখুৱায়। তালিকা উল্লেখ নথকা কাৰ্বি, তিৱা জনগোষ্ঠীৰ মাজত বহল নাকৰ সংখ্যা বেছি।

গাৰ বৰণ আৰু চুলি : চুলি আৰু গাৰ বৰণ, মানুহৰ এই দুটা জৈৱিক চৰিত্ৰই প্ৰথমে চকুত পৰে আৰু নৃতত্ত্বৰ অধ্যয়নত এই দুটা চৰিত্ৰকো গুৰুত্ব দিয়া হয়। গাৰ বৰণ অনুযায়ী মানুহক শ্বেতাংগ, কৃষ্ণাংগ, পীতবৰ্ণ এই তিনিটা ভাগত ভাগ কৰা হৈছে। সেইদৰে চুলিৰ আকৃতি অনুযায়ী উলকেশী, ঢৌ খেলোৱা চুলি, ঋজুকেশী - এই তিনিটা ভাগত ভগোৱা হৈছে। সাধাৰণতে মঙ্গোলীয়সকলৰ চুলি ঋজুকেশী, ককেচীয়সকলৰ ঢৌ খেলোৱা আৰু নেগ্ৰিটোসকলৰ উলৰ দৰে হয়।

চকু : চকুৰ মণিৰ ৰং নীলা নে ক'লা নে উঁহা (ধোঁৱা বৰণীয়া) তাৰ ওপৰত ভিত্তি কৰিয়ো জনসমষ্টিক শ্ৰেণী বিভাজন কৰা হৈছে। সাধাৰণতে ককেছীয়সকলৰ চকু নীলা, মঙ্গোলীয়ৰ ক'লা, নেগ্ৰিটোৰ ধোঁৱা বৰণৰ। নেত্ৰ বিবৰৰ ভিত্তিতো জনসমষ্টিক ভাগ কৰা হৈছে। চকুৰ বাহিৰ আৰু ভিতৰৰ কোণক নেত্ৰ বিবৰ বোলা হয়। দুইটা কোণ এটা সমতলত থাকিলে চকুৰ ৰেখা পোন বুলি ধৰা যায়। মঙ্গোলীয়সকলৰ চকু হেলনীয়া, নেত্ৰকোণ ঠেক।

চৰকাৰে অনুসূচীকৰণ কৰা বা নকৰা, অসমৰ সৰহভাগ জনজাতিয়েই মঙ্গোলীয় প্ৰজাতিৰ। সেয়ে, জনজাতি বুলি কোৱাৰ লগে লগে মঙ্গোলীয়সকলে বহন কৰা জৈৱিক লক্ষণবোৰ মনলৈ আহে। এইটো কাৰণতে সম্ভৱতঃ "ঘটনাটোৰ পৰা পলাই যোৱা যুৱক দুজন জনজাতীয় চেহেৰাৰ আছিল", "মৃতদেহটো কোনো ট্ৰাইবেল লোকৰ বুলি ধাৰণা কৰা হৈছে।" ইত্যাদি ধৰণে সংবাদ মাধ্যমবোৰে বাতৰি পৰিবেশন কৰা দেখা যায়।

হাতৰ আঙুলিৰ ছাপ, হাতৰ তলুৱাৰ ৰেখা অধ্যয়ন কৰিও জনসমষ্টিসমূহক চিনাক্ত কৰিব পাৰি। হাতৰ তলুৱাত থকা প্ৰধান তিনিডাল ৰেখাক লৈ হস্তৰেখা প্ৰকাৰক তিনিটা ভাগত ভাগ কৰিব পাৰি। তিনিওডাল ৰেখা এটা গুৰিত আৰম্ভ হ'লে SRBC, , দুটা ভিন্ন গুৰিৰ পৰা আৰম্ভ হ'লে DRBC, তিনিটাৰ পৰা হ'লে TRBC । মৰাণসকলৰ হস্তৰেখাৰ প্ৰকাৰ কেনে তাৰ গৱেষণাও ১৯৮৮ ত হৈ গৈছে ।

কাণমাকৰি : শুকান আৰু লেকেটীয়া কাণৰ এই দুইপ্ৰকাৰৰ কাণমাকৰিক লৈও জনসমষ্টিসমূহক চিনাক্ত কৰিব পাৰি। মঙ্গোলীয় প্ৰজাতিৰ কাণমাকৰি শুকান, ককেছীয়ৰ সেমেকা। অসমৰ ১৩ টা জনগোষ্ঠীক লৈ কাণমাকৰিৰ সন্দৰ্ভত গৱেষণা

কৰা হৈছিল। এই গৱেষণাত মৰাণসকলৰ ঠাইত মটকসকলৰ গৱেষণা কৰা হৈছিল। এইখিনিতে এটা কথা উনুকিয়াব পাৰি যে প্ৰয়াত পৰাগ কুমাৰ দাসে "স্বাধীনতাৰ প্ৰস্তাৱ" নামৰ গ্ৰন্থখনত, অসমৰ মানুহৰ সৈতে ভাৰতৰ মানুহৰ মূলগত পাৰ্থক্য উল্লেখ কৰিবলৈ যাওঁতে অসমৰ সংখ্যাধিক্য মানুহৰ শুকান কণমাকৰিৰ কথা উল্লেখ কৰিছিল।

ওপৰত উল্লেখিত লক্ষণবোৰৰ উপৰিও এটা জনসমষ্টি মূলতঃ কোন প্ৰজাতিৰ তাক উলিয়াবলৈ মানুহৰ মাজত থকা আনুবংশিক চৰিত্ৰ কিছুমানৰ সহায় লোৱা হয়। মানুহৰ দেহত থকা ৰক্তৰ বিশ্লেষণ কৰি প্ৰজাতীয় লক্ষণ নিৰ্দ্ধাৰণ কৰিব পাৰি। উদাহৰণ স্বৰূপে ABO ৰক্ত সমিষ্টি, MN ৰক্তপ্ৰকাৰ, RH ৰক্তঘটক, হিমগ্লবিনৰ উপস্থিতি আদি। এই ৰক্তজিনবোৰৰ আনুবংশিক চৰিত্ৰ জনা আছে বাবে ৰক্তজিনৰ আপেক্ষিক সংখ্যাৰ দ্বাৰা প্ৰজাতিৰ মাজত তুলনামূলক আলোচনা কৰিব পৰা যায়।

**ABO ৰক্তগোট :** অসমৰ জনগোষ্ঠীসমূহত ABO ৰক্তগোট নিৰ্দ্ধাৰণ কৰাৰ বাবে পৰীক্ষা কৰা হৈছিল। জনসমষ্টিবোৰৰ O, A আৰু B জিনৰ বাৰংবাৰতাৰ ক্ৰম অনুসৰি দুটা প্ৰকাৰত সজাব পাৰি, যেনে O>A>B আৰু O<A<B । পৰীক্ষাত দেখা গ'ল যে ককেছীয় প্ৰজাতিৰ ব্ৰাহ্মণ, কলিতা, কায়স্থ, কেওঁট, বৈশ্য, কৈৱৰ্ত আদিৰ প্ৰকাৰ O>A>B । গাৰো, বড়োকছাৰী, ডিমাছা, মৰাণ, মৰাণ, আহোমৰ O>A>B । আনহাতে সোণোৱাল, কছাৰীৰ, দেউৰী, চুটীয়া, মিছিং, খাছিয়াৰ O>A>B প্ৰকাৰৰ।

**Rh ৰক্তঘটক :** ৰক্তঘটকৰ লগত সংলগ্ন হৈ থকা জিনবোৰৰ আধাৰত Rh Positive আৰু Rh Negative দুটা ভাগত ভগাই ইয়াৰ শতকৰা হাৰ লৈ জনসমষ্টিসমূহ পৰীক্ষা কৰি যোৱাৰ পাচত মংগোলীয় প্ৰজাতিৰ মানুহৰ মাজত Rh Negative লোকৰ সংখ্যা অতি কম (শতকৰা ০.৫ ৰ পৰা ১.৫) পোৱা গ'ল। আনহাতে, ককেচীয়সকলৰ মাজত শতকৰা ১৫ ভাগ পোৱা গ'ল।

**হিম'গ্লবিন :** ৰক্তত থকা আন এটা জিন হ'ল হিম'গ্লবিন। HbA বুলিলে স্বাভাৱিক হিম'গ্লবিন বুজায়। HbS, HbC, HbE আদি স্বাভাৱিক হিম'গ্লবিনৰ ভিন্ন ৰূপ। সাধাৰণতে, এটা নিৰ্দিষ্ট চৰিত্ৰহে বংশানুক্ৰমে আহে যদিও কেতিয়াবা হঠাতে ইয়াৰ পৰিবৰ্তন ঘটি বেলেগ এটা চৰিত্ৰ দেখুৱায়। এনে পৰিবৰ্তনেই হৈছে জীৱ বিজ্ঞানৰ ভাষাত উৎপৰিবৰ্তন। হিম'গ্লবিনৰ ভিন্ন ৰূপ এনে উৎপৰিবৰ্তনৰ ফলত হয়। এটা জনসমষ্টিৰ লগত আন এটা জনসমষ্টিৰ আনুবংশিক সম্পৰ্কৰ বাবে এনে উৎপৰিবৰ্তন ঘটে। জনসমষ্টিসমূহে এঠাইৰ পৰা আনঠাইলৈ প্ৰব্ৰজিত হওঁতে এনে

আনুবংশিক সম্পৰ্কবোৰ ঘটিছিল। আনুবংশিক সম্পৰ্ক প্ৰব্ৰজন আদিৰ বিষয়ে দেহত হিমগ্লবিন প্ৰকাৰৰ অধ্যয়ন কৰিলে জানিব পৰা হয়। উদাহৰণ স্বৰূপে, অসমৰ তিব্বত-বৰ্মীভাষী লোকসকল, খচীয়া আদি অষ্ট্ৰিকসকল আৰু দক্ষিণপূৱ এছিয়াৰ অষ্ট্ৰ এছিয়াটিক ভাষাগোষ্ঠীৰ মঙ্গোলীয়সকলৰ মাজত HGE জিনৰ প্ৰাধান্য দেখা যায়। ১৯৭১ খৃঃত খাছীয়া আৰু আহোমৰ ৰক্ত পৰীক্ষা কৰাৰ পাছত HGF ৰ প্ৰাবল্য দেখা গ'ল। কিন্তু আহোমৰ অৰ্থাৎ টাইসকলৰ আদি বাসস্থান দক্ষিণ-পশ্চিম চীনত বাস কৰা টাইসকলৰ মাজত HBE ৰক্ত জিনটো দেখা নগ'ল। আকৌ টাই আহোমসকলৰ পূৰ্বপুৰুষ শ্বানসকলৰ দেহত HBE দেখা গ'ল। ইয়াৰ পৰা এইটোৱেই অনুমান কৰিব পাৰি যে দক্ষিণ-পশ্চিম চীনৰ পৰা প্ৰব্ৰজিত হোৱা টাইসকল ম্যানমাৰৰ অষ্ট্ৰ-এচিয়াটিক ভাষাগোষ্ঠীৰ লোকসকলৰ লগত সংমিশ্ৰিত হৈছিল। বিহাৰ, উত্তৰ-প্ৰদেশৰ লোকসকলৰ দেহত থকা HBS ঘটক উক্ত ঠাইসমূহৰ পৰা অসমলৈ প্ৰব্ৰজিত হোৱা চাহ জনগোষ্ঠীসমূহৰ দেহতো থকাৰ প্ৰমাণ পোৱা গৈছে।

ব্ৰাহ্মণ, কলিতা, কৈৱৰ্ত্ত, যোগী, হীৰা, কুমাৰ, শ্বেখ, মৰীয়া আদি আঠটা ককেছীয় প্ৰজাতি আৰু আহোম, দেউৰী, চুতীয়া, মিচিং আৰু মৰাণ এই পাঁচটা মঙ্গোলীয় প্ৰজাতিৰ লোকসকলক লৈ ১৯৮৮ চনত ড০ ভুৱনমোহন দাস, এইচ. ৱালটাৰ, পি.পি. দাস, ৰেণুকা দাস আদি কেইগৰাকীমান নৃতত্ত্ববিদে দেহৰ আন্তৰিক লক্ষণ, ৰক্তগোট, স্বাদ ক্ষমতাৰ জিন, হাতৰ অঙুলিৰ ৰেখা আদিৰ তুলনামূলক অধ্যয়ন কৰিছিল। এই অধ্যয়নে কুমাৰ, যোগী, হীৰা, পৰস্পৰ ওচৰ চাপি থকা দেখা গ'ল। মিচিং, দেউৰী, মৰাণৰ সৈতে ব্ৰাহ্মণ-কলিতাৰ স্পষ্ট পাৰ্থক্য দেখা যায়। মধ্যস্থানত অসমীয়া মুছলমান, শ্বেখ, মৰীয়াসকল আছে আৰু ব্ৰাহ্মণ কলিতাৰ সৈতে ওচৰ চপা প্ৰাণী হিচাপে মানুহৰ বিশ্লেষণ কৰাৰ উপৰিও মানুহে সৃষ্টি কৰা সামাজিক গোটসমূহ আৰু ইয়াৰ সংস্কৃতি বিষয় সামৰি লোৱাৰ হিচাপে নৃতত্ত্ব বিষয়টোৰ পৰিধি বৰ বিশাল। নৃ-তত্ত্বই মানুহৰ সামগ্ৰিকভাৱে সকলো বিষয়কে সামৰি লয়। বিজ্ঞানৰ আন কোনো শাখাই নৃ-তত্ত্বৰ দৰে সমাজক, মানুহক সামগ্ৰিকভাৱে সকলো দিশ সামৰিবলৈ সক্ষম নহয়। এইক্ষেত্ৰত নৃ-বিজ্ঞান বা নৃ-তত্ত্ব চৰ্চাৰ গুৰুত্ব অপৰিসীম। দুখৰ বিষয় নৃ-তত্ত্বক বিষয় হিচাপে লৈ অধ্যয়ন কৰা ছাত্ৰ-ছাত্ৰীৰ সংখ্যাও মৰাণ সমাজত নাই। ছাত্ৰ-ছাত্ৰীয়ে বিষয়টোৰ প্ৰতি আগ্ৰহ প্ৰকাশ কৰিলে জনগোষ্ঠীটোৰ বিকাশৰ ক্ষেত্ৰত সহায়ক হ'ব তাত সন্দেহ নাই।

নৃ-বিজ্ঞানে যোগান ধৰা গৱেষণালব্ধ তথ্য জনগোষ্ঠীসমূহৰ উন্নতিৰ বাবে আঁচনি প্ৰস্তুত কৰোঁতে প্ৰয়োজন হয়। যিকোনো আঁচনিৰ সফল ৰূপায়ন যিসকলৰ

বাবে আঁচনি লোৱা হৈছে, সেইসকলৰ সক্ৰিয় অংশগ্ৰহণ সহযোগিতাৰ ওপৰত নিৰ্ভৰ কৰে। বহু সময়ত জনগোষ্ঠীসমূহৰ নীতি নিয়ম মানসিকতা আদি সাংস্কৃতিক দিশবোৰৰ সৈতে খাপখোৱা আঁচনি প্ৰস্তুত কৰা নহয়, যিবোৰত জনগোষ্ঠীসমূহে অংশলবলৈ টান পায়। সেয়েহে অৰ্থনৈতিক আঁচনি প্ৰস্তুত কৰোঁতে সাংস্কৃতিক দিশটো অধ্যয়ন কৰাটোও অতি প্ৰয়োজন হৈ পৰে। এটা সৰু উদাহৰণ দিয়া হওক, কানি খোলা বহুৱাৰ পৰা সামাজিক পৰিবেশ, সুবিধাজনক ঠাইৰ (জুইশালখন, টেঙাবাৰী, চাহবাৰীত থকা আচুটীয়া ঘৰবোৰ) সুবিধা থকা অঞ্চলৰ কানি খোৱা লোকক কানি এৰুৱাবলৈ এতিয়াও টান হৈ আছে। কানি নিবাৰণত লাগি থকাসকলে এই সামাজিক সাংস্কৃতিক পৰিবেশটো অধ্যয়ন কৰি পৰিবেশটো সলনি কৰাৰ প্ৰচেষ্টাও আন আন প্ৰচেষ্টাৰ লগতে কৰিব লাগিব।

কোনো কোনো জনগোষ্ঠীৰ মাজত কিছুমান ৰোগৰ প্ৰাদুৰ্ভাব বেছিকৈ হয়, কিছুমানৰ মাজত কিছুমান ৰোগ একেবাৰে নহয়েই। ৰক্তত থকা জিনৰ ৰোগ প্ৰতিৰোধৰ ক্ষমতা থকা নথকাৰ ওপৰতেই এইটো নিৰ্ভৰ কৰে। মৰাণসকলৰ মাজত ৰক্তহীনতা ৰোগত ভোগা ৰোগীৰ সংখ্যা নগন্য, কিন্তু কিছুমান জনগোষ্ঠীৰ মাজত এইটো ব্যাপক হৈ পৰিছে। নৃ বিজ্ঞানীসকলৰ বাবে এইটো এটা গবেষণাৰ বিষয় হ'ব পাৰে। এই গবেষণাৰ ফচল জনগোষ্ঠীটোৰ স্বাস্থ্যৰক্ষাৰ ক্ষেত্ৰত নিশ্চয় সহায়ক হ'ব। এনেধৰণৰ আৰু অলেখ সুবিধা নৃ-বিজ্ঞানে আমাক দিব পাৰিব। বিষয়টোৰ ক্ষেত্ৰত এই লিখকৰ জ্ঞান অভিজ্ঞতা তেনেই সীমিত। কেৱল জনগোষ্ঠীটোৰ উন্নয়নৰ সুবিধা হোৱাৰ স্বাৰ্থতে নৃ-বিজ্ঞানৰ চমু পৰিচয়, ইয়াৰ গৱেষণাৰ পদ্ধতি, গৱেষণাৰ ফলাফল, উন্নয়ণৰ আঁচনি কিদৰে সহায়ক হ'ব পাৰে এই সম্পৰ্কে চমুলৈ আলোচনা আগবঢ়ালোঁ। জনগোষ্ঠীটোৰ উন্নয়ণৰ চিন্তা কৰাসকলক প্ৰবন্ধটিয়ে দৃষ্টি আকৰ্ষণ কৰিব বুলিয়েই আমাৰ আশা। □

**প্ৰবন্ধটি যুগুত কৰোতে সহায় লোৱা গ্ৰন্থসমূহ :**

১) নৃ-তত্বৰ চমু আভাস - ড° ভূবনমোহন দাস, অসম সাহিত্য সভা।
২) অসমীয়া মানুহৰ নৃ-বৈজ্ঞানিক পৰিচয় - ড° ভূবনমোহন দাস, অসম বিজ্ঞান সমিতি।
৩) অসমীয়া ভাষা আৰু সংস্কৃতি - ড° বিৰিঞ্চি কুমাৰ বৰুৱা।
৪) The Background of Assamese Culture - Raj Mohan Nath.
৫) The People of Assam - Prof. B.M. Das.
৬) Kirata-Jana-Kirti - Prof Suniti Kr. Chatterjee.

*অসম মৰাণ সভাৰ মুখপত্ৰ 'হান্দুক' তৃতীয় সংখ্যাৰ পৰা সংগৃহীত।*

# অনিৰুদ্ধদেৱৰ সাহিত্য প্ৰতিভা

- ড° বীৰেন্দ্ৰ কুমাৰ গোহাঁই

শংকৰোত্তৰ কালৰ বৈষ্ণৱ কবিসকলৰ ভিতৰত শ্ৰেষ্ঠ কবি হ'ল মহাপুৰুষ শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱ (১৪৭৫ - ১৫৪৮ শক)। তেওঁ মায়ামৰা বৈষ্ণৱ ধৰ্মৰ প্ৰতিষ্ঠাপক আৰু আদ্যেশ্বৰ ৰূপে মায়ামৰা সমাজত চিৰনমস্য হৈ আছে। মায়ামৰাৰ ১৬ তম গুৰু চিদানন্দদেৱে (১৭৭০ - ১৮০২ শক) লিখা চৰিত পুথি, অসম বুৰঞ্জীত থকা উদ্ধৃতিসমূহ আৰু গোপালদেৱৰ চৰিত পুথিৰ বাহিৰে অনিৰুদ্ধৰেৰ বিষয়ে বিস্তৰ তথ্যপাতি সুলভ নহয়। মহাপুৰুষ মাধৱদেৱৰ ভনিতা দি লিখা 'আদি চৰিত' নামৰ পুথিখনিত অৱশ্যে অনিৰুদ্ধদেৱৰ বিৰুদ্ধে বিস্তৰকৈ লিখিছে কিন্তু উক্ত পুথিখনি আক্ৰোশমূলক জাল পুথি বুলি ৰজনীকান্ত বৰদলৈ, সূৰ্যকান্ত ভূঞা, ডিম্বেশ্বৰ নেওগ, মহেশ্বৰ নেওগ আদি পণ্ডিতসকলে দৃঢ়মত প্ৰকাশ কৰিছে আৰু এই 'আদি চৰিত' যে মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱ বিৰচিত নহয় সেই সত্য স্পষ্টভাৱে ব্যক্ত কৰিছে।

মায়ামৰা গোসাঁইসকলৰ বংশাৱলী অৰ্থাৎ চৰিতপুথিত অনিৰুদ্ধদেৱৰ আৰু তেওঁৰ বংশধৰসকলৰ বিষয়ে বিস্তৰ তথ্যপাতি সন্নিবিষ্ট হৈ আছে।

ভজন, নমস্কাৰ, শৰণ, গুৰু নিৰ্ণয়, নাম মহিমা, ঈশ্বৰ নিৰ্ণয়, উপদেশ, আত্মনিন্দা, কৰ্মযোগ ভকতি, জ্ঞানযোগ ভকতি, ভক্তদ্বেষীক নিন্দা, ভাগৱত প্ৰশংসা, সৎসঙ্গ প্ৰশংসা, পৰমাৰ্থ সাৰ আদি ভাগত ৰচিত 'ভক্তি মঙ্গল ঘোষা' হ'ল অনিৰুদ্ধদেৱৰ সৰ্বোত্তম ৰচনা। এই 'ভক্তিমঙ্গল ঘোষা'ক সাধাৰণতে মায়ামৰা সমাজে 'ভাগৱত' বুলি কয়। এই 'ভক্তিমঙ্গল ঘোষা'ত আঠশ পাঁচজনা ঘোষা আছে। নামঘোষাত প্ৰায় এহেজাৰ ঘোষা আছে কাৰণে ডিম্বেশ্বৰ নেওগে ভক্তিমঙ্গলতো একে সংখ্যক ঘোষা থাকিব লাগিছিল বুলি কৰা অনুমান সত্য নহয়।

ভক্তিমঙ্গল ঘোষাখনিয়ে মায়ামৰা বৈষ্ণৱ ধৰ্মৰ মূল ভেটি নিৰ্মাণ কৰিছে। এই ঘোষাখনিত তেওঁই অকপটে বহুতো সংস্কৃত শ্লোকৰ উদ্ধৃতি আৰু বিশ্লেষণ কৰিছে।

ঘোষাৰ মূল আধাৰ যে শ্ৰীমদ্‌ভাগৱত, ব্ৰহ্মাণ্ডপুৰাণ, পদ্মপুৰাণ, প্ৰবোধচন্দ্ৰোদয়, বিষ্ণুপুৰী ভাষ্য, মুণ্ডকোপনিষদ, শ্ৰীধৰীটীকা, বৈষ্ণৱানন্দ লহৰি, চানক্য শতক আদি সেই কথা ইয়াৰ পৰাই প্ৰতীয়মান হয়। এইয়া মহাপুৰুষজনাৰ মহানুভৱতা। অৱশ্যে তেওঁৰ মৌলিক সংখ্যাও তাকৰ নহয়। ছবি, দুলড়ি, লেছাড়ি, পদ, ঘোষা আৰু ছন্দত ৰচিত এই ভক্তিমঙ্গল ঘোষা শাস্ত্ৰখনি অতুলনীয় কাব্য প্ৰতিভা আৰু গভীৰ উপলব্ধিৰ পৰিচায়ক। এই শাস্ত্ৰখনি বৰ্তমান ছপা ৰূপত প্ৰকাশ পাই অসমীয়া অনুসন্ধিৎসু পঢ়ুৱৈ সমাজৰ বহুদিনীয়া হেঁপাহ পূৰণ কৰিছে। কিয়নো এই ঘোষাখনি মায়ামৰা সমাজৰ মাজত ইমান দিনে নিভৃতে আৰু গুপ্তভাৱে আছিল, আনকি এই সমাজৰ শৰণ নোলোৱা লোকসকলৰো স্পৰ্শৰ বাহিৰত আছিল।

অনিৰুদ্ধদেৱে যে সংস্কৃত ভাষাত বিদগ্ধ পণ্ডিত আছিল এই শাস্ত্ৰখনিয়েই তাৰ স্পষ্ট প্ৰমাণ। মূল সংস্কৃত শ্লোকৰ পাণ্ডিত্যপূৰ্ণ আৰু কাব্যিক অনুবাদ বহুতো আছে, তলত তাৰে উদ্ধৃতি দিয়া হ'ল :

১) মূকং কৰোতি বাচালং
পঙ্গুং লঙ্ঘয়তে গিৰিম্।
যৎ কৃপা তমহং বন্দে
পৰমানন্দ মাধৱম্ ॥ (শ্ৰীধৰ স্বামীৰ টীকা ভাগৱত)

অনুবাদ : ছবি - যাৰ কৃপা পায়া মূকো পৰম বাচাল হোৱে
পঙ্গুৱা চৰয় পৰ্বতত ।
হেনয় পৰমানন্দ কৃষ্ণৰ চৰণে নমো
সদা মনে হুয়া অৱনত॥ ২

২) শ্লোক : শৈলে শৈলে ন মানিক্যং মৌক্তিকং ন গজে গজে ।
সাধৱো নহি সৰ্বত্ৰ চন্দনো ন বনে বনে ॥ (চানক্য নীতি)

অনুবাদ : সবে পৰ্বতৰ পৰা মানিক নোপজে যেন
সব বনে নুহিকে চন্দন ।
গজ হস্তী বিনে যেন মুক্তামণি জাত নোহে
সব লোক নোহে সাধুজন। ১

৩) শ্লোক : ব্ৰহ্মহা পিতৃহা গোঘ্নো মাতৃহা চাৰ্যহা যেৱান ।
শ্বাদঃ পুক্কশো বা পি শুদ্ধ্যেৰন্ যস্য কীৰ্ত্তনাৎ ॥
(সং ভক্তি ৰত্নাৱলী ৫/৩৬)

অনুবাদ : ব্ৰহ্মবধ পিতৃ বধৰত গোবধাদি কৰি পাপ যত
মাতৃবধ গুৰুবধ যিটো জনে কৰে।
সদ্যে কুকুৰক পাঁচি খাৰে অধম চাণ্ডাল সমুদায়ে
হৰি নাম লৈয়া সিয়ো তেতিক্ষণে তৰে।। ২৪

শ্লোক : অহোবত শ্বপচোহতো গৰীয়ান্
যজ্জিহ্বাগ্রে বর্ত্ততে নাম তুভ্যম্ ।
তেপুস্তপস্তে জহুবুঃ সস্নুৰাৰ্য্যা
ব্ৰহ্মানুচুর্নাম গৃনন্তি যেতে ॥ (ভক্তি ৰত্নাৱলী ৫/৩৭)

অনুবাদ : ছবি -
ইসি আতি বৰ আচৰিত কুকুৰকো খায়ে যিটো নিত
চাণ্ডাল দেহত দেৱাদিত শ্ৰেষ্ঠ হয়।
যাৰ জিহ্বাগ্রত তযু নাম প্ৰবৰ্ত্তিল যেবে অবিশ্রাম
সেহিসে পণ্ডিত পবিত্র ধৰ্মত বয় ॥ ২৫

শ্লোক : স্তেনঃ সুৰাপো মিত্ৰধ্রুগ ব্ৰহ্মহা গুৰুতল্পগঃ।
স্ত্রীৰাজপিতৃগো হন্তা যে পাতকিনোহপৰে ॥
সৰ্বেষাম্ প্যঘৱতামিদমেৱ সুনিষ্কৃতম্ ।
নাম ব্যাহৰনং বিষ্ণোৰ্যতস্তদ্বিষয়া মতিঃ ॥
(ভক্তি ৰত্নাৱলী ৫/১৫,১৬)

অনুবাদ :
ব্রাহ্মণৰ স্বৰ্ণহৰী যিটো সুৰাপান মিত্ৰ দ্রোহকাৰী
ব্ৰহ্মবধ তিৰী ৰাজ বধ যিটো কৰে ।
পিতৃবধ গোবধ কৰে গুৰুৰ শয্যাক যিটো হৰে
হৰি নাম লৈয়া সিয়ো তৎকালে তৰে ॥ ২৬

শ্লোক : মুখে মন্দহাসং নখেন্দু প্ৰকাশম্ । (শংকৰাচাৰ্য্য স্তোত্ৰ)

অনুবাদ : মুখে মন্দ হাঁসি নুগুচয় নখ ইন্দু সম প্ৰকাশয়
কৰে চাৰু চক্ৰ প্ৰকাশ কৰয় যাৰ,
সুৰেশ সৱৰ বন্দ্য দেৱ ভুজঙ্গ শয্যাত থাকে সদা
হৰি বিনে দেৱ নমানো নমানো আৰ ॥ ৩০

শ্লোক : গুণঃগ্রাহকা সাধৱঃ। গুণত্যাগী দোষ গ্ৰাহ্যং চালনশ্চ নৰাধমঃ।
(নীতি শ্লোক)

অনুবাদ ঃ কুলাৰ সদৃশ সাধু নৰে চাউল গ্ৰাহ্য কৰি তুষ এৰে
গুণগ্ৰাহী সৱে দোষত নকৰে ৰতি।
চালনি সদৃশ দুষ্ট সৱে চাউল ব্বাঝ কৰি তুষ লৱে
দোষত ৰময় গুণত নকৰি মতি ॥ ৭৩

শ্লোক ঃ হৰাহৃকৃত্য বিশ্বাসা নৰাকে চিত্ত নৰোত্তম্ঃ
তদ্যুক্তেন গৃহ্নুতি হৰেৰপি যশোহ মলং ॥ (ব্ৰহ্মাণ্ড পুৰাণ)

অনুবাদ ঃ হৰিত শৰণ লৈয়া বিশ্বাস নকৰে যিটো
নৰোত্তম নুহি কদাচিত ।
হৰিৰো নিৰ্মল যশ তাৰ মুখে শুনে যদি
তথাপিতো শুদ্ধ নোহে চিত ॥ ৭৪

শ্লোক ঃ পাপদেশে কৃতং পাপং পুণ্যদেশে বিনশ্যতি ।
পুণ্যদেশে কৃতং পাপং বজ্ৰলেপো ভৱিষ্যাতি ॥ (বৰাহ পুৰাণ)

অনুবাদ ঃ যদি পাপ দেশে সিঝে পাপ পুণ্যভূমি গৈলে নষ্ট হয়
পুণ্যভূমি পায়ো যদি পাপ আচৰয ।
সিটো নষ্ট যাইবে হেন যান ব্ৰহ্মাণ্ডতো আন নাহিকয়
মহাজন সবে জানিবা আক নিশ্চয় ॥ ৮৭

শ্লোক ঃ অগাধ জলমাত্ৰেন নজাত গৰ্ববোহিতঃ।
গণ্ডুষ জলমাত্ৰেন শফৰী ফৰ্ফৰায়তে ॥ (নীতি শ্লোক)

অনুবাদ ঃ ছবি- ৰোহিতাদি মীন যত অগাধ জলত বঞ্চে
সৰ্ব্বজ্ঞণে নকৰে সঞ্চাৰ ।
গণ্ডুষ জলত থাকি শফৰি পাৰয় দেও
ওফৰিয়া পৰে বাৰম্বাৰ ॥ ৪৩৪
পৰম ভকত সৱে ৰসত ডুবিয়া থাকে
কাকো কিছু নোবোলে বচন ।
পুঠিৰ সদৃশ দুষ্টে ধৰ্মৰ নুহিকে পাত্ৰ
আসম্বাক নিন্দে সৰ্বক্ষণ ॥ ৪৩৫

শ্লোক ঃ দিব্যং চূৰ্ত ৰসং পীত্বা ন জাত গৰ্ব কোকিলঃ ।
পীত্বা কৰ্দ্দমপানীয়ং ভেকো মক্মকায়তে ॥ (নীতি শ্লোক)

অনুবাদ ঃ দিব্য আম্ৰ ৰস পিয়া কোকিলে নকৰে গৰ্ব
সদায়ে শীতল ৰাব কাঢ়ে ।

উচ্ছিষ্ট গর্তৰ জল কৰ্দ্দন কৰিয়া পান
বেঙে মকমকাই আগবাঢ়ে ॥ ৪৩৬
সেইমতে কোকিলৰ সদৃশ ভকত সৰ
হৰিগুণ গায়া তুষ্টে থাকে ।
তথাপি দুৰ্জন সৰ ভেকৰ সদৃশ সিটো
দোষ পাই ফুৰে তাসম্বাকে ॥ ৪৩৭

শ্লোক : শ্বপাকমিৰ প্ৰেক্ষ্যেত লোকে বিপ্ৰম বৈষ্ণম্।
বৈষ্ণৱঃ বৰ্ণবাহ্যোহপি পুনাতি ভুৱনত্ৰয়ম্ ॥ (পদ্মপুৰাণ)

অনুবাদ : কুকুৰকো খাৱে যদি চাণ্ডালকো শ্ৰেষ্ঠ দেখো
অবৈষ্ণৱ বিপ্ৰত কৰিয়া।
সমস্ত বৰ্ণৰ বাহ্য হোৱাহু ভকত যদি
শ্ৰয়ে তিনিভুৱন তাৰিয়া॥ ৪৩৭

শ্লোক : ন ভজন্তি কুমনীষিণাং স ইজ্যাং
হৰিৰ ধনাত্মধন প্ৰিয়ো ৰসজ্ঞ।
শ্ৰুধতন কুল কৰ্ম্মাণাং মদৈৰ্যে
বিদধতি পাপম কিঞ্চনেষু সৎসুঃ ।

অনুবাদ : নিকিঞ্চিন ভকতেসে ধন কৰি লৈছে যাক
সিটো গুণ জানা নাৰায়ণ।
সুত ধন কুল গৰ্বে হেনয় ভকতক নিন্দে
তাৰ পূজা নকৰে গ্ৰহণ॥ ৪৩৯

শ্লোক : শ্ৰিয়া বিভূত্যাভিজনেন বিদ্যয়া ত্যাগেন ৰূপেন বলেন কৰ্মনা।
জাতস্ময়েনান্ধধিয়ং সহেশ্বৰান সতোহৱমন্যন্তি হৰিপ্ৰিয়ান খলাঃ।

অনুবাদ : শ্ৰীয়ে বিভূতি কুলে বিদ্যা দান ৰূপ বলে
কৰ্ম গৰ্বে অন্ধ হোৱে আতি ।
ভকতীয়া বুলি যাৰ ওকতি ভকত নিন্দে
ঈশ্বৰ সহিতে দিনে ৰাতি ॥ ৪৪০

শ্লোক : অসূৰ্য্যা নাম তে লোকা অন্ধেন তমসাবৃতাঃ ।
তাংস্তে প্ৰেত্যাভিগচ্ছন্তি যে কে চাত্মহনোজনাঃ॥
(ঈশোপনিষদ)

অনুবাদ ঃ সূৰ্য্যহীন পথ যিটো ঘোৰ নৰকৰ দ্বাৰ
অন্ধকাৰ তমে আৱৰয় ।
ভক্তক নিন্দিয়া সিটো সেই পথে চলি যাই
আনো আত্মঘাতীৰ নিলয়।। ৪৪২

শ্লোক ঃ হিত্বা হত্যায়াসৰচিতা গৃহাপত্য সুহৃচ্ছ্ৰিয় ।
তমো বিশন্ত্যনিচ্ছন্তো বাসুদেৱপৰাঙ্ মুখাঃ ।।

অনুবাদ ঃ অনেক আয়স কৰি ঘৰবাৰী ৰচিলেক
ভাৰ্য্যা পুত্ৰ সুহৃদ সহিতে।
মনে নতু এৰোতেই নৰ্কক নিয়য়ে দূতে
যাতো হৰি নভজিলে চিত্তে ।। ৪৪৩

এনেদৰে নামঘোষাৰ দৰেই 'ভক্তিমঙ্গল ঘোষা'ৰো প্ৰায় দুই পঞ্চমাংশ ঘোষাই মূল সংস্কৃত শ্লোকৰ অনুবাদ। নামঘোষা যেনেকৈ মহাপুৰুষীয়া ধৰ্মৰ ধৰ্মীয় আৰু দাৰ্শনিক দিশৰ মুখ্য প্ৰকৰণ গ্ৰন্থ; তেনেদৰেই ভক্তি মঙ্গল ঘোষাও এক শৰণ নাম ধৰ্মৰ মায়ামৰা সংস্কৰণৰ ধৰ্মীয় আৰু দাৰ্শনিক ভেটি। মূল মহাপুৰুষীয়া ধৰ্মৰ ধৰ্মতত্ত্ব প্ৰকাশ গ্ৰন্থৰূপেও এই গ্ৰন্থৰ স্থান অতি উচ্চ। ভক্তি মঙ্গল ঘোষা শাস্ত্ৰত অনেক উপমা আছে, যিকোনো ক্ষেত্ৰতে অতুলনীয়। শংকৰোত্তৰ যুগৰ শ্ৰেষ্ঠ কবি অনিৰুদ্ধদেৱক যৰ্থাথতেই উপমা-শ্ৰেষ্ঠ বুলি ক'ব লাগিব। তলত তাৰে কেইটামান দৃষ্টান্ত দিয়া হ'ল ঃ

১) যতেক প্ৰাণীৰ খোজ আছে মানে হৰি হৰি হৰি হৰি এ ...
হস্তীৰ খোজত সবে লীন হুয়া যাবে।
সেহিমতে চৰাচৰ বিশ্ব য'ত হৰি হৰি হৰি হৰি এ ...
ঈশ্বৰ কৃষ্ণত প্ৰবেশয় সমুদায়ে ।। ৩১

যেহেন মৃত্তিকা ঘটা সঁৰা চক হৰি হৰি হৰি হৰি এ ...
নাম মাত্ৰ ভিন্ন মাটি মাত্ৰ স্বৰূপত ।
সেহিমতে ইটো হৰি মাত্ৰ সত্য হৰি হৰি হৰি হৰি এ ...
তাত বিনে মিছা নাম ৰূপ আছে যত ।। ৩৩
যেহেন মৎস্যৰ জলেসে জীৱন হৰি হৰি হৰি হৰি এ ...
জল বিনে যেন জীৱন নাহিকে তাৰ।

সেইমতে ইটো শৰীৰী সৱৰ হৰি হৰি হৰি হৰি এ
হৰিসে জীৱন জানা আকে সাৰেসাৰ ॥ ৩৫

## ছবি

২) চাৰি বেদ পঢ়ি যদি হৰিত ভকতি এৰি
বেদৰ বহয় মাত্ৰ ভাৰ।
চন্দন বস্তুৰ ভাৰ গাধয়ে বহয়ে যেন
সুখ কিবা জানিবা তাহাৰ॥ ৭৬

৩) যামিনীৰ মধ্যে যেন ফেঁচাক বকতা দেখি
কূপৰ মধ্যত দাৰ্দুৰক।
সাগৰৰ মধ্যে যেন টিটুপক্ষী বক্তা হোৱে
সভা বক্তা বুলিবা বড়ক ॥ ৮১

৪) যেন ধ্বাংস পক্ষী সিটো সুৱৰ্ণে বান্ধয় তনু
চঞ্চু বান্ধে হিৰণ্য ৰতনে ।
একৈক পাখিত মুক্তা শতেক শতেক আঁৰে
তেৱে ৰাজহংস হইবে কেনে ॥ ৮২

৫) হৰি ভক্তি হীন পুৰুষৰ ৰাম ৰাম ৰাম ৰাম ৰাম
জীৱন্তে মৃত্যুক উপাসা কৰিয়া জান।
যেন কমাৰৰ ভাতী য'ত ৰাম ৰাম ৰাম ৰাম ৰাম
নিশ্বাস থাকন্তে হোৱয় শৱ সমান॥ ৮৫
যদি কোনো জনে বোজা লয় পীড়া পায়া কতো কান্ধে থয়
কান্ধ সলাই যেন কিঞ্চিত সৰয় লয়।
সেইমতে জানা পুৰুষৰ যজ্ঞ ব্ৰত তীৰ্থ প্ৰায়শ্চিত
পুৰুষক দোষে নিঃশেষ কৰি নেদয়॥ ৮৬

৬) পদ্মৰ পত্ৰক গত জল যেন নুহি থিৰ
তোহ্মাৰো জীৱন সেহি নয় ।
শোক সন্তাপ আধি ব্যাধি কাল সৰ্পগ্ৰস্ত
সমস্ত লোকক সংহৰয়॥ ৩৭৫

৭) হৰি কীৰ্ত্তনক যেৱে আদৰে নপাৰে।
তাহাৰ যতেক বাক্য বাঁজফুল প্ৰায়ে॥ ৬৪৩

যেন গোট নখৰয় দেখি জকমক ।
নাম বিনে সেহিমত জানিবা শাস্ত্ৰক ।। ৬৪৪

৮) যেন ৰজতৰ ভিতৰৰ মল হৰি হৰি হৰি হৰি এ
খাৰ পানী টেঙা গুচাইবে তাক নোৱাৰে
খপন্তে বহিয়ে অভ্যন্তৰ ভৈল হৰি হৰি হৰি হৰি এ
নিঃশেষ মলক গুচাৱয় বাৰে ৰাৰে।। ৬
সেহিমতে ইটো মনৰ মলক হৰি হৰি হৰি হৰি এ
নিঃশেষ সাধনে গুচাইবে তাক নোৱাৰি।
যাৰ অনুগ্ৰহ স্বৰূপ সুমৰি হৰি হৰি হৰি হৰি এ
তাকে গুৰু পিতৃ সুহৃদ বলিতে পাৰি।। ৭

৯) হেন বলৱন্ত ধৰ্মক এৰিয়া
অনিত্য কৰ্ম আচৰে
নাও এৰি যেন কুবুদ্ধি মনুষ্যে
জলত পৰিয়া মৰে।। ২২

১০) যেন কল্পতৰু সবাতে সমান
মাগন্তাসে পাৱে ফল।
কাকো হিংসা দ্বেষ নাহিকে সদায়
নবাঞ্ছে আত্ম কুশল ।। ১০
পৰৰসে হিত সাধি থাকে নিত
সেৱা অনুৰূপ জানি ।
হেনয় জনক উপাসা কৰিয়া
ভক্তি খোজে যিটো প্ৰাণী ।। ১১
অন্যত্ৰ বস্তুৱে বিষম কৰাৱে
দেৱতা সবৰ মন ।
মহন্ত সকলে ভক্তি মাত্ৰ গ্ৰাহ্য
নকৰে আন গ্ৰহণ ।।
অগ্নি চন্দ্ৰ সূৰ্য্য নক্ষত্ৰ সকল
পৃথিৱী আউৰ আকাশ।
আত্ম পৰভেদ বুদ্ধিত বিহেতু
নকৰে পাপ বিনাশ ।। ১৩

মহন্ত সকলে ধৰ্ম বস্ত্ৰ পাইলে
আত্ম সম দেখে যাক ।
মুহূৰ্ত সেৱাৰে জগত নিস্তাৰে
এতেকেসে তাসম্বাক ॥ ১৪
যেহেতু আপোনি নিজ লাভে পূৰ্ণ
নবাঞ্চে কাতো বিষয়।
পৰম কৃপালু গুণত থাকিয়া
পৰক কৃপা কৰয় ॥ ১৫

১১) যেন শগুণীৰ মন্ত্ৰে ঝাৰয় বিষক ।
শগুণী বিহিনে মন্ত্ৰে জীয়াৱে লোকক ॥ ৪২
শগুণীৰ কাৰ্য্যে যেন মন্ত্ৰেও সাধয় ।
মন্ত্ৰ শগুণীৰ কোন বিলক্ষণ হয় ॥ ৪৩
সেহিমতে হৰিৰ নামৰ নাহি ভেদ ।
দুইকো পাইলে পাতেকৰ কৰে স্কন্ধ ছেদ ॥ ৪৪ ইত্যাদি

ভক্তিমংগলত ব্যৱহাৰ কৰা ছন্দকেইটি হ'ল - ছবি, লেছাড়ি, পদ, ছন্দ আৰু ঘোষা। অক্ষৰৰ পৰা চাবলৈ গ'লে দেখা যায় ছবি (৮,৮,১০; ৮, ৮, ১০), দুলড়ি (৬,৬,৮; ৬,৬,৮), লেছাড়ি (১০,১০,১৪; ১০, ১০,১৪) আৰু ছন্দ (১৪,১৪) শংকৰ-মাধৱৰ সগত মিলে, কিন্তু ওপৰৰ্ভি অক্ষৰ দৃষ্টান্তও নোহোৱা নহয়।

## ছবি

(৮, ৮, ১০; ৮, ৮, ১০)

নিৰপেক্ষ ভকতৰ নিৰপেক্ষ ৰূপ ভক্তি
নিৰপেক্ষ ঈশ্বৰ কৃষ্ণত।
তিনিৰো তিনিত পৰে অপেক্ষা নাহিকে আন
আশা এৰি ভক্তি জানে তত্ত্ব ॥ ৪৮
কুকাব্য সৱক ইটো খদ্যোত সমান বুলি
পুৰাণ সদৃশ চন্দ্ৰমাক ।
কোটি সূৰ্য্য সমসৰ প্ৰকাশ কৰয় মাত্ৰ
ভাগৱত শাস্ত্ৰ বুলি যাক ॥ ৬৮

ভাগৱত শাস্ত্ৰ বিনে    পুৰাণ প্ৰকাশ তাৰে

পুৰাণ বিহীন কুকাব্যৰ

সূৰ্য্য অবিহনে যেন    চন্দ্ৰৰ প্ৰকাশ দেখি

চন্দ্ৰ বিনে যেন খদ্যোতৰ ॥ ৬১

## দুলড়ি

(৬, ৬, ৮; ৬, ৬, ৮)

নাম সমুদ্ৰৰ    পৰা নুঠে আৰু

যিটো পুৰুষৰ মন।

পৰম আনন্দে    তাতে ক্ৰীড়া কৰি

থাকে জানা সৰ্বক্ষণ ॥ ৫৭২

নানা কুসুমৰ    ভিতৰত যেন

মধু আছে ভাগে ভাগ।

মধুৰ বাসক    চেপি লৈলে যেন

সমস্তকে পাই লাগ॥ ৫৭৭

সেহিমতে নানা    ভক্তিৰ মাজত

নামেসে প্ৰকাশ কৰে।

নাম লৈলে মাত্ৰ    সমস্তে ভকতি

সিঝয় তাৰ সত্বৰে॥ ৫৭৮

## লেছাড়ি

(১০, ১০, ১৪; ১০, ১০, ১৪)

ঈশ্বৰ কৃষ্ণক লভিবাক    ভকতেসে পথ হৈয়া আছে

কৃষ্ণৰ কৃপাসে ভকতৰ সঙ্গ পাই।

তাসম্বাৰ চিহ্ন শুনিয়োক    গাণ্ড ৰাত্ৰি দিনে কৃষ্ণ গুণ

এতেকে ভকত বিনে কোনো শ্ৰেষ্ঠ নাই ॥ ৬১৮

## পদ

(১৪, ১৪)

যদি অপবিত্র পাত্রে অমৃত থাকয়।
পাত্রৰ দোষত থাকি কমনে তেজয়॥ ৭১৮
ভক্ষিলে অমৰ হোৱে ত্রেলয় অমৃত।
পাত্রৰ দোষত থাকি কৰয় বর্জিত ॥ ৭১৯

## ছন্দ

(১০, ৯, ১৪; ১০, ৯, ১৪)

গৰুৰ মুণ্ডত চক পাতি হৰি হৰি হৰি হৰি এ
সুৰাত গোমাংস পচাৱয় চণ্ডালিনী।
আপুনি হইয়াছে ৰজস্বলা হৰি হৰি হৰি হৰি এ
বিপ্রৰ কপালে দিয়াছে তাত ঢাকনি
হেন দেখি ইন্দ্রে পুছিলন্ত হৰি হৰি হৰি হৰি এ
কি পৱিব বুলি দিয়াছ আত ঢাকন।
চণ্ডালিনী বোলে জানা ইন্দ্র হৰি হৰি হৰি হৰি এ
হৰি বিনে আন দেৱ পূজে যিটো জন ॥ ৬২৩
তাৰ ধূলা যদি পৰে হেন হৰি হৰি হৰি হৰি এ
ইয়ো তেবে নষ্ট যাই জানা সুৰপত।
তথাপি ঈশ্বৰ কৃষ্ণ এৰি হৰি হৰি হৰি হৰি এ
আন দেৱ পূজি মৰয় পৰি দুখত ॥ ৬২৪

## ছন্দ

(১২, ৯, ১৪; ১২, ৯, ১৪)

সেহি শাস্ত্র মত গোপালৰ মুখে হৰি হৰি হৰি হৰি এ
অনুমাত্র ভেদ নাহি শুদ্ধ ৰূপ দেখি ।
লোকৰ অভাগ্য নিমিত্তে ইদানি হৰি হৰি হৰি হৰি এ
তাকে নিন্দা কৰি খাইলে যেন দুই আখি ॥ ৩৯

নতুন ছন্দৰ প্ৰয়োগ এনেধৰণৰ ঃ

ছন্দ

(১১, ১১)

যিটো জনে জানে নামৰ গুণ।
তাক্কেসে বুলিয় মহা নিপুণ ॥ ৬১৬
হৰি চৰণত ভজিয়া মন
অত্যন্তিক সুখ কৰা গ্ৰহণ॥ ৭৫৬

ছন্দ

(১১,১০)

গোপাল, গোবিন্দ মধুসূদন।
কমল লোচন নাৰায়ণ॥ ৭৭১
ৰাম কৃষ্ণ ৰাম কৃষ্ণ অনন্ত ।
পৰম পুৰুষ ভগৱন্ত ॥ ৭৭২

নামঘোষা ছন্দত বহু অক্ষৰ যুক্ত হোৱা দেখা যায়ঃ

নামঘোষা

(১৯,১৪)

মধুৰিপু পৰমানন্দ কমললোচন যদুপতি ।
তোমাৰ চৰণে যেন নেৰে মোৰ মতি ॥ ৭৫৮

নামঘোষা

(১৪, ১৪)

গোপীনাথ গোপাল মাধৱ নাৰায়ণ ।
ভকত বৎসল হৰি পতিত পাৱন ॥ ৭৬৩

নামঘোষা

(বহু অক্ষৰ, ১০)

এ নাৰায়ণ নাৰায়ণ নাৰায়ণ নাৰায়ণ নাৰায়ণ হৰি
নাৰায়ণ নাৰায়ণ নাৰায়ণ নাৰায়ণ বোলা শীঘ্ৰ কৰি হৰি ৰাম।
নাৰায়ণ নাৰায়ণ হৰি ॥ ৭৬৬

## নামঘোষা

(৭২,১০)

এ শ্ৰীপতি পুৰুষোত্তম শ্ৰীপতি পুৰুষোত্তম শ্ৰীপতি পুৰুষোত্তম
শ্ৰীপতি পুৰুষোত্তম শ্ৰীপতি পুৰুষোত্তম হৰি
শ্ৰীপতি পুৰুষোত্তম শ্ৰীপতি পুৰুষোত্তম বুলি সদা থাকিয়ো
স্মৰি হৰি ৰাম ।
শ্ৰীপতি পুৰুষোত্তম ॥ ৭৬৯

ভক্তিমংগলত ভজন, নমস্কাৰ, শৰণ, গুৰু নিৰ্ণয়, নামমহিমা, ঈশ্বৰ নিৰ্ণয়, সম্প্ৰদা, মহিমাযুক্ত উপদেশ, ভাগৱত প্ৰশংসা, নিন্দা, প্ৰশংসা, উপদেশ, আত্ম নিন্দা, আত্ম উপদেশ, কাকুতি নিবেদন, মহন্ত আচাৰত বৈয়া অন্যত্ৰ আচাৰে নিন্দা, খেদ, স্তুতি, বদ্ধ মুকুতৰ হেতু, নৃদেহ প্ৰশংসা, পথক প্ৰশংসা, বিপথক নিন্দা, পৰমাৰ্থ সাৰ, তাৎপৰ্য্য, সৎসঙ্গ প্ৰশংসা, প্ৰাৰ্থনা, উপকাৰ স্মৰণ, নামঘোষা সম্বোধনী - এইকেইটা বিষয়ক পদসমূহ আছে। **অনিৰুদ্ধদেৱৰ অন্য এখন প্ৰধান শাস্ত্ৰ হ'ল 'নিজ শাস্ত্ৰ' যি অসমীয়া গদ্য সাহিত্যৰ প্ৰথম নিদৰ্শন। এই শাস্ত্ৰ অতিকে গুপুত। ভট্টদেৱৰ ৰচনাতকৈ পুৰণি। গতিকে অনিৰুদ্ধদেৱক অসমীয়া গদ্য সাহিত্যৰ জনক বুলি অভিহিত কৰিব পাৰি।**

'নিজশাস্ত্ৰ'ৰ আৰম্ভণি শ্লোকত 'শংকৰায় নমো নিতং মাধৱেন সমন্বিতম্ ভক্তানপি নমো বন্দে' - এইদৰে শংকৰ-মাধৱ আৰু ভকতসকলক নমস্কাৰ কৰিছে। শ্লোকটি বৰদোৱা চৰিতৰ আৰম্ভণিতো পোৱা যায়। নিজ শাস্ত্ৰত বিশেষকৈ "দেশে কালে অপৰিচ্ছন্ন সচ্চিদানন্দ ঈশ্বৰ, সৰ্বব্যাপী সৰ্বদ্ৰষ্টা ভগৱানক তৰিবৰ নৱিধ ভক্তি, ভকতৰ শ্ৰেণী, শৰণৰ প্ৰকাৰ, যুগধৰ্ম, ভূতদয়া, নিষ্কাম ভক্তি, জ্ঞান-বিজ্ঞান তদঙ্গ ৰহস্য। ঈশ্বৰ-জীৱ-ভক্ত আৰু মুক্ত জীৱন লক্ষণ, মায়া-ইচ্ছা যোগ চিদ আদি ভগৱানৰ বিভিন্ন বিলাস, ভক্তি ব্যভিচাৰ, গুৰুৰ প্ৰয়োজনীয়তা আৰু সৎ-সঙ্গ আদি ভকত-বৈষ্ণৱৰ জ্ঞাতব্য আৰু কৰণীয় বিষয়সমূহ গীতা ভাগৱতৰ মূল শ্লোক উদ্ধৃতি আৰু সিবিলাকৰ গদ্য ভাঙনি সহকাৰে উপস্থাপন কৰা হৈছে।"

(ড০ নোমল গগৈ : ৬৬)

প্ৰাচিন অসমীয়া গদ্যৰ নিদৰ্শন স্বৰূপে তলত কেইটামান উদ্ধৃতি দিয়া হ'ল —

"পূৰ্বে ব্ৰহ্মাত নাৰায়ণে কহিলা - জ্ঞান-বিজ্ঞান-ৰহস্য তদংগ। মহাপুৰুষৰ বাহিৰে ভিতৰে কৰ্ত্তা কৰি জানা এয়ে জ্ঞান। সেইৰূপ কৰ্ম সৰ্বক্ষণে নপাসৰে বিজ্ঞান বুলি। সেই সুখৰ কথা শুনি সংশয় ছিণ্ডিৰ ইয়াত তদংগ বুলি ।"

"কৰ্ম জ্ঞানীয়ে ঈশ্বৰত স্মৰণ কৰিহে খায়। নিজ ভকতে ভাৰ্য্যা পুত্ৰক ভকত কৰাইবাক দণ্ডি নকৰে, আপোনাত বাজে তাৰাসৱৰ যাৰ যেনে ইচ্ছা তেনে কৰিব। জ্ঞান-যোগীয়ে যি খানি খাৱে ঈশ্বৰৰ প্ৰসাদ মানি খায়।"

"ঈশ্বৰ জীৱৰ কুশলৰ হেতু হে, মহাপুৰুষত শৰণ, প্ৰথমে গুৰুৰ কথা শুনিব; সৰ্বসংশয় চিন্দি শৰণ ডাতিবং, অনাথ জীউ নাথ পায় সৰ্বকৰ্ত্তা মানিব; সমস্ত কৰ্ত্তাক খণ্ডি এক কৰ্তা কৰিব; তাকে বোলে শৰণ। ভক্তিৰ আন হেতু নাই গুৰু কৃপা বাজে।"

ভুৰুকাত হাতী ভৰোৱাৰ দৰে এই গদ্য আৰু সংস্কৃত শ্লোকেৰে সম্পূৰ্ণ 'নিজশাস্ত্ৰ' পৰমাৰ্থিক ভকতসৱৰ সাৰবস্তু। এই শাস্ত্ৰ কেৱল ৰাতিহে পাঠ কৰা হয় আৰু শৰণ-ভজন নোলোৱা লোকে এনে পাঠৰ সময়ত নামঘৰত প্ৰবেশ নিষিদ্ধ। মনে মনে শুনিলে কলা হয় বা পগলা হয়, অভকতে পঢ়িলে অন্ধ হয় - এনে বিশ্বাস আৰু দৃষ্টান্ত দেখা যায়। গতিকে 'নিজশাস্ত্ৰ'ৰ মাহাত্ম্য মায়ামৰা ভক্ত সমাজত অতি বেছি। সেৱাত প্ৰযোজিত পিঠা গুৰি, পকা মিঠে আদি দ্ৰব্য যি বিশুদ্ধ আৰু পৱিত্ৰভাৱে মায়ামৰা ভকতনীয়ে প্ৰস্তুত কৰে তাত তেওঁলোকৰ 'নিজ-শাস্ত্ৰ'ৰ প্ৰতি থকা অগাধ ভক্তিৰ ভাৱ প্ৰকাশ পায়। নিস্কামভাৱে এইবোৰ কাম নকৰিলে ধৰ্মদোষ লাগে বুলি মায়ামৰাৰ বিশ্বাস। এই বিশ্বাস অটল আৰু সুগভীৰ। এই সেৱা বছৰত এবাৰ মাঘ-ফাগুন মাহত হয়।

'নিজশাস্ত্ৰ' কেইবাটাও 'বৰ্ণ'ত বিভক্ত। পৰম ভকতে এই শাস্ত্ৰ পাঠ কৰোতে হয় তিনিটা নহয় পাঁচটা, নহয় সাতটা বা নটা বৰ্ণ পাঠ কৰে। কেইটা বৰ্ণ পাঠ কৰিব তাক বৰ গাওঁবুঢ়াই পাঠৰ আগে আগে নিৰ্ণয় কৰে পাঠেকীক কয়। 'বৰ্ণ' মানে অধ্যায়। 'নিজশাস্ত্ৰ'ত অসংখ্য দৃষ্টান্ত আছে - দুশৰো অধিক দৃষ্টান্তৰ ভিতৰত কিছুমানৰ অৰ্থ বুজা কঠিন

১ম দৃষ্টান্ত -- খাছি ছাগৰ ।

২য় দৃষ্টান্ত -- বশিষ্ঠৰ কামধেনু

৩য় দৃষ্টান্ত -- মগনীয়া মনিৰ।

অন্যান্য দৃষ্টান্তসমূহৰ কেইটামান হ'ল -

বেশ্যাইহে চিনি পায় পুৰুষৰ বল।

ধেলাদোমৰ কন্দীৰ

ষাড়ে ধান খোৱা।

সৰিয়হৰ ফুল চিঙা।

পখৰা মলুৱাৰ ঘা। ইত্যাদি ।

বুঢ়া ভকতসকলে এই দৃষ্টান্তসমূহৰ তাৎপৰ্য্য ব্যাখ্যা কৰে। এই দৃষ্টান্তসমূহৰ পৰমাৰ্থিক ব্যাখ্যা অতি আকৰ্ষণীয়।

'নিজশাস্ত্ৰ' মায়ামৰা সমাজৰ এখনি অপৰিহাৰ্য ভক্তিতত্ত্ব নিৰ্ণায়ক শাস্ত্ৰ। একান্ত গুপুতে ৰখা এই শাস্ত্ৰৰ মূল্যায়ন যথাসময়ত হ'ব বুলি আশা কৰা হ'ল।

মায়ামৰা গোসাঁইসকলৰ 'চৰিত পুথি'ত শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱৰ গীতৰ বিষয়ে এনেদৰে লিখা আছে ঃ

ভাগৱত আদি শাস্ত্ৰৰ সমস্তৰ সাৰ।
আনি গীত শাস্ত্ৰ এক কৰিলা প্ৰচাৰ।।
তাত ছয় গোটা আছে টৌটয় ভটিমা
নব কুৰি দুইজন গীতে কৈলা সীমা।।
তাহাত কবিত্ব ৰস বিশেষ আছয়
মহাজন সৱে তাক জানিবা নিশ্চয়।।

এই গীত শাস্ত্ৰৰ বিষয়ে ড০ মহেশ্বৰ নেওগে লিখিছে - "অনিৰুদ্ধদেৱৰ গীত এটি মহান ঐতিহ্যৰ বাহক। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰ গুৰুজনাই বাৰকুৰি গীত (যাক পিছৰ যুগত বৰগীত বোলা হৈছিল) ৰচি সেই ঐতিহ্যৰ স্তম্ভ স্থাপন কৰে; অৱশ্যে সেই বাৰকুৰিৰ ভিতৰত একুৰি চৈধ্যটিহে আমালৈ ৰ'ল। তাতে দ্বিতীয়জনা মহাপুৰুষ মাধৱদেৱে নিজৰ ৰচনা যোগ দি ন-কুৰি এঘাৰটি বৰগীতৰ এটি অজৰ-অমৰ মূল প্ৰতিষ্ঠা কৰে। মাধৱ গুৰুৰ পদ-অঙ্ক অনুসৰি ভৱানীপুৰীয়া গোপাল আতাই বৰগীত পৰ্যায়ৰ গীত ৰচনা কৰিছিল, যেনেকৈ কৰিছিল ভোাই নাট ঘোষাবো প্ৰণয়ন। গোপাল গুৰুৰ একান্ত অনুৰক্ত আজ্ঞাধৰীসকল - অনিৰুদ্ধদেৱ, (বৰ) যদুমনিদেৱ (সৰু) যদুমণিদেৱ, ৰামানন্দ দ্বিজ আদিয়ে নিজৰ ৰচনাৰে সেই বৰগীত-ঐতিহ্যক ব্ৰহ্মপুত্ৰৰ ঢল কৰি তোলে। কিন্তু কবিতাৰূপে অনিৰুদ্ধদেৱৰ গীতখিনি সঁচাকৈয়ে উজ্জ্বল, প্ৰাণৱন্ত। ❑

*স্মৃতিগ্ৰন্থ 'সমন্বয়' জনগোষ্ঠীয় সাংস্কৃতিক সমাবেশ, অসম '৯৭ত প্ৰকাশিত।*

# মৰাণ জনগোষ্ঠীৰ ভাষা ঃ এটি আলোচনা

- জলীন প্ৰকাশ চেতিয়া

প্ৰাক্ স্বাধীনোত্তৰ কালৰে পৰা অসমৰ পূৰ্ব খণ্ডত অনন্যভাৱে বসবাস কৰি অহা প্ৰাচীন ঐতিহ্যপূৰ্ণ এটা জনগোষ্ঠী হ'ল মৰাণ জনগোষ্ঠী। প্ৰধানভাৱে ডিব্ৰুগড় আৰু তিনিচুকীয়া জিলাত এওঁলোকৰ বাসস্থান। অসমৰ মহত্বপূৰ্ণ জনগোষ্ঠীয় গাঁথনিত আহোম, কছাৰী, কোঁচ, কলিতা, বড়ো, গাৰো, ৰাভা, ডিমাচা, দেউৰী, চুতীয়া, তিৱা, কাৰ্বি ইত্যাদিৰ দৰে মৰাণ জনগোষ্ঠীৰো অৱদান অনস্বীকাৰ্য। ভাষা-সাহিত্য-সংস্কৃতি আদি সকলো দিশতে মৰাণসকলৰ স্বকীয়তা প্ৰৱহমান ৰূপত সমৃদ্ধি হোৱাতো লক্ষণীয়। ভাষা মানুহৰ সহজাত প্ৰবৃত্তি। প্ৰবৃত্তিগত এনে ভাষাৰ উপাদান ( ধ্বনি, ৰূপ, শব্দ, বাক্য) মৰাণ সমাজত নিজস্ব ৰূপে ফুটি উঠিছে। অৱশ্যে সাম্প্ৰতিক সময়ৰ পৃথিৱীৰ যিকোনো ভাষাৰে পৰিবৰ্তনকামী আৰু সৰলীকৰণৰ প্ৰৱণতাৰ বাবে মূল ৰূপৰ অৱক্ষয়ৰ সূচনা হৈছে। বিশ্বৰ ঐতিহ্যমণ্ডিত ভাষা সংস্কৃত, গ্ৰীক, লেটিন, জাৰ্মান ভাষা ইয়াৰ প্ৰকৃষ্ট উদাহৰণ। অসমলৈ আহোমসকলৰ আগমনৰ আগৰে পৰা মৰাণৰো এটা উজ্জীৱিত ভাষা আছিল বুলি ঠাৱৰ কৰা হৈছে। অৱশ্যে ইয়াৰ পিছৰ অৰ্থাৎ ১২২৮ খৃঃৰ আনুবংশিক বিৱৰ্তনৰ পাঁচ-ছশ বছৰীয়া ইতিহাসত ইয়াৰ মূল ৰূপ নিৰ্ণয় কৰাটো জটিল হ'লেও ভাষাটোৰ এটা ক্ষীণ সুঁতি পৰ্যুদস্ত নোহোৱাকৈ আছে। ক্ষেত্ৰ অধ্যয়নৰ সমান্তৰালকৈ তাৰে এটা বিমূৰ্ত ৰূপ মৰাণ অধ্যুষিত এলেকাৰ পৰা পৰিদৃশ্যমান হোৱাকৈ তুলি দাঙি ধৰিব পৰা যায়।

উল্লেখযোগ্য যে পৃথিৱীৰ ১২ টা বৃহৎ ভাষা পৰিয়াল (Language family) ৰ প্ৰথম স্থানপ্ৰাপ্ত ইণ্ডো-ইউৰোপীয় ভাষা পৰিয়াল ( Indo- European Language family) ৰ পিছতে দ্বিতীয় বৃহৎ ভাষা পৰিয়াল চীন-তিব্বতীয় ভাষা পৰিয়াল (Sino-Tibettan Language family) ৰ লগত মৰাণ ভাষাৰ সংগততা ৰক্ষা কৰি চলিব পৰা যায় বুলি কোনোৱে মতপোষণ কৰে। তিব্বতবৰ্মীৰ চাৰিটা

প্ৰধান ঠালৰ (ক) তিব্বতী (Tibettan), (খ) হিমালয়ী (Himalayan), (গ) উত্তৰ অসম (North Axom), (ঘ) অসম-বৰ্মী (Axom Burmese); ইয়াৰে অসম-বৰ্মীৰ বড়ো-নাগা শাখাৰ পৰা উদ্ভুত কেতবোৰ ভাষা বড়ো, গাৰো, ৰাভা, ডিমাছা, দেউৰী, চুটিয়া, লালুং বা তিৱা আদিৰ ভিতৰত বড়ো আৰু চুটিয়া ভাষাৰ সংগততা ৰক্ষণশীল ৰূপত ভূমুকি মাৰিছে বুলি ক'ব পাৰি। সান-মিহলি ৰূপত এনে বড়োমূলীয় শব্দ 'ডি', 'দি' (ডিবৰু, ডিগাৰু) সমান্তৰালকৈ মৰাণ ভাষাৰ বুলি বিবেচিত শব্দ দিহিং, দিখৌ, ডিব্ৰু, ডিবাক, দাইচা, দিহামুলি, ডিমৌ মান্য অসমীয়াত সুমুৱা বুলি ঠাৱৰ কৰা হয়। অন্যান্য জনজাতীয় ভাষাৰ উচ্চাৰিত 'ং' অনুস্বাৰ, উচ্চাৰিত কেতবোৰ শব্দৰ পিছত প্ৰভাৱযুক্ত হৈ বহা বুলি আমি দেখুৱাব পাৰো। যেনে - হেবাং (অজলা), হলং, জোং, জেং, চাং (চাওঁ), চাং[illegible]হুলা), হোলোং, হোলোঙা (দুফালে জোং থকা ভাৰ কঢ়িয়াবলৈ ব্যৱহাৰ কৰা মাৰি)। অৱশ্যে এনে অনেক শব্দ মৰাণ ভাষাৰ শব্দৰ পৰা যে মান্য অসমীয়ালৈ যাব পাৰে তাক নুই কৰিব নোৱাৰি। ভাষাবিদ ড০ বাণীকান্ত কাকতিয়ে দেখুৱাই যোৱা কেতবোৰ শব্দ 'তে', 'টি', 'তুল' (বড়ো মূলীয় বুলি ভৱা) তিপাম, টিৰাপ, ধৰমতুল আদিৰ পৰিৱৰ্তে তোম, টেমা, টেমি, তঙাল (তমাল) বা অন্যান্য প্ৰচলিত শব্দ হেঙেৰা (জেকৰা/ জেওৰা), হেবাং, হোজা, চাং, জোঙা (জোঙাল), জেঙা, দেই, চোন, চো আদি মৰাণৰ কথিত ৰূপত পৰিদৃষ্ট হয়।

আহোমৰ ছশ বছৰীয়া ৰাজ শাসনৰ বুকুত থাকি আৰু অন্যান্য কেতবোৰ জাতি-জনগোষ্ঠীৰ শব্দৰ আদান-প্ৰদানৰ মাধ্যমত মৰাণ ভাষাটো সংকুচিত হৈ ব্যৱহাৰ হয়। নিজৰ বুলি গ্ৰহণৰ প্ৰৱণতাৰে আহোম শব্দ সম্ভাৰৰ সমান্তৰালকৈ (বিশেষকৈ তাই-আহোমৰ) মৰাণ ভাষাত সংশ্লিষ্ট আৰ্যমূলীয় সংস্কৃত, প্ৰাদেশিক ভাষাৰ ধাৰকৃত শব্দ বাংলা, হিন্দী, উড়িয়া আৰু বৃটিছৰ আমোলত প্ৰৱজিত হৈ অহা চাহ-জনজাতি লোকসকলৰো ভাষাৰ প্ৰভাৱ আধুনিক মৰাণ সমাজখনত থাকি গৈছে। অৱশ্যে উল্লেখনীয় কথাটো হ'ল চাহ জনজাতীয় লোকৰ ভাষাটো অধিক সংমিশ্ৰিত। মধ্য প্ৰদেশ, উত্তৰাঞ্চল, উৰিষ্যা, ছত্তিশগড় আদিৰ 'ছাদানি'/ 'ছাদ্ৰী' অভিহিত ভাষাটো এওঁলোকৰ মাজত বিশুদ্ধভাৱে প্ৰচলন নাই বুলিয়েই ক'ব পাৰি। যাৰ ফলস্বৰূপে চাহজনজাতীয় ভাষাটোৰ বিশুদ্ধ প্ৰভাৱ মৰাণ ভাষাত নহ'লেও আংশিক পয়োভৰ স্বীকাৰ্য। একেদৰে মৰাণ জন সমাজৰ সহাৱস্থান গ্ৰহণ কৰি থকা বৰাহী, কছাৰী, চুটিয়া আদিৰো ভাষাৰ স্পৰ্শ হোৱাতো বহুভাষিক তথা ইন্দো-ইউৰোপীয়, তিব্বতী-বাৰ্মান (কোনো কোনো পণ্ডিতৰ মত অনুযায়ী) শাখাৰ ভাষাৰে পৰিবেষ্টিত ক্ষেত্ৰত

স্বাভাৱিক।

সি যি কি নহওঁক অন্যান্য থলুৱা কথিত ভাষাৰ জৰিয়তে যে মৰাণ ভাষাই প্ৰভাৱপুষ্ট হৈ আছে সেইটো কথা স্পষ্ট। মৰাণ ভাষাৰ ওপৰত আহোম ভাষালৈ প্ৰভাৱ, মান্য ভাষালৈ অৱদানৰ বিপৰীতে ভাষাৰ আদান-প্ৰদানৰ পৰম্পৰাৰ বিশিষ্টতা গ্ৰহণৰ (Acceptance) প্ৰৱণতাৰে পৰিপুষ্ট মৰাণ ভাষাটোৰ নিৰ্দিষ্ট ঠালৰ পৰা উদ্ভৱ হোৱাতো পৃথিৱীৰ ভাষাতাত্বিক পণ্ডিত*গ্ৰীয়াৰ্ছন (Grierson), কোন' (Konow), বেনিডিক্ট (Benidict) , চাফেৰ (Shafer) , এজাৰড্ (Egerod), ভয়েজলি ভয়েজলিন (Voyegli voyeglin) আদিয়ে একো নক'লেও বড়োমূলীয় ঠালৰে অন্তৰ্ভূক্ত হৈ যে ই বিস্তৃতি লভিব পাৰে তাক নিৰ্দ্বিধাই ক'ব পাৰি।

ওপৰত উল্লেখ কৰা হৈছে যে মৰাণ ভাষা এটা স্বকীয় ভাষা। বড়োমূলীয় এই ভাষাৰ এটা নিজস্ব বৈশিষ্ট্য আছে অৰ্থাৎ নিজস্ব ভাষা-সংস্কৃতি বিদ্যমান। অৱশ্যে ক্ৰমবিৱৰ্তনৰ ধাৰাত ভাষাটোৱে মান্যৰ ওচৰ চপাটো পৰিলক্ষিত হৈছে। তথাপিও ভাষাৰ বৈয়াকৰণিক গাঁথনিৰ নিয়মসিদ্ধ যি বৈশিষ্ট্য সেয়া ভাষাটোত প্ৰায়ে স্পষ্ট বুলিব পাৰি।

**ভাষা-উপভাষাৰ সংক্ষিপ্ত ধাৰণা**

ভাষা হ'ল পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠ প্ৰাণী মানৱ সমাজৰ বুদ্ধি মত্তাৰ সৰ্বোতকৃষ্ট নিদৰ্শন। মানুহৰ বাহিৰে পৃথিৱীত অন্য প্ৰাণীৰ ভাষা কোৱাৰ শক্তি নাই। এই ভাষা সকলো সমাজৰ ব্যক্তিয়ে উচ্চাৰণ কৰিলে প্ৰতিটো ভাষাৰ মাজত গাঁথনিগত বৈশিষ্ট্য থাকে। থাকে অৰ্থগত বৈসাদৃশ্য। যাৰবাবে পৃথিৱীৰ ভাষা ভিন ভিন। ভিন ভিন সম্প্ৰদায়ে ভিন্ন ভিন্ন শব্দাৰ্থৰে, সাংকেতিক শৈলীৰে ভাষাৰ সুকীয়াৰূপৰ জন্ম দিয়ে যাৰ বাবে ভাষা এটা সাৰ্বজনীন, সৰ্বজনবোধ্য হোৱাত হেঙাৰ হৈ পৰে। হেঙাৰ স্বৰূপ এনে ভাষাৰ ভাষা বৈজ্ঞানিক সংজ্ঞাটোত সেয়ে কোৱা হয় যে সাধাৰণতে হৃদযন্ত্ৰৰ পৰা বহিৰ্গামী বায়ুপ্ৰবাহক (Airstream) মনৰ ভাৱ আদান প্ৰদানৰ অৰ্থে মুখবিৱৰৰ (Oral cavity) কোনো স্থানত যথাযোগ্য বাধাগ্ৰস্ত কৰি মানুহে সৃষ্টি কৰা সুস্পষ্ট, সুবিন্যস্ত, যাদৃচ্ছিক (Arbitrary) অৰ্থবহ ধ্বনি প্ৰতীকৰ সমষ্টিয়েই ভাষা। এনে ভাষা বাক্যৰ সাজত কোৱা হয়। সৃজনীশীল মানুহৰ এই ভাষা পৃথিৱীৰ সকলো অঞ্চলতে কোৱা হয়। কিন্তু নিৰ্দিষ্ট ভৌগোলিক এলেকাৰ ভাষাবো এটা সৰ্বজনবোধ্য ৰূপ পোৱা যায়। আন কেতবোৰ ভাষা, উপভাষা, আঞ্চলিক উপভাষাৰ নামেৰে স্বীকৃত হয়। অসমৰ ক্ষেত্ৰখনত ভাৰতৰ স্বাধীনতাপ্ৰাপ্ত সময়ছোৱাত দুটা উপভাষাৰ কথা কোৱা হৈছিল -

১। উজনি অসমৰ (Upper Assam) ২। নামনি অসমৰ (Lower Assam)

কিন্তু বৰ্তমানৰ ক্ষেত্ৰ অধ্যয়ন অনুসাৰে ইয়াক -

১। উজনি অসমৰ উপভাষা, ২। মধ্য অসমৰ আৰু ৩। নামনি অসমৰ উপভাষা বুলি বিভাজন কৰি দেখুওৱা হৈছে।

নামনি অসমৰ উপভাষা প্ৰধানতঃ

১। গুৱালপৰীয়া উপভাষা (Goalpara Dialect)

২। কামৰূপীয়া উপভাষা (Kamrupi Dialect)

এনেদৰে বিজ্ঞানসন্মত বিশ্লেষণ হয়। তলত ৰেখাচিত্ৰৰ দ্বাৰা দেখুওৱা হৈছে-




ইয়াৰ প্ৰত্যেক অঞ্চলৰে ভাষাৰ ঠাঁচ (০১, ০২, ০৩, ০৪, ০৫, ০৬) সুকীয়া ধৰণৰ। উচ্চাৰণ পদ্ধতিৰ বিভিন্নতা এইবোৰৰ বৈশিষ্ট্য।

মধ্য অসমৰ উপভাষা বিশেষতঃ মৰিগাঁও আৰু নগাঁও জিলাত প্ৰচলিত। মৰিগাঁও অঞ্চলৰ ভাষাৰ ঠাঁচ বেলেগ। শব্দৰ উচ্চাৰণত মৰিগাঁৱত 'ৰ' ধ্বনিৰ প্ৰয়োগ প্ৰায় নোহোৱাকৈ থাকে। যেনে পাখীৰ, চিৰা, চিংৰা, পেৰা আৰু পুৰী (মান্য) — পাখী, চিআ, চিংআ, পেআ আউ পুই (মৰিগাঁও)। তেনেকৈ অন্য প্ৰভেদো আছে।

উজনি অসমৰ উপভাষা (সামগ্ৰিকভাৱে ধৰি নিটোল মান্য অভিহিত কৰা

হৈছে) তিনিচুকীয়া, ডিব্ৰুগড়, ধেমাজি, লখিমপুৰ, শিৱসাগৰ, যোৰহাট, গোলাঘাট, শোণিতপুৰ ইত্যাদিত প্ৰচলিত। তলত এইবোৰৰ মান্যতা প্ৰাপ্তৰ অৰ্থ বুজাবলৈ এটা ভাষা সম্প্ৰদায়ৰ চিত্ৰ অংকন কৰা হৈছে।




ভাষা- সম্প্ৰদায় (Language-community

উজনিৰ উপৰোক্ত ভাষা সম্প্ৰদায়ে (A) কালক্ৰমত মান্য মৰ্যাদাপ্ৰাপ্ত হয়। মান্য মৰ্যাদাপ্ৰাপ্তিৰ মূল কাৰণ আৰু সংজ্ঞাটো হ'ল - একোটা বৃহৎ ভৌগোলিক এলেকাত এটা ভাষা সম্প্ৰদায় 'ক' (যেনে - A, B, C............. ) প্ৰচলিত হৈ থাকিলে তাৰে প্ৰতিপত্তিশীল বুলি ভবা, পাৰস্পৰিক বোধগম্যৰ অন্তৰ্গত উপভাষাটোৱে ৰাজনৈতিক, সামাজিক, অৰ্থনৈতিক, ভৌগোলিক কাৰণত এটা 'Standard form' বা ৰূপ পায়। আৰু এই সংশোধিত, পৰিবৰ্ধিত ৰূপ গ্ৰহণ কৰা উপভাষাটোকে সাধাৰণতে 'মান্যভাষা' যাক 'Standard Language' বুলি কোৱা হয়। 'Standard Language' অইন একো নহয়। বৰঞ্চ ই বিভিন্ন উপভাষাৰ এটা 'Modification' ৰূপহে। অন্যান্য ভাষা-উপভাষাৰ পৰা প্ৰয়োজন সাপেক্ষে 'Modify' কৰি লৈ স্বীকৃতি প্ৰদান কৰিলেহে সি হৈ পৰে মান্যভাষা। ফলস্বৰূপে 'মান্যভাষা' বুলি স্বীকৃতিপ্ৰাপ্ত ভাষাটোৱে নিৰ্দিষ্ট সময়েৰে গতি কৰি অফিচ-আদালত, আলোচনা-বাৰ্তালোচনীৰ জৰিয়তে এটা মাধ্যম পায়।

আনহাতে উপভাষা (Dialect)ৰ কথাটো সুকীয়া। উপভাষা বিজ্ঞানত (Dialectology) - ইয়াৰ স্থান আৰু ব্যৱহাৰ আঞ্চলিক ক্ষেত্ৰতহে। সংজ্ঞাটো চালেই এনে কথা বিধৃত হয়। যেনে - কোনো এক বৃহৎ ভৌগোলিক এলেকাত বহুদিন ধৰি ভাষা এটা প্ৰচলন হৈ থাকিলে সময় প্ৰবাহৰ অগ্ৰগতিৰ লগে লগে সামাজিক, ভৌগোলিক, অৰ্থনৈতিক, ৰাজনৈতিক ইত্যাদি কাৰণত সেই ভাষাটোৰ মাজত কেতবোৰ সুকীয়া সুকীয়া ৰূপে গা-কৰি উঠে। আৰু ভাষাৰ এই সুকীয়া সুকীয়া ৰূপবোৰকে উপভাষা (Dialect) বোলা হয়।

আনহাতে পুনৰ সমাজ-ভাষাবিজ্ঞানৰ (Sociolinguistics) আদৰ্শত উপভাষাৰ সংজ্ঞাটো হ'ল - বহু মিল থকা ব্যক্তিভাষাৰ (Idiolect) সমষ্টিয়ে আঞ্চলিক

উপভাষা (Regional Dialect) আৰু এনে মিল থকা আঞ্চলিক উপভাষাৰ সমষ্টিয়ে উপভাষা (Dialect)। উজনিৰ এই ভাষা-সম্প্ৰদায়ত (Language-community) এনে বহুতো আঞ্চলিক ৰূপ সোমাই থাকিব পাৰে।

প্ৰণিধানযোগ্য কথাটো হ'ল - যদিও উজনিৰ উপভাষাটোক 'মান্যভাষা' বোলা হৈছে তৎসত্বেও এই উপভাষাটোৰো আঞ্চলিক ৰূপ নথকা নহয়। নিৰ্দিষ্টভাৱে তিনিচুকীয়াৰ যিবোৰ মৰাণ অধ্যুষিত অঞ্চল তালৈ লক্ষ্য কৰিলে আমি আঞ্চলিক ৰূপ কিছুমানৰ প্ৰয়োগ প্ৰচলন লক্ষ্য কৰিব পাৰো। একালৰ নিজস্ব ভাষাটোত বৰ্তমানে মান্যভাষাৰ শব্দসম্ভাৰ গ্ৰহণ কৰিলেও এনে কেতবোৰ কথন-প্ৰণালী দেখিবলৈ পোৱা গৈছে যিবোৰ আমি -

ক) ধ্বনিগত (plonological)

খ) শব্দগত (lexical)

গ) ৰূপগত (morphological)

ঘ) অৰ্থগত (semantical) আৰু

ঙ) বাক্যগত (syntactical) ফালৰ পৰা বিচাৰ বিশ্লেষণ কৰিব পাৰো।

তিনিচুকীয়াৰ মৰাণ অধ্যুষিত আঞ্চলিক ৰূপ কিছুমান এনেধৰণৰ বুলি দেখুৱাব পাৰি -

**শব্দগত (Lexical) :**

| মৰাণ ভাষাৰ শব্দ | মান্য ভাষাৰ শব্দ | নামনি উপভাষাৰ শব্দ |
|---|---|---|
| কেকাই/কাই | ককাই | দা /da/ |
| দেদাই/দাইদেউ | দদাই/খুৰা | খুড়ি/কাকা (ধুবুৰী) |
| ইয়াত | ইয়াত | ইতে, ইথান |
| বণ্ডা টেঙা | ৰবাব টেঙা | হুক্‌মা টেঙা |
| ঝিলি | গজাল | গজল (বামনিয়া, হাজো) |
| পেন্দুকনা | সৰু, সুৰু | - |
| কপি | চাকি/বন্তি | - |
| হান্দুক | চুক/আচুতীয়া ঠাই | - |
| বচকা | উৎপতীয়া স্বভাবযুক্ত | - |
| পিতাই | দেউতা /deuta/ | বাবা /baba/ |
| আই | মা /ma/ | মাই /mai/ |

| | | |
|---|---|---|
| হিচ্‌কা | অভ্যাস | |
| ক'কাভাত (কৰ্কৰা) | পঁইতাভাত | পন্তাভাত |
| ধুম্‌ধাম | সোনকালে | চুট্টু কৰি |
| বেল্‌থৈ | জলফাই | |
| জঙাই | জোঁৱাই | জমাই (ধুবুৰী) |
| গেমেছা | গামোছা | গাম্‌ছা |

**ধ্বনিগত (Phonological) :** ধ্বনিৰ সাদৃশ্য-বৈসাদৃশ্য প্ৰায় ভাষাতে হয়। মৰাণ ভাষাতো তাৰ ব্যতিক্ৰম নোহোৱা নহয়। যেনে (ক) মৰাণ ভাষাত মান্য জ>ঝলৈ কেতিয়াবা পৰিৱৰ্তিত অৱস্থাত ব্যৱহৃত হয়। শব্দৰ ক্ষেত্ৰত আদ্য বা মধ্য বা অন্ত্যাক্ষৰত এনে 'ঝ' উচ্চাৰণ আগম হয়।

জীয়েক— ঝীয়েক

এজাক — এঝাক

মাজু — মাঝু

জোলোঙা — ঝোলোঙা

অ > এ /e /

অজান > এজান

আ /a / > এ

আথানি > এথানি

এ > উ / u /

টেলেকা > টেলুকা

আই > ঐ

জকাই > জাকৈ

(খ) অনুস্বৰ (ং) প্ৰয়োগ ভাষাটোৰ অন্য এক বৈশিষ্ট্য। এইটো তিব্বতবৰ্মীয় ভাষাৰ অৰ্থাৎ জনজাতীয় ভাষাৰ প্ৰভাৱ বুলি ঠাৱৰ কৰা হৈছে। অন্য জনজাতীয় ভাষাত উচ্চাৰণৰ সমান্তৰালকৈ মৰাণ ভাষাতো এনে দুটামান শব্দ তলৰ উদাহৰণত দেখুওৱা হ'ল -

'ও' - ং - খাওঁ (মান্য) > খাং (মৰাণ)

খালো > খালুং ”

গলো > গলুং ”

মই কাকপথাৰৰ পৰা আহোঁ > মই কাকপথাৰপা আহোং

এনে 'ং' আগম লক্ষণীয়।

মান্যৰ ক্ৰিয়া বিভক্তিৰ পিছত এনে অনুস্বাৰ প্ৰয়োগ অন্যান্য ভাষাৰ দৰে মৰাণ ভাষাটো বহুল প্ৰয়োগ হয়। স্বৰান্ত আৰু ব্যঞ্জনান্ত ধাতুৰ পিছত ক্ৰিয়া বিভক্তি যোগত উৎপন্ন শব্দ কেতবোৰ এনেদৰে নিয়ম মাফিক গঠন হয়।

০১. √যা - ইছ্ - ইল্ - ওঁ — গৈছিলো (মান্য ভাষা)

√যা - ইছ্ - ইল্ - ওঁ - ং — গৈছিলোং (মৰাণ কথিত)

০২. √যা - ওঁ — যাওঁ (মান্য ভাষা)

√যা - ∅ - ং — যাং (ম. ক.)

০৩. √কৰ - ইছ্ - ওঁ — কৰিছো (মা.)

√কৰ্ - ইছ্ - ওঁ - ং — কৰিছোং (ম.ক.)

০৪. √দেখ - ইছ্ - ইল্ - ওঁ — দেখিছিলো (মা.)

√দেখ - ইছ্ - ইল্ - ওঁ - ং — দেখিছিলোং (ম.ক.)

(গ) তালব্য 'শ' > কণ্ঠ্য (Glottal) 'হ' (h) লৈ পৰিবৰ্তন কেতবোৰ শব্দৰ মাজত দেখিবলৈ পোৱা যায়।

শইকীয়া > হইকীয়া

শৰ্মা > হৰ্মা

ঠিক একেদৰে গছ > গচ্

গাজ্ > গাচ্ (বাঁহ গাজ্ > বাঁ গাচ্)

গ্লাচ > গিলাচ

আদি শব্দত ছ - চ ৰ দৰে উচ্চাৰণ হোৱাটো আঞ্চলিক উপভাষাৰ বৈশিষ্ট্য।

(ঘ) ৰ > ∅ লুপ্ত হৈও ব্যৱহাৰ হোৱাটো মন কৰিবলগীয়া দিশ। যিকোনো অঞ্চলৰ কথিত ভাষাতে অৰ্থাৎ লোক-ভাষাতে এনে কেতবোৰ উচ্চাৰণজনিত বৈশিষ্ট্য সুকীয়া সুকীয়াকৈ গঠনাত্মক ৰূপে দেখা যায়। য'ৰ পৰা ভাষাৰ আঞ্চলিক প্ৰভেদ নিৰ্বাচনৰ সহায়ক হয়। মৰাণ অধ্যুষিত আঞ্চলিক ক্ষেত্ৰবোৰত ইয়াৰ ব্যতিক্ৰমধৰ্মীতা নাই। তলত দুটামান উদাহৰণ চালে উচ্চাৰণ প্ৰণালীৰ (ব্যক্তি ভাষাৰ) স্বকীয়তা ধৰা পৰে।

মাগুৰ (এবিধ মাছ বিশেষ) > মাগু∅ মাছ্/মাচ্

মটৰ > মট' (∅) (চাইকেল বিশেষ)

মটৰ মাহ্ > মট'-মা-

বঁতৰ > বত' (ঘূৰণীয়া কাঠৰ সঁজুলিৰে তৈয়াৰী)

খৰিচা > খইচা (বাঁহৰ গাজৰ পৰা নিৰ্মিত খাদ্যবস্তু)

গৰম > গম — মান্য গ'ম (উমান, খবৰ বুজায়)

খৰকৈ > খকে

ঘৰলৈ > ঘলে/ঘঁলৈ

আমলৰি > আম্‌লৈ

দ্বিত্ব ব্যঞ্জনৰ সৰলীকৰণৰ প্ৰৱণতা দুটা -এটা শব্দৰ মাধ্যমেৰেও দেখা যায়।

(মান্য) - স্কুল > ইস্‌কুল

ব্লক > বল'ক

চোলা-পেণ্ট > চোলা-পেন্‌

স্কুটাৰ > ইচ্‌কুটা

(ঙ) মান্য অসমীয়াত উচ্চাৰিত উ (u) > অউ

পৰুৱা > পঅউৱা (পোঁৱা)

আৰু > আউ

নৰ > নঅ'

নৰোত্তম > নউত্তম

(চ) মান্য ভাষাৰ সমান্তৰালকৈ অন্যান্য ভাষাটো সৰ্গৰ (Affix) অৱস্থানগত [পূৰ্ব প্ৰত্যয় (prefix), মধ্যপ্ৰত্যয় (infix), পৰপ্ৰত্যয় (sufix)] আৰু গুণগত [বিভক্তি (inflective)] বিভাজন আছে। মৰাণ ভাষাত 'ক', 'দাই' আদি পৰসৰ্গজনিত শব্দৰ ব্যৱহাৰ হয়। যেনে - দ'তা (ককা দেউতা) ভালনে ?

ক'ত আকৃ' ভাল ? বা

তই কবি ক'

মই কম ক'  ইত্যাদি।

'দাই' অনিশ্চয়তাবোধক সৰ্গ। যেনে -

ধান দোৱা হ'ল নে নাই দাই ?

ভাত খালে নাইখোৱা দাই ?

চোৰ কৰিলে নিকি (নেকি) দাই ?

মান্য 'বাক' অনুসৰ্গ ব্যৱহাৰৰ দৰে 'দাই' প্ৰায়ে কথনশৈলীত ব্যৱহাৰ কৰাটো মৰাণ ভাষাৰ লক্ষণীয় বিষয়। ইয়াৰ লগতে 'হপায়', 'হবলা' আদিও প্ৰয়োগ হয়। যেনে - হয় হপায়, হয় হবলা ইত্যাদি।

**অৰ্থগত (Semantical) :** অৰ্থগত সামঞ্জস্য আৰু বৈসামঞ্জস্য মান্যৰ

লগত উজনি আৰু নামনি দুই উপভাষাতে আছে। উজনিত যিটো শব্দৰ অৰ্থ মান্যত বেলেগ, নামনিৰ একে শব্দৰে অন্য অৰ্থ হয়। যোগাযোগৰ অভাৱৰ বাবেও এনে হোৱাটো অস্বাভাৱিক নহয়।

(উজনি উপভাষাত - ল'ৰা ছোৱালী > নামনিত - আপা-আপী > চাকৰ-চাকৰণী (মান্য)

উজনি - লেবাৰ (চাকৰ কৰাৰ অৰ্থত) - জাতি (মান্যত) — পৰিশ্ৰমী লোক (নামনিত)

ল'ৰা-ছোৱালী > ছল্লি-পল্লি (নামনি)

ঠাণ্ডা > তেকি (নামনি)

অৰ্থৰ অৰ্থাৎ উচ্চাৰণৰ তাৰতম্যৰে গঠিত কেতবোৰ শব্দ কম-বেছি পৰিমাণে তলত দিয়া ধৰণে প্ৰচলিত ৰূপত পোৱা যায়।

মান্য - সিহঁতি হেঁতি (ম.ক.)
সিহঁতে হেঁতে (ম.ক.)
এইফালে/এইদিশে এইদিগে/দিগি/পিনে/পিনি

কাচিৎ এনেদৰেও চলন্তি ৰূপত পোৱা যায় —

তাৰপিছত কি হ'ল ?

তাৰপিনি কি হ'ল (ম.ক.)

মান্য - ভূঁইতলি - আহুতলি (ম.ক.)
পেহী - পেস (ম.ক.)/ পেই
পথাৰ - শালিতলি (ম.ক.)
দেউতা - বুবা/বাবা / buba / baba /
ককা (kaka)- দৌতা/দ'তা /douta/dota/
আইতা - জিজায়
ৰবদেউতা - ৰবপাই/ৰ'পাই
ৰবমা - ৰবমা/ৰ'মা

মৰাণ ভাষাৰ পৰা অৱলুপ্ত হোৱা অহিন কেতবোৰ শব্দৰ ভিতৰত এনে কিছুমান অনুল্লেখনীয় শব্দ পোৱা গৈছে যিবোৰ বৰ্তমানে যৎকিঞ্চিত কথন ভংগীত ব্যৱহাৰ হয়। চহৰাঞ্চলৰ দাঁতিকাষৰীয়া এনেকোৱা মাজত এনে শব্দৰ অৱক্ষয়ৰ সূচনা হৈছে। নিজৰ কথন ভংগীক মানীকৰণৰ প্ৰৱণতাৰে অভ্যস্ত কৰাৰ বাবে যুৱপৰ হোৱাত এনে দুটা এটা শব্দ অভ্যন্তৰ কোণত চলতি আছে। যেনে - কৰুন্ন, গোসয়, হেকেটা

আদি। বৰ্তমানে এইবোৰৰ প্ৰচলনশীলতাৰ মূল কাৰণ হ'ল শৈক্ষিক বাতাবৰণ। শৈক্ষিক প্ৰভাৱপুষ্টিতাৰ পৰিপ্ৰেক্ষিতত নিজস্ব ভাষা আৰু সংস্কৃতিৰ পৰিশুদ্ধি (Modification) হয়। শিক্ষা সম্প্ৰসাৰণে একো একোটা ভৌগোলিক এলেকাৰ কথিত ভাষাৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰে। ফলত ভাষা অৰ্থাৎ উপভাষা একোটাৰ মৃতৰূপ ধাৰণ কৰাৰ সময় হৈ পৰে। অতীজৰ মৰাণ ভাষাটো তদ্ৰুপ অধ্যয়ন কৰিবলৈ গ'লে স্বকীয় মূলৰ পৰা আঁতৰি যিখিনি ভাষিক বৈশিষ্ট্য গ্ৰহণ কৰা পোৱা যাব তাক উপভাষা নে সুকীয়া এটা ভাষাহে এই দুই বিৰল প্ৰশ্নৰ সন্মুখীন হ'ব লাগিব। নিজৰ ভাষাক অতিক্ৰমি হয়তো পৰিবেশিক সম্পৰ্ক ৰক্ষা কৰিবলৈ গৈ মৰাণ ভাষাত বৰ্তমান মান্য ভাষাৰ সুৰ (Tone), ঠাঁচৰ প্ৰচলন তীব্ৰতৰ হৈছে।

**ৰূপগত (Morphological) :** আঞ্চলিক উপভাষাত কেতবোৰ ৰূপতাত্ত্বিক বৈশিষ্ট্যও দেখা যায়। অসমৰ নামনিৰ ভাষাত সেইটো অধিকভাৱে ঘটিলেও অৱশ্যে উজনিৰ ভাষাবোৰৰ মাজত কম -বেছি পৰিমাণেহে দেখা যায়।

১। মান্য - বোৰ > ভোৰ/বুৰ (মৰাণৰ কথিত ৰূপত উচ্চাৰিত হয়)

গৰুবোৰ > গৰুভোৰ/গৰুবুৰ

গাভৰুবোৰ > গাভৰুভোৰ

জাক > ঝাক

চৰাইজাক > চৰাইঝাক, নামনি – পোখিঝাক

খৰিবোজা > খৰি বোঝা

২। নিষেধাত্মক 'ন'ৰ প্ৰয়োগ বাক্যগাঁথনিত তলত দিয়া ধৰণে ব্যৱহৃত হয়।

-নে > না-

ভাত খালি-না ? ইত্যাদি

হয়নে - হয়না ?

নহয়নে - নহয়না ?

কিনো > কিটো   কিনো হ'ল > কিটোনো হ'ল

'-টো-' নিৰ্দিষ্টতাবাচক প্ৰত্যয় মাজত ব্যৱহাৰ কৰি উচ্চাৰণ কৰা হয়।

এনেদৰে ৰূপ বা ৰূপাত্মক গঠনত দুটামান উৎকৃষ্ট উদাহৰণ দাঙি ধৰিব পৰা গৈছে। প্ৰসংগক্ৰমে সৰ্বনামৰ কথাও ইয়াত উল্লেখনীয়। কাৰকৰ (case) ক্ষেত্ৰত কৰ্তা, কৰ্ম, কৰণ, নিমিত্ত, অধিকৰণ কাৰকৰ ভিতৰত নিমিত্ত কাৰকৰ শব্দ বিভক্তি 'লৈ' মৰাণ কথিত ভাষাত 'লে'লৈ পৰিবৰ্তন হৈ ব্যৱহাৰ হোৱা দেখা যায়।

ঘৰলৈ যাওঁ > ঘৰলে যাং

ফুৰিবলৈ যাব পাৰো > ফুইবলে যাব পাউং

সৰ্বনামৰ ক্ষেত্ৰত পুৰুষবাচক সৰ্বনামৰ ব্যৱহাৰ পোৱা গ'লেও অৰ্থৰ সামঞ্জস্য ৰক্ষা কৰাত সামান্য তাৰতম্য ঘটিছে বুলিব পাৰি। বিশেষভাৱে দ্বিতীয় পুৰুষৰ একবচনৰ তুচ্ছ 'তই'ৰ প্ৰয়োগ মৰাণ সমাজত মান্য-তুচ্ছ দুয়োটাতে বুজোৱা হয়। ডাঙৰক সম্বোধন কৰিবলৈ 'আপুনি'ৰ পৰিবৰ্তে 'তই' ব্যৱহাৰ কৰাটো মন কৰিবলগীয়া। ইংৰাজী ভাষাৰ সৰু-ডাঙৰ পাৰ্থক্যহীন শব্দ বুলি পৰিগণিত 'You'ৰ সমান্তৰাল প্ৰয়োগ 'তই'ৰ ক্ষেত্ৰত প্ৰযোজ্য হোৱা বুলি ভবাৰ থল আছে। যিটো দৃষ্টান্ত অন্যান্য ভাষাত সীমিত। মৰাণ কথিত সমাজত ইয়াৰ বহুল প্ৰয়োগ হয়। অৱশ্যে কেতিয়াবা কোনো কোনো ক্ষেত্ৰত জ্যেষ্ঠজনক বুজাবলৈ মান সম্বোধনবাচক শব্দ তুমি - তুমিহঁক, ভক্তবৃন্দ বা গুৰুজনাৰ মাজত - 'তোত্ৰা', 'তোত্ৰাসব' আদি ব্যৱহাৰ দেখা যায়।

**বাক্যগত (Syntactical) :** ধ্বনি সংযোগ আৰু ৰূপসংযোগৰ ফলত পদৰ সৃষ্টি হয় আৰু পদসমূহক যথাস্থানত বহুৱাই বাক্যৰ সৃষ্টি কৰা হয়। এই বাক্যৰ গঠনৰ ক্ৰমপদ্ধতি প্ৰায়বোৰ ভাষাতে বেলেগ। ইংৰাজীত (কৰ্তা) S + (ক্ৰিয়া)V + (কৰ্ম)O অথচ অসমীয়াত কৰ্তা+কৰ্ম+ক্ৰিয়া। উপভাষাবোৰত একে ধৰণেই গঠন হয়। মৰাণ ভাষাটো একে পদসংযোগ ঘটে। কিন্তু বাক্যবোৰ ধ্বনিগত উচ্চাৰণেৰে তলত দিয়াৰ ধৰণেৰে কৰা হয়।

ক) গছজোপাৰ আমবোৰ খাবলৈ ভাল (মান্য)
গছঝোপাৰ আমবুৰ/ভোৰ খাবলে ভাল।

খ) মোৰ প্ৰসাৱ কৰিব লাগিছে (মান্য)
মোৰ মুত্‌বা লাগ্‌ছি (নামনিত)
মোৰ মুতিব লাগিছে বা (ম.ক.)
মই পানী চুই আহোং। (ম.ক.)

গ) বাহিৰলৈ ফুৰিবলৈ যাওঁ (মান্য)
বাহিৰলে ফুইৰলে যাং। (ম.ক.)

ঘ) ক'ৰপৰা আহিলা ? (মান্য)
কৰে পৰে আহিলি ? (নামনি)
ক'পা আহিলি ? (ম.ক.)। এনেদৰে ব্যৱহৃত হয়।

সি যি কি নহওক ভাষাৰ গৰাখহনীয়া বা পৰিৱৰ্তনৰ সপক্ষে ক'ব পাৰি যে মানুহৰ দ্বাৰা সৃষ্ট এনে ভাষাৰ জন্ম-মৃত্যু অনিবাৰ্য। কালৰ বুকুত বিলুপ্তপ্ৰায় অৰ্থাৎ মৃতপ্ৰায়

বুলি স্বীকৃত অনেক ভাষাৰ উদাহৰণ আছে। দেশীয় ভাষা সংস্কৃত ঐতিহ্যশালী হ'লেও পূৰ্বৰ ব্যাপক প্ৰচলনৰ সমাদৰ বৰ্তমান কমি যোৱাত মানুহৰ সৰলীকৰণৰ প্ৰৱণতাৰ হেতু সংস্কৃত ভাষাৰ ব্যৱহাৰ নোহোৱাটো উৎকৃষ্ট উদাহৰণ। মুমূৰ্ষু অৱস্থাত পৰিব্যাপ্ত এনে বহু ভাষাই পোৱা যাব। কিন্তু ভাষা বৈজ্ঞানিক দৃষ্টিকোণেৰে এনে ভাষাৰো বিচাৰ-বিশ্লেষণ কৰিলে ভাষা এটাৰ অতীত অৱস্থাৰ উমান পোৱা যায়। ভাষা বিজ্ঞানৰ কিছুমান গুৰুত্বপূৰ্ণ শাখা যেনে - বৰ্ণনাত্মক ভাষাবিজ্ঞান (Descriptive linguistics), ঐতিহাসিক ভাষাবিজ্ঞান (Historical linguistics), ভেদাত্মক ভাষাবিজ্ঞানৰ (Contrastive linguistics) আৰ্হিৰে এনে ভাষাৰ অৱস্থিতি নিৰূপণ কৰাৰ যথেষ্ট থল থাকে।

## মৰাণ ভাষাৰ অন্যান্য শব্দ সম্ভাৰৰ উদাহৰণ ঃ

(সদৌ অসম মৰাণ ছাত্ৰ সন্থাৰ মুখপত্ৰ 'সৌমাৰ কাঁচিয়লি'ত প্ৰকাশিত সুখীধৰ দহোটীয়াৰ 'মৰাণ জনগোষ্ঠীৰ ভাষা-কৃষ্টি' শীৰ্ষক প্ৰবন্ধৰ আলমত)

| মৰাণ ভাষাত প্ৰচলিত শব্দ | মান্য অৰ্থ |
|---|---|
| কৈতালি | ঘৰৰ পিৰালি |
| আশাৰ শালি | আহাৰ খোৱা ঠাই |
| পানী চুৱা | প্ৰস্ৰাৱ কৰা |
| হেদাং | বাৰীৰ কাষ |
| ঢাপ | বাৰীৰ সীমা |
| পৈয়েক | গিৰিয়েক |
| মানিহীয়েক | ঘৈনীয়েক |
| মানুহোৱা | ঋতুমতী হোৱা |
| চেৰাশালিত পৰা | সন্তান জন্ম দিয়া |
| পেটুকনা | পানী কেঁচুৱা (সন্তান) |
| আপোদৌ | শহুৰেক |
| বোবা | দেউতাক |
| দ'তা | ককাদেউতা |
| জিজাই | দেউতাকৰ বা মাকক সম্বোধন কৰা |
| চেলেপতি | কথা এৰিব নোৱাৰা |
| হেকালি | অনবৰতে কামত ব্যস্ত থকা |
| জবৰজং | অথাইটং |

| | |
|---|---|
| চলৌ পতৌ | তত নাইকীয়া |
| দাং কাছি | উৎপতীয়া, বচকী (তিৰোতাৰ ক্ষেত্ৰত) |
| কেত্‌কেতি | বেছি কথা কোৱা |
| টেক্‌টেকি | মুখৰোৱা তিৰোতা |
| মুলুং | অকৰা, অজলা |
| কপি | চাকি |
| চলৌ-পটৌ | একেঠাইতে থাকিব নোৱাৰা (অস্থিৰ) |
| ঢেক্‌ঢেকী | হাঁহি হাঁহি কথা কোৱা |
| গেদেহী | গা গধুৰ |
| গেদেহা | খবখব নকৰা পুৰুষ |
| উখেল খেল | কথা কটাকটি, তৰ্কাতৰ্কি |
| মাৰ পহাঁ | আনন্দ প্ৰকাশ |
| বৌ বৌৱা | ভাওৰকৈ কথা কোৱা |
| হেবাং-কেবাং | আখে-বেখে, চুচুৰি বাগৰি |
| ভেলাই লাই | গায়ে গুৰিয়ে শকত |
| পেং লাই | উপলুঙা |
| টিখং | অতি খং |
| তিং তিঙানী | পৰিপাটি |
| তমভু | ফুটনি, অহংকাৰী |
| দয়াং | অদৃশ্য |
| লঠং-ঠং | ডাল-পাত নথকা শুকান গছ |
| মোকোৰা | ঠন ধৰা, শক্তিপোৱা |
| দম্‌দমাই | গুজৰি গুমৰি |
| আংকৈ-বাংকৈ | অলৌকিক আচৰণ |
| দেয়াং | সংস্থাপনহীন, বিলুপ্তি |
| পণ কৰা | শুই পৰা |
| টৈমুনা | ওৰহি পৰা |
| লেলেপুৱা | কোমল, লেউসেউ |
| বচকা | উৎপতীয়া স্বভাৱ |
| অথলং | অকলা, অকামিলা |

| | |
|---|---|
| আলেং লেং-কালেং লেং | অস্পষ্টভাৱে দেখা দিয়া, সন্মুখত লুকা-ভাকু খেলা |
| আলেঙি | অসুখত ভোগা |
| ফপলা | কোমল |
| তবক্ বক্ | চুটি চাপৰ, শকত, নোদোকা |
| লৈ-লৈ, থৈ-থৈ | অৱলম্বহীন, বিলাই-বিপত্তি |
| লেথেথেয়া | শেষ নোহোৱা |
| মিয়াং | নাই, নোহোৱা |
| মেলেঙা | কার্যক্ষম নোহোৱা, খাবলৈ সোৱাদ নলগা। |
| এফেই | এযাৰি |
| আবে-জাবে | কোনোমতে |
| লেপই | ক্ষীণকায় তিৰোতা |
| চেলবেলাই | অবাঞ্ছিত, অপ্রয়োজনীয় কথা |
| ভংভঙীয়া | খোলা অন্তৰ, নির্মল |
| চেং-বেং | উকঙা |
| খিলিং-খালাং | ছেদেলি ভেদেলি |
| খেলেং-মেলেং | সিঁচৰিত হৈ থকা |
| থকং-মকং | অতি খৰধৰ কৈ |
| লুটুঙা | লাগতিয়াল সামগ্ৰী নোহোৱা |
| ভেলেঙা | ফপলা |
| চলৌ বলৌ | থিৰেৰে থাকিব নোৱাৰা |
| মেৰেক মেৰেক | লাহে লাহে |
| ইলাহি-বিলাহি | ধুনপেচ |
| লেমলেমিয়া | অনবৰত, একেলেথাৰিয়ে |
| লিটাং-খিটাং | ওলমি থকা |
| লেংকাৰ্ব | আপদ, বিপদ |
| অৰ্ষ্ট ধৈ | আজলা |
| চলঙা | চেলনীয়া |
| খুক্ষুং | গুহা |

| | |
|---|---|
| লেংকেচ | বিপদ, নলগা জেওত লগা |
| জপকপক | বেজাৰ মনেৰে বহি থকা |
| মেলেধুৱা | অনুজ্জ্বল, অস্পষ্ট |
| নেপয়া | পিছপৰা, উৎসাহহীন |
| হদমে-হদমে | একেবাৰকে প্ৰকাশ কৰি থকা |
| অপিতে-অপিতে | প্ৰত্যেক দিনাই |
| খাচ্তাং | ধ্বংস |
| এপেং পেং | নকৰিবলগীয়া কাম কৰা |
| তোওলা | প্ৰস্তুত কৰা, উচতাই দিয়া |
| গৰহুন্তীয়া | জোখত নিমিলা |
| গাতি | এলেকা, অঞ্চল |
| ভাৰ সজাল | পতি-পত্নী |
| কোমকোমাই | উদ্দেশ্য লৈ যোবা |
| খেলাওনি | ওফৰি |
| দলদলাই | অবাঞ্ছিতভাবে ঘূৰি ফুৰা |
| তেলাই লাই | অপলক দৃষ্টি |
| তেং মেং | তুৰিমুৰি কৰা |
| হেঙা দেঙা | ভেটা ভেটি |
| তৰং/তং | সংজ্ঞাহীন |
| লেলবেল | গভীৰ টোপনি |
| কাতাং ভাং | ক্ষীণ, হাড় ছাল ওলোৱা |
| লাকত | অতীব প্ৰয়োজন |
| গতগতীয়া | মজবুত, শকত |
| খকলং-মকলং | খৰধৰকৈ কৰা কাম |
| খটং-পটং | যিকোনো কাম নিয়াৰিকৈ নকৰা |
| লিৰিকা-লিৰিক | সৰু সৰু |
| চুকচুকাইছে | ইচ্ছা প্ৰকাশ কৰিছে |
| বিদা লগা | বেয়া কাম কৰা |
| জাত্তেকে | একেবাৰে |
| কালদাং | বদমাচ |

| | |
|---|---|
| এগৈে | এগৰাহ |
| লুকুতি-লাকাতা | টুকুৰা টুকুৰ |
| আওঁতা | চফা কৰা |
| লেথেই-পেথেই | একেলেথাৰিয়ে |
| লেথে-থেয়া | কৰি শেষ নোহোৱা |
| লেপলেপীয়া | বোকাময় |
| লপা | মিছাকথাৰ ক্ষেত্ৰত ব্যৱহৃত |
| লেবালেব | দীঘল দীঘল |
| লেহেৰা-লেহেৰ | সুন্দৰকৈ দীঘল |
| ঝেংঝেঙাই | খং কৰি, উচাং মৰা |
| লানজা | লগ লাগি থকা |
| এলাং | ইটোৱে সিটোৱে লগ লাগি দীঘল হৈ যোৱা |
| মেলেকা | খাবলৈ সোৱাদ নোপোৱা |
| কেণা | ভুল লগা |
| তলা নলা | জানিব নোৱাৰা |
| হেলা-হেঁচা | কাজিয়া-পেচাল |
| ভাকতি-ভাকতি | ৰং তামাচা, ছয়ামযা |
| চুপতি | ধেমালি |
| চিৰিঙনি | অত্যন্ত বিৰ |
| আতোলতোল | মৰম চেনেহৰ মাজত থকা |
| এধমনা . | ডাঙৰ টুকুৰা |
| এবেঙা | বহল খোজ |
| হিয়ালি-বিয়ালি | আলৈ বিলৈ, অতি দুখী |
| লাংখা-লিংখি | অলাগতিয়াল বস্তু |
| জলংজপং | ভালকৈ নৰদ্ধা বস্তু |
| খুমাখুমা | অতি খৰধৰকৈ |
| মুদামৰা | বন্ধ কৰা বা হোৱা |
| ৰতোৱা | ভাগ কৰা |
| লেবুবু-জেবুবু | অবাঞ্ছিত বয়বস্তুৰে ভৰি থকা |
| লেনিঘেনি | গাতে গা লগাই থকা |

| | |
|---|---|
| লেপাইটিঙা | মিছাকৈ সাজি কথা কোৱা লোক |
| এথেঙেনী | কেইবাটাও লগ লাগি থকা |
| দাও | সুযোগ |
| ভকৰাভকৰ | ধমকাধমকি |
| টিমনী | হ্যাঁফলু |
| ফেনা-ফেন | বিভাজন |
| এবনা | নিৰ্দিষ্ট পৰিমাণৰ ঢেঁকীত ধান বনা অৰ্থত |
| পঁপয়া | লেবেলা |
| হনহনাই | হাবি বন ভাঙি যোৱা |
| এনগেনাই | অভিযোগ |
| এসোপা | অতি বেছি |
| চুকচুকোৱা | মন দিয়া বা মেলা |
| ডকা | দাবী, জুৰজুলুম, মতা কাৰ্য |
| এমা-দেমা | সৰু সৰু এসোপা |
| লাংখাই | ওফৰি পৰা |
| লেকেটা | গাত লাগি ধৰা |
| লিকা | ওখ, পাতল |
| দীলাঙি | বদ মেজাজৰ ঘূৰি ফুৰা তিৰোতা |
| দঙোৰা | কোনো দায়িত্ব নথকা লোক |
| খেনা | ক্ষীণ, লেবেলা |
| ঝপৌ পৌ | ঘনকৈ পাত থকা গছ, জুপোহা |
| ধুমাধুম | তাৎক্ষণিক |
| ভমভমাইছে | পুৰিছে-দেৰিছে |
| ভেলেংলেং | একেথৰে চাই থকা |
| জলকা | মন মাৰি বহি থকা |
| আলেঙে-আলেঙে | ওপৰে ওপৰে |
| বেজবেজাই | ইচাত-বিচাত |
| টানিমুনি | কোনোমতে |
| লেলোৱা | নৰ্কবলগীয়া কথা কোৱা |
| বিকাই ফুৰা | আনৰ কথা আনক কৈ ফুৰা |

| | |
|---|---|
| পেনেয়া | সহজতে কন্দা |
| হলগোৰা | একেলগ হৈ কাম কৰা |
| জবলা | জথলা |
| তহিলং | শেষ কৰা, নষ্ট কৰা |
| তপলং | তৎক্ষণাৎ |
| হাৰমাও | হায়ৰান, অতি কষ্ট |
| লেপলেপীয়া | অতি কোমল |
| লাথাউথাউ | দেখাত ধুনীয়া |
| লেপেতা | পদ্মাসন ভঙ্গীত বহা |
| গোমোঠা | খং ভাব, মাত-বোল নকৰাকৈ থকা লোক |
| পেনেকা | কামত খৰধৰ নকৰা, ভোটা, ধাৰ নথকা |
| পিজকনীয়া | অতি সৰু |
| এঙালে | অমুৱালে, বিৰক্তি লগা |
| দেমদেলুকা | অতি কোমল |
| মেহেঙামেহেং | আমনজিমন, লাজ ভাব |
| থেনথেন-বেনবেন | ইটো-সিটোকৈ বেমাৰ আজাৰ হৈ থকা |
| তলকা | একেথিৰে থকা |
| তময়ময় | ভীষণভাৱে |
| লুংলুঙাই | কিবা বিচাৰি ফুৰা |
| আচতি | আমনি |
| আহুকাল | আপদবিপদ, অসুবিধা |
| থেলথেলিয়া | পনীয়া |
| ধমনাধমন | ডাঙৰ |
| লেদেকা | আঠাযুক্ত |
| চকিলে | ভয় খালে |
| লেটিপেতি | অশুচি কৰা অৰ্থত |
| লেলু-পেলু | অবাঞ্ছিত সঙ্গ |
| ওকতি | আঁজুৰি |
| গেও-গেঠেও | বেছিকৈ খাই লৰচৰ কৰিব নোৱাৰা |
| ধৰ বান্ধ | পানী ৰাখিব নোৱাৰাকৈ দিয়া সৰু বান্ধ |

| | |
|---|---|
| জলহ্ | আঁকৰা |
| ঠেলামুই | চৰ, ঢকা |
| তকৰ-বকৰ | ওলোটা পোলোটা |
| ভেলেক-লেক | থৰ লাগি চাই থকা |
| হেৰামনি | তুঁহ খাই এৰা ঠাই |
| আতৌ-পুতৌ | আলফুল |
| চৌ-চৰৈ | অস্থিৰ হোৱা |
| দেলেপনি | দ পথাৰ |
| ককয় | কেঁচুৱা |
| কুঁকুঁৱাই | খং কৰি যোৱা |
| থক | ভোক |
| চেং বেং | মন উকণ্ঠা লগা |
| চিকচিকুৱা | ঘিন লগা |
| সজাল পতা | একে লগ হোৱা |
| লুটুপ্‌টোপ | মৰমীয়াল |
| লফৌ ফৌ | শকত-আৱত |
| টিংটিঙালী | পৰিষ্কাৰ, পৰিছন্ন |
| খেহেতা | সেকেকা, কেঁহা |
| গেহা | কামত খৰধৰ নকৰা |
| লামফৌ | দেখাত ধুনীয়া |
| লেম্‌টেম | অবাঞ্ছিত লগ বা লগৰী |
| লাংলাং-থাংথাং | অৱস্থা নাইকিয়া, বিলৈ বিপত্তি |
| ধদুৱা | খোল, কাম নকৰা |
| ডিপৌ-ডিপৌ | সেহা শাঁত নলগা |
| হুতৌ-পাতৌ | আনন্দ লগা |
| খ-মৌ | ৰঙালাউ |
| গেঠেলা-গেঠেলী | কথা নোকোৱা |
| গজাং | অবাইচং |
| হুলাই-হেলাই | অপৰে-দুখেৰে |
| হেপেটি | শকত-আৱত |

| | |
|---|---|
| হেঙেৰা | জেওৰা |
| ওপনি | ধান বানি চাউল উলিওৱাৰ শেষৰ চাউল |
| কতঙা | পানী নথকা শুকান ঠাই |
| গাঁন্ধে | বাঁহেৰে নির্মিত ভঁৰালৰ তল অংশ |
| আদিগা | কামত নহা, বেছি হোৱা |
| আওগিয়া | হেলনীয়া |
| খটং পটং | কামত নহা |
| অন | লেতেৰা |
| খেচনি | লেতেৰা ঠাই |
| হুঁয়াতঁয়া | চুচৰি-বাগৰি |
| ঠেঙেনামনি | শুৱা বিচনাৰ ভৰিৰ পিছ ফাল |
| পেনেকী | এলেহুৱা তিৰোতা |
| আওলা | ঘৰৰ আগ ঠাই |
| হেয়াহোৱা | শুই জিৰণি লোৱা |
| আওঁহা | ভুল ধৰা |
| আহুঙীয়া | অভিমানী |
| হেবেদা | চেপেতা |
| চেলুৱা | ভয়াতুৰ |
| ফেচেকা | ঢিলা, কোমল |
| হেবেতা | হামুখুৰি খোৱা |
| হাল মাল | দিগদাৰি, অসুবিধা |
| অকতীয়া | বেঁকা |
| বনৰা | বদমাচ |
| আজু | মাকৰ দেউতাকক সম্বন্ধ ধৰা |
| ফপৌপৌ | কামত নহা |
| খেনেকা | লাহে লাহে খোজ কঢ়া |
| চতৰা, চতৰি | বদ মেজাজৰ পুৰুষ-মহিলা |
| লেখেপখেপ | লৰচৰ নকৰা |
| চনকা | সহজতে ভাগি যোৱা |
| শৈনাখনি | পৰহি |

| | |
|---|---|
| ঝুনঝুনীয়া | শোচনীয় অৱস্থা |
| হতকাই | সহজতে |
| হেপহেপীয়া | অতি কোমল |
| লুলুকা | ঢিলা বান্ধ |
| এবতালি | এসময়ত |
| আওঁ ওৰাঁ | গুজৰি, গুমৰি থকা |
| জলৌ লৌ | খাবলৈ ভাল নহ |
| লুপলুপীয়া | লুভীয়া |
| আজোখা | খাপ নোখোৱা |
| চেলেকনি | যেই কোনো জুৰীয়া বস্তুৰ গাত পৰা টোপাল |
| ঘটংমটং | খানখিত নথকা |
| ধংধঙীয়া | খোলা অন্তৰৰ |
| ধেন্দলদুপ | শকত-আৱত শিশু |
| ধেন্দেলা | দেখি নোপোৱা |
| তাও মাৰি | আহাৰ বান্ধোতে ব্যৱহাৰ কৰা বাঁহৰ মাৰি |
| খাটাং | নিশ্চিত |
| মকৰামকৰ | গো-গ্ৰাস |
| পখাল ফুৰা | পায়খানা কৰা |

মৰাণ ভাষাত এনে অনেক শব্দ পোৱা গৈছে, যিবোৰ অব্যৱহৃত হৈ লুপ্ত হৈছে। আহোম, কছাৰী, চুটীয়া, বৰাহীসকলৰো এনে নিজস্ব কেতবোৰ শব্দ আছে। আহোমৰ ৰংঘৰ, কাৰেং, হেংদাং, তলাতল, চাওদাং আদি অজস্ৰ শব্দ আছে। কিন্তু নিজৰ আহোম ভাষা বা লিপিৰ ব্যৱহাৰ অসমত অপ্ৰচলিত হোৱাৰ বাবে এনে ভাষা সময়প্ৰৱাহত দৃষ্টিগোচৰ হোৱা নাই। মৰাণ ভাষাৰ চৰ্চা আদিতে বন্ধ হোৱাত বড়ো ভাষা বা কাৰ্বি ভাষাৰ দৰে বৰ্তমানে অৱস্থিতি গ্ৰহণ নকৰাটো উল্লেখনীয়।

এনেদৰে দেখা যায় যে মৰাণ ভাষাৰ যিবোৰ ভাষাতাত্ত্বিক বৈশিষ্ট্য ক্ষেত্ৰ অধ্যয়নৰ ভিত্তিত পৰিস্ফুট হয় তাৰ ভিতৰত শব্দগত পাৰ্থক্যৰ সংখ্যাই বেছি বুলি অনুমান কৰাৰ থল আছে। ধ্বনিগত, ৰূপগত, বাক্যগত গাঁথনিৰ তুলনাত মৰাণ ভাষাত শব্দগত বৈসাদৃশ্য অনিন্দ্য সুন্দৰ ৰূপত ফুটি উঠিছে। মান্য ভাষাৰ তুলনাত এইবোৰ শব্দ সম্ভাৰৰ প্ৰয়োগ মৰাণ কথিত সমাজত বৰ্তমানে সীমিত ব্যৱহাৰ হ'লেও

ই নিঃসন্দেহে অসমৰ ভাষা সংস্কৃতিৰ গাঁথনিত অনবদ্যভাৱে অৱদান আগবঢ়াইছে। অৱশ্যে অন্যান্য ভাষা-সাংস্কৃতিক দিশৰ সম্পূৰ্ণ অধ্যয়ন, গৱেষণা নোহোৱাকৈ থকাৰ বাবে ইয়াৰ উপৰিও অন্যান্য তথ্য বৰ্তমান পোহৰলৈ নহাতুত মৰাণ জন সমাজৰ সামগ্ৰিক চিত্ৰ প্ৰতিফলিত হৈছে বুলি বিনাদ্বিধাই ক'ব নোৱাৰি। ভৱিষ্যতে ভাষাটোৰ অন্যান্য ভাষাবৈজ্ঞানিক অধ্যয়নে ইয়াৰ সম্পূৰ্ণ সমল দাঙি ধৰিব বুলি আশা কৰিব পাৰি। ❑

# মৰাণসকলৰ ওপৰত ইমান অবিচাৰ কিয় ?

- প্ৰদীপ কুমাৰ মৰাণ

নে জানি নুশুনি কৰা যিকোনো ভুল-ত্ৰুটিৰ বাবে ক্ষমা কৰাই যুগুত। কিন্তু যি জানি বুজি সম্পূৰ্ণ পৰিকল্পিত ষড়যন্ত্ৰৰে সত্যক ঢাকি মিছা প্ৰলেপেৰে নিন্দনীয়ভাৱে কুৎসাৰটনা কৰিব খোজে তেওঁবিলাকক জানো ক্ষমা কৰিব পাৰি ? এনেদৰে কৰা ষড়যন্ত্ৰ যে এটা নিৰ্দিষ্ট সময়ৰ বাবেহে, তাৰ পিছত যে মোমাইৰ জোলোঙাৰ মেকুৰী ওলাই পৰিব সেয়া হয়তো এই বিয়াগোম সাহিত্যিক বুদ্ধিজীৱি সমাজে তলকিবই পৰা নাছিল। মৰাণসকলৰ ভেটি উচনত এওঁলোক হয়তো ইমানেই আহ্লাদিত হৈছিল যে, এওঁলোকৰ কণ কঠিয়া ক'ৰবাত পৰি থাকিবও পাৰে তাক এবাৰো ভাবি চাবলৈ সময় নোলাল। সেয়েহে যিয়ে যিমান পাৰে সিমান নিকৃষ্ট পন্থাৰে মৰাণসকলক বৌদ্ধিকভাৱে ঘৃণাৰ দ্ৰব্য সজোৱাত এইসকল জাতিৰ কৰ্ণধাৰে ঠিকা ল'লে আৰু আমি এই ঠিকাদাৰসকলৰ কৰ্ম কাণ্ডবোৰৰ প্ৰতিবাদ নিজ সামৰ্থ্য অনুযায়ী জনাই যোৱাত বদ্ধপৰিকৰ। এইখিনিতে মনত পৰিছে মহাত্মা গান্ধীৰ উপলব্ধিৰ এষাৰ কথা যে, - আনৰ পৰা আদৰ পাবলৈ হ'লে নিজেও আদৰণীয় কাম কৰিব লাগিব। আমি কৰা এনে 'প্ৰতিবাদ' আদৰণীয় হয়নে নহয় সেয়া অৱশ্যে অনিশ্চিত। কিয়নো যিসকল অসমীয়া সাহিত্যিক বুদ্ধিজীৱিয়ে মৰাণসকলৰ ওপৰত এনেদৰে কটুক্তি হানি গৈছে সেইবোৰ মহান বাণী(!) কিমান বা আদৰণীয় হৈছে; যাক আমি শুনিলেই বা পঢ়িলেই শ্ৰদ্ধাত মূৰ দোঁৱাই শিৰনত কৰিম ! যদি তেনে কৰিবই নোৱাৰোঁ তেন্তে প্ৰতিবাদ জনোৱাৰনো উপায় কি ?

হয়তো এয়াই হ'ব উৎকৃষ্ট উপায় যে, অতীজৰে পৰা আজি তাৰিখ পৰ্যন্ত মৰাণ সমাজৰ প্ৰতি সম্পূৰ্ণ জ্ঞাতসাৰে (অজ্ঞাতৰ প্ৰশ্নই নুঠে) যিসকল বৌদ্ধিক পৃষ্ঠপোষকে অবিচাৰ কৰি আহিছে, তেওঁলোকৰ প্ৰতি যোগ্য প্ৰত্যুত্তৰ দিয়াটো। এইটোও ঠিক যে মৰাণ সমাজৰ দ্বাৰা অভিযুক্ত এই পৃষ্ঠপোষকসকলৰ বহুজনেই ইহ সংসাৰত নাই; যদিও শেহতীয়াভাৱে সাদিন কাকতৰ সৃষ্টি (তাং ৪ ফেব্ৰুৱাৰী

২০০০) সৰ্বেশ্বৰ শৰ্মালৈকে এই সংসাৰত বৰ্তমান। উল্লেখযোগ্য যে এই কাকতগোষ্ঠীয়ে ইতিপূৰ্বে প্ৰতিদিন কাকতৰ দ্বাৰাও জ্ঞানানন্দ শৰ্মা পাঠক নামৰ এজনক প্ৰতিষ্ঠা কৰি থৈছেই; চাব্বাচ, সাদিন গোষ্ঠী! এই গোষ্ঠীটো যেন - "হেম লক্ষ্মীনাথ"ৰ প্ৰকৃত উত্তৰাধিকাৰীৰ দাবীদাৰ !

এই অবিচাৰবিলাকৰ বিচাৰ হ'ব কেতিয়া ? বিচাৰৰ আদালত - ক'ত, কি, কোন ? আছেনে কিবা ইয়াৰ উত্তৰ ? আচলতে ইয়াৰ সদুত্তৰ নাই; আমি নেপাওঁ। হওঁতে, অসম সাহিত্য সভা বোলা এটা জাতীয় অনুষ্ঠান আছে - হ'লেও এনেবোৰ সৰু সুৰা কথাত মন দিবৰ কোনো সকাম নাই। একালৰ ত্ৰিমূৰ্তিৰ এজন লক্ষ্মীনাথ বেজবৰুৱাবেই চোন সৃষ্টি এই বিয়াগোম অনুষ্ঠানটো। জানোচা, এনেবোৰ কথাত মাত মাতিলে উপৰি পুৰুষৰ দায়েই লাগে বা ! "বীণ-ব'ৰাগী"ক নাকচ কৰাৰ অধিকাৰ বা সাহস কোন অসমীয়াৰ আছে ? আকৌ হেমকোষৰ কথা একা ? কীৰ্ত্তন বা নামঘোষাৰ দৰেই সুলভ্য এই হেমকোষ অসমৰ ঘৰে ঘৰে। একালৰ বিশ্বাসৰ - "ৰজাই ভুল কৰিব নোৱাৰা"ৰ দৰে - হেমকোষ বাণী - মৰাণ নিষ্ঠুৰ মানুহ ইয়াৰ অৰ্থৰো কোনো ভুল হ'ব নোৱাৰে। ভগৱানৰ সৃষ্টিত যিদৰে মানৱৰ হাত নাই ঠিক তেনেদৰে হেম বৰুৱাৰ সৃষ্টিতো অসম সাহিত্য সভা বা কোনো অনুষ্ঠান বা বিভাগৰ হাত নাই। বচ্, এনেদৰেই কৈ হাত সাৱটি বহি থাকিব পৰা হৈছে আটাইয়ে বৰ্তমান। এয়াই হৈছে মৰাণসকলৰ প্ৰতি অসমীয়া হেমকোষ অভিধানৰ "কেৰেক্টাৰ চাৰ্টিফিকেট"। ইয়াতকৈও উৰ্দ্ধত চৰিত্ৰ মৰাণসকলে দেখুৱাই বা কেনেকৈ ?

তাৰ পিছত বিভিন্নজন অসমীয়াৰ বিশিষ্ট সাহিত্যিক তথা বুদ্ধিজীৱি সমাজে মান-মৰাণ বা মৰাণ-মান ইয়াৰ মাজত কোনো পাৰ্থক্য নেদেখিলে। আচলতে ঠিক নেদেখিলে নহয়, এয়া স্পষ্ট যে, কেতিয়াও ইয়াৰ পাৰ্থক্য নেদেখুৱালে। সন্মানিত সাহিত্যাচাৰ্য - এই অতুল চন্দ্ৰ হাজৰিকা মহাশয়ে মান-মৰাণক আলু-পিতিকা কৰি দেদাউৰি পাৰি ক'লে - "মান-মৰাণৰ দেওপাৰণিত দেশখন লাংলাং থাংথাং হৈ পৰিছিল।" হেৰৌ, ১২২৮ খৃঃত বদৌচাৰ মৰাণ ৰাজ্য কোন স্বৰ্গদেউৰ চল, বল, কৌশলৰ বলি হৈ লাংলাং থাংথাং হৈছিল - তাক জানো নজনা কোনোবাজন আছে? হ'লেও চোন কোনো মৰাণে বৃহৎ অসমীয়া জাতি গঠনৰ স্বাৰ্থত আজিও এনে বচন আওঁৰা নাই। সেয়াই দোষ নেকি মৰাণৰ - কেতিয়াবা এনেকৈও চিন্তা কৰিবৰ মন যায়।

সেই একেই সুৰ-তাল মিলাই ড০ লীলা গগৈদেৱেও চকুপানী টুকিলে।

অসমীয়া প্ৰজাৰ শাৰীৰ পৰা মৰাণসকলক গতিয়াই খালত পেলাই তেওঁ "মান-মৰাণৰ উৎপাতত জুকলা হোৱা অসমীয়া প্ৰজাক চেপি খুন্দি। এনেদৰে বেজাৰ কৰিলে।

ড০ গগৈতকৈ কোনো গুণে পিছত নেথাকি ড০ চন্দ্ৰ কটকীয়েও মৰাণৰ অবিহনে অসমীয়া এটা শক্তিশালী জাতি বুলি বুকুত সগৌৰৱে চপৰিয়াই কৈছে - "যি মান-মৰাণে অসমীয়া জাতিক শেষ কৰিব নোৱাৰিলে।" এয়াই তেন্তে অসমীয়া জাতিৰ সংজ্ঞা ! ইমানতো জানো মৰাণসকলে নিজকে অসমীয়া বুলি পৰিচয় দিয়াৰ যুক্তি আছে ? মৰাণসকল যদি অসমীয়াই নহয় তেন্তে এওঁলোক কোন বা কি জাতিৰ অন্তৰ্ভুক্ত ? এই প্ৰশ্নৰ উত্তৰো যে আছে তাক নকলেও চলে। কিয়নো, মৰাণসকল আচলতে অকলেই এটা জাতি। যি জাতিক সমূলি ধ্বংস কৰা হ'ল বুলি এসময়ত ভৱা হৈছিল বা ধৰি লোৱা হৈছিল। যথাঃ এটা জাতিৰ পৰিচয়ৰ বাবে এই চৰ্তকেইটাৰ প্ৰয়োজন। যেনে - (১) স্বাধীন ভূ-খণ্ড (২) নিজা ভাষা, কৃষ্টি আৰু সংস্কৃতি (৩) বহিঃ ৰাজ্যৰ আক্ৰমণ প্ৰতিহত কৰিব পৰা সু-শিক্ষিত সৈন্য বাহিনী আৰু (৪) জনসাধাৰণৰ মাজত প্ৰশাসনৰ বাবে আইন ব্যৱস্থা। গতিকে মৰাণসকল যে, এটা জাতি - ইয়াৰ দ্বাৰাই প্ৰমাণ কৰিব পাৰি। এই যুক্তিৰ দ্বাৰা অসমীয়া জাতিৰ সংজ্ঞাৰ লগত মৰাণসকলক সংলগ্ন নকৰিলে দুখ কৰিবৰ কোনো কাৰণ নাই।

"মোৱামৰীয়া বিপ্লৱ" অসম বুৰঞ্জীত মৰাণসকলৰ বাবে এক গৌৰৱময় অধ্যায় হোৱাৰ বিপৰীতে অসমপ্ৰেমী এচামৰ বাবে এয়া এক কলংকিত অধ্যায় হিচাপে চিহ্নিত হোৱাত আচলতে আশ্চৰ্য্যৰ কোনো কাৰণ নাই। কিয়নো এয়াই স্বাভাৱিক যিহেতু কাৰোবাৰ স্বাৰ্থত আঘাত হানিলেই সেয়া অসহনীয়, নিন্দনীয় হৈ পৰে। এই ভিত্তিতে অসম সাহিত্য সভা, বিহপুৰীয়া অধিবেশনৰ স্মৃতিগ্ৰন্থখনত জনৈক তৰণী চৌধুৰী বোলা এজনে চিহ্নিত কৰিলে যে "অসম বুৰঞ্জীত মোৱামৰীয়া বিদ্ৰোহ কেইবাটাও দিশৰ পৰা এক কলংকিত অধ্যায়।" ঠিক তেনেদৰে প্ৰয়াত ভৱানন্দ বৰগোহাঞিয়েও "মোৱামৰীয়া বিদ্ৰোহক যদিও গণ বিপ্লৱ আখ্যা দিবলৈ বিচৰা হৈছে দৰাচলতে এই বিপ্লৱ আখেজ পূৰণৰ বাবেহে সৃষ্টি হোৱা" বুলি নিজে সান্ত্বনা লভি গৈছে।

ইয়াৰোপৰি প্ৰয়াত আন বহুজন অসমীয়া প্ৰতিষ্ঠিত লিখক-সাহিত্যিকে নিজস্ব সাহিত্য প্ৰতিভাৰ পৰিচয়েৰে মৰাণসকলক জগতৰ বুকুত শিয়াল-শগুণ হিচাপে চিহ্নিত কৰি যাবলৈ ব্যৰ্থ চেষ্টা চলাই গৈছে। কথাতে কয় বোলে এশ গৰু মাৰিলে বাঘৰো মৃত্যু। ঠিক তেনেই হ'ল - মৰাণসকলৰ প্ৰতি কৰি অহা এই অন্যায়

অবিচাৰ মৰাণৰ নয়নত ধৰা পৰিল। মৰাণ সমাজৰ পৰা দাবী কৰা হ'ল যে, মৰাণৰ ওপৰত এনে অবিচাৰ আৰু নচলিব, এই কটুক্তি অপব্যাখ্যাবোৰ উঠাই দিব লাগে। অসম সাহিত্য সভাই কেতিয়াবা "হয়, হঁা" জাতীয় দুই এটা শব্দ উচ্চাৰণ কৰে যদিও মুৰকত "গোসাঁই ঘৰত মই কল খোৱা নাই" ভাও ধৰে। অতি শেহতীয়াকৈ যেনিবা অসম মাধ্যমিক শিক্ষা পৰিষদে হাইস্কুলীয়া অসমীয়া সাহিত্য পাঠ্যক্ৰমৰ পৰা বেজবৰুৱাৰ "বীণ-ব'ৰাগী" কবিতাটো উঠাই দিয়াৰ কাকতালীয় বিবৃতি এটা দিছে। আমি দৃঢ়তাৰে কওঁ - এই কাৰ্য্যত মৰাণ সমাজে আহ্লাদিত হোৱাৰ কোনো যুক্তি নাই বৰঞ্চ বেজবৰুৱাৰ ব'ৰাগীয়ে পাঠ্যক্ৰমত বীণ বজাব নেপালেও কেৱল বীণেই কিয় টিলিঙাও বজাই থাকিব। যেতিয়ালৈকে অসমীয়া জাতি থাকিব, বেজবৰুৱা মহাশয় অমৰ হৈ থাকিব। এইষাৰ কথা আন সকলোৰে ক্ষেত্ৰতো সমানেই প্ৰযোজ্য।

তেন্তে প্ৰশ্ন হয়, ইয়াৰ সমাধান আছেনে ? আমাৰ কথা হ'ল যদি অসমীয়া মহলে এইটো এটা সমস্যা বুলি ভাবে তেন্তে ইয়াৰ নিশ্চয় সমাধানো আছে। কিয়নো অভাৱেই আবিস্কাৰৰ মূলৰ দৰে সমস্যাই সমাধানৰ সূত্ৰ যিহেতু। এইক্ষেত্ৰত অসমৰ জাতীয় অনুষ্ঠান, সাহিত্যিক-বুদ্ধিজীৱি, প্ৰকাশক, সম্পাদক প্ৰভৃতিৰ ব্যাপক কৰণীয় আছে। মৰাণ সমাজৰ এই নায্য দাবীসমূহৰ প্ৰতি কেৱল ঘৰিয়ালৰ চকুপানী টুকি - " তেওঁলোক আমাৰ মাজত নাই, ইয়াত আমাৰ হাত দিয়াৰ অধিকাৰ নাই" জাতীয় কথাই গা এৰা দিবলৈ চেষ্টা কৰি গ'লেই নহ"ব। এই কটুক্তি বা ব্যাখ্যাবোৰ যে সম্পূৰ্ণ ভুলৰ ওপৰত প্ৰতিষ্ঠিত ইয়াক প্ৰতিপন্ন কৰিবলৈ ৰাজহুৱা প্ৰস্তাব একান্তই গ্ৰহণ কৰিব লাগিব। প্ৰকাশ কৰিবলৈ বিচৰা যিকোনো গ্ৰন্থ বা কাকত আলোচনীত যাতে এনেবোৰ প্ৰতিক্ৰিয়াশীল মন্তব্য কেতিয়াও প্ৰকাশ নেপাই তাৰ প্ৰতি সংশ্লিষ্টসকল এই বিষয়ত অন্ততঃ নূন্যতম জ্ঞানৰ অধিকাৰী হ'বই লাগিব। ইয়াৰ অন্যথাই তেওঁ কৰা ভুলৰ বাবে দোষী হ'বই লাগিব কাৰণ তেওঁ হ'ব এজন অসমীয়া জাতিৰ ভাঙোন প্ৰক্ৰিয়াৰ ষড়যন্ত্ৰকাৰী। তদুপৰি মৰাণসকলৰ ওপৰত যে, এনেদৰে কঠোৰ অবিচাৰ কৰি অহা হৈছে ইয়াক ছাত্ৰ অৱস্থাৰ পৰাই অন্ততঃ মাধ্যমিক পৰ্য্যায়তে অৱগত কৰাবৰ বাবে এটি পাঠ সংযোজন কৰিব লাগে। এই প্ৰস্তাৱ নুই কৰাৰ কোনো যুক্তি নাই কাৰণ "বীণ ব'ৰাগী"ৰ দৰে কবিতা পাঠ্যক্ৰমত যিহেতু অন্তৰ্ভুক্ত কৰা হয়।

এইখিনিতে অতীতৰ বা প্ৰয়াতসকলৰ দৃষ্টিত মৰাণসকলৰ বেহ-ৰূপৰ কথাখিনিৰ আলোচনা সীমিত কৰি বৰ্ত্তমান কালতো মৰাণ সমাজৰ প্ৰতি ক'ত কেনেকৈ বৌদ্ধিক অত্যাচাৰ অব্যাহত ৰাখিছে তাকো আলোকপাত কৰা হওক অতি

চমুকৈ। আমাৰ উপলব্ধিত আজিৰ পৰিৱেশতো অসমৰ বুকুত তাহানিতে চুকাফাই সৌমাৰ খণ্ডত লগ পোৱা ঐতিহাসিক মৰাণসকল জীৱিত অৱস্থাত আছে বুলি নজনা ভাও জোৰা বা জানিও নজনা অনেক সাহিত্যসেৱী বা ব্যক্তি আছে। তাৰ বাবে অৱশ্যে এইসকলক আমি দায়ীও কৰিব খোজা নাই। ইয়াৰ বাবে মৰাণসকল আজিৰ যুগতো সামগ্রিকভাৱে পিছপৰি থকাৰ কাৰণটোৱেই মূল। ইয়াৰ হেতু হিচাপে লক্ষ্য কৰা যায় যে, অসমৰ বিশিষ্ট বহুজন লেখক-সাহিত্যিকে অসমীয়া জাতিৰ গঠন প্ৰক্ৰিয়া তথা অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি সম্পৰ্কীয় আলোচনাত মৰাণসকলৰ প্ৰসংগত টু শব্দ এটাও উচ্চাৰণ নকৰে। ইয়াতো আমি ক্ষোভ প্ৰকাশ নকৰো যিহেতু মৰাণসকলৰ প্ৰতি এনেবোৰ কথা মুঠেও নতুন নহয়।

কিন্তু এইবোৰ কাৰ্য্যতহে আমি কেৱল আশ্চৰ্য্যই নহয়, উত্তেজিতো হৈ পৰো যে ইমানৰ পিছতো মৰাণসকলৰ প্ৰতি একেই অবিচাৰ এচাম তথাকথিত লেখক-কবিয়ে (?) কৰিয়েই থাকে কিয় ? ইয়াতকৈ তবধ মানো অসমৰ জাতীয় স্বাৰ্থৰ হকে বৰ বৰ কথাৰ টৌ সৃষ্টিকাৰী এচাম প্ৰগতিশীল(?) লেখক-সাংবাদিক জড়িত থকা কাকত গোষ্ঠীয়ে ইয়াৰ পৈত্ৰিক দায়িত্ব পালনৰ যেতিয়া পৃষ্ঠপোষকতা কৰি থকা দেখা পাওঁ। সচেতন সমাজে হয়তো পাহৰা নাই যে, বিগত ১৯৯৯ চনৰ ১৮ এপ্ৰিলৰ প্ৰতিদিন কাকতত জ্ঞানানন্দ শৰ্মা পাঠক বোলা এজন মহান কবিয়ে "বীভৎস প্ৰতিক্ৰিয়া" নামৰ কবিতাৰে ক'লে - "হে'ৰ প্ৰতাৰক প্ৰৱঞ্চক/বাঘৰ মৰাণৰ দল/ মোৰ মন যায়/নিজ হাতে তহঁতক/টুকুৰা-টুকুৰ কৰি/বেপি বেপি কাটি কাটি/ কটাঘাত লোণ টেঙা দি/ তহঁতৰ ঘিণ লগা শৰীৰত/ বিহে ভৰা/ মাংসবোৰ/খুৱাবলৈ হাঁহি হাঁহি/ কুকুৰ, শিয়াল আৰু /শগুণ জাকক/ কিন্তু মই নিৰূপায়/ তহঁতৰ কুৎসিত কদাকাৰ/বাক্কৰ শৰীৰৰ/ মাংসবোৰ খালে/ নিৰীহ নিষ্পাপ সেই/ মোৰ দেশৰেই/ কুকুৰ কাউৰী আৰু / শিয়াল শগুণবোৰ/ থিতাতে মৰিব/ যিটো মই নিবিচাৰোঁ/ কেতিয়াও কোনো দিনে/ মোৰ প্ৰাণৰ স্পন্দন/ থকালৈকে এই জীৱনত ॥

এতিয়া পাঠক সমাজে কবিতাটো পঢ়ি নিজেই অনুভৱ কৰক। কাউৰী, শগুণ, শিয়াল আদিৰ প্ৰিয় এই কবিজনে মৰাণৰ প্ৰতি ঘৃণা কেনেদৰে প্ৰকট কৰিছে চাওক। যি দেখা গ'ল এইজন কবি হাজাৰজন লক্ষ্মীনাথ বেজবৰুৱাতকৈও শ্ৰেষ্ঠ! এতিয়া নিষ্ঠুৰ মৰাণে তেওঁক কেনেকৈ কি ভাষাত শ্ৰদ্ধা জনায় মৰাণসকলে নিজেই এবাৰ চিন্তা কৰি চাওকচোন। আৰু আমাৰ মন্তব্য নিষ্প্ৰয়োজন।

আকৌ অতি শেহতীয়াভাৱে সেই একে কাকত গোষ্ঠীটোৰ

পৃষ্ঠপোষকতাতেই যোৱা ৪ ফেব্ৰুৱাৰী (২০০০চন) তাৰিখে সৰ্ব্বেশ্বৰ শৰ্মা নামৰ কবি এজনে আখৰৰ বৰসবাহ্ পতাৰ আখৰাত "ন" জৰিয়তে "মৰাণ"সকলৰ শ্ৰাদ্ধ পাতি দেখুৱালে। তেওঁৰ মতে "ন"ৰ অন্য কাম নাই কেৱল ৰণত মৰাণ বধাৰহে কাম। এই সমস্ত কৰ্ম-কাণ্ডবোৰৰ প্ৰতিবাদ সংশ্লিষ্ট মহলৰ প্ৰতি জনাই অহা হৈছে যদিও মূৰকত "গালো বালো খোলাকতিৰ তাল" হয়গৈ ।

গতিকে আমি আহ্বান জনাওঁ এই প্ৰসংগটো অসমৰ বৌদ্ধিক সমাজৰ কাণ্ডাৰীসকলৰ মাজত বহুলৰূপে আলোচনা তথা সমালোচনা হওক। যি আলোচনা আৰু সমালোচনাই বিষয়টোত এক স্থায়ী সমাধানৰ বাট উলিয়াই দিব। এইক্ষেত্ৰত বাতৰিকাকত - আলোচনী বিলাকৰেই বেছি কৰণীয় আছে বুলি আমি বিবেচনা কৰোঁ। এই আপাহতে আমি অসমৰ সংশ্লিষ্ট আটাইলৈ এনেদৰে আহ্বান জনাইছোঁ - অসমৰ ভূমিপুত্ৰ এই মৰাণসকলৰ প্ৰতি মৰাণে সমাজে আঙুলিয়াই দি থকা ভুল-ত্ৰুটি তথা অবিচাৰবোৰ যাতে পুনৰাবৃত্তি কোনেও কেতিয়াও নকৰে। কোনেও যেন কাৰোৰেই অশ্ৰদ্ধাৰ পাত্ৰ নহয়। আমাৰ কামনা সেয়াই। ❑

*সদৌ অসম মৰাণ ছাত্ৰ সন্থাৰ ১৭/০৩/২০০০ চনত জাতীয় অভিবৰ্তনৰ স্মৃতিগ্ৰন্থত প্ৰকাশিত।*

# Religion of the Morans

*– Mohan Saikia*

The Morans of the present times are the followers of 'Mahaapurushia Vaisnava' religion introduced by Sri Sri Aniruddha Deva a disciple of Sri Sri Shankardeva who was the founder of the said religion. Prior to their conversion into Vaisnava religion there is no any writing as to of what religion they were devotees. But from some traces of their culture of religion in some cases, it can be imagined that they were pure 'Shaaktas' dedicating even human being before 'Kesaai-Khaaiti Thaan' of Sadiya of Assam situated on the Eastern most part of this state and on the border of the present Arunachal Pradesh. They even today are found to perform 'Shaakta' ways of devotion to 'Kesaai-Khaati' of Sadiya on some certain occasions despite of their following Vaisnava rituals.

***'Shaakta' ways of rituals among the Morans of the present times:*** Despite of the Moran following 'Vaisnava' religion, they perform some such religious functions which are totally antagonistic to Vaisnava principle. Perhaps such type of rituals are not to be found among other Vaisnava.

Prior to beginning with their 'Shaakta' ways of culturing religion the time, dates and days of the Morans celebrating 'Bohaag Bihu' must be taken into account. Though there are no written records as to the Morans devoting 'Kesaai-Khaati' of Sadiya as mentioned ahead, from some traces present highest it can be definitely ascertained that they were pure Shakaatas before their convertion into Vaisnava religion.

Like the other Assamese people the Morans do not celebrate

the Bohaag Bihu on the lst day of 'Shautea' year. They celebrate it from the lst Wednesday any of the 'Shaura' year. It is heard that on lst Wednesday of the 'Shaura' they, before their convertions into Vaisnava religion gathered together at the Kesaai-Khaaiti Than of Sadiya and before the duty they sacrificed a healthy youth for the well being of the society; who will offer that victim. There are also fair legends regarding the same. Perhaps at first that human sacrifice was offered every year. That was offered class-wise on rotation. Suppose this year the 'Telepia' class whose original place is now the present Talap, the next year the 'Rupai-Ganyaa' class of the present Rupai Siding, the 'Dohutia' class of the present Dahotia village, the 'Chakari Ganyaa' class of the present Sookerting Tea Estate etc. All of the present Tinsukia District had to partake on dedicating a youth on rotation every year. Lateron, for want of youth or otherwise they gave up offering of human sacrifice every year, instead, it was offered at some certain interval of years. As such they again later on instead of human being they offered buffalo and in place of buffalo even, they began to sacrifice a pumpkin before the deity .

Out of superstition, the Morans even today do not cut a pumpkin into two piece, in as much as, the same is sacrificed before the deity making into two pieces They put a straw of paddy along the pumpkin and there only they make it pieces guessing that they cutting the straw into pieces but not the pumpkin itself.

As mentioned ahead on the 1st. Wednesday of the year after having sacrificed the victim they used to bring down the Bohaag Bihu to different villages, of course, by the youths male and female alike by singing some certain ballads, dancing and beating drums and other musical instruments used in Bihu. In the village the youths as mentioned above will perform Bihu songs and dance for seven days, day and night in an open shed house called 'Bihu-Ghar' erected by the youths before hand for the purpose. After seven days performance the youths again go back to the Thaan to close the Bihu.

This was the picture of the Morans culturing 'Shaakta'

religion prior to their conversion into Vaisnava religion. After their convertion into Vaisnava' religion, which was perhaps during the days of Sri Sri Chaturbhuja Deva, the 9th religious teacher of the Mayamara Vaisnava Satra at Puranimati near the present Jorhat town say not more than 400 yrs. from now, they did not give up the Shaakta principles. They had perhaps understanding with the religious teacher under whom they were convinced, to the fail that hey would have to be allowed to continue their devotion to the Kesaai-Khaaiti along with their following Vaisnava principles. The religious teacher the 'Gosaain' in return perhaps allowed to them some relaxations. That is why, an arrangement was provided the Satras campus, in which on the 1st Wednesday of the year goats and ducks are dedicated in the name of their religious deity, Kesaai -Khaaiti. But the way of sacrifice of the goats and ducks are not performed in the usual way of cutting the throats. The sacrifices are drowned under water and thus killed. The sacrificed creatures are then cooked in a house called 'Jagya-Ghar' situated within Satra campus and entertained to a certain number of 'Bhakats' with due permission of the Gosaain with meal with meats of the goats and ducks dedicated in the name of the deity. The Gosaain does not partake the meal. The 'Gosaaini' on the other hand though does not take part in the feast, but has a ritual role to play on the feast. She will be invited to the Jagya-Ghar with a 'Khom' of bettle nut and leaf where the cooker and the other 'Bhakats' kneeling before her with prayer to start cooking. She in return will then inaugurate the cooking and will leave the place as soon as it is over. The Gosaain does not even visit the Jagya-Ghar not to be speak of taking part in the feast. The Gosaaini also will start cooking only, but does not take part in feast. The cooker also, who must be entrusted by the Gosaaini to serve as cooker does not take part in the feast. Any ordinary Bhakat can not also take part in the feast. Some certain nos. of Bhakats who are only entrusted by the Gosaain to take part in the meal will be able only.

Originally, holding of Jagya a dedication of animals and

birds was the performed only once in a year, i.e. on the lst Wednesday of the year from whence the Bihu is commenced. But later on some other occasions will viz. on the occasions of 'Bhaada Tithi', 'Puha' and 'Magha Thiti' also Jagyas were used to be held on the occasions as mentioned below.

The Morans of the ancient times were used the' Jhoom' cultivation. only from 60 - 70 years they began to cultivate 'Kharif' paddy. Now as mentioned ahead during the month of Bhaada on the occasion of collection of new harvest out of Jhoom crops they used the Satras Jagya house. Thus they also used to held the same on the Puha Thithi with nos 'Saali' crops and then in the Maagha Tithi out of joy of set-free from agriculture season.

This process of holding Jagya or sacrifice beginning human being buffalo, goats, ducks etc. is not to be seen among the other Mayamoras. This is prevalent only among the disciples of Tipuk Mayamora Satra i.e. among only the Morans who are enblock followers of this Satra.

***Jagya also on the occasion of 'Shraaddha' of the deceased*** : In the deceased 'Shraaddha' particularly on the occasion of 'Kaaj' ceremony Jagya or dedication of ducks is a must. But in such a Kaaj details of which will be given on the later pages goats are not dedicated or Jagya with flesh of goat is not cooked. But in no case, cocks are sacrificed in the Jagya only goats, ducks and pigeons are dedicated in the sacrifice in the Satra and in Kaaj of the deceased only ducks and pigeons are sacrificed but not goats.

***Traces of animism*** : Not to speak of the Morans only many ones, say, perhaps if keenly studied traces of Animism will be found among the entire Hindus. Worship of rocks and trees etc. are found amongst almost all the Hindus throughout India excepting the Vaisnava Hindus amongst whom it is rare seen. To speak of the Assamese Vaisnavas they are not seen to worship rocks, trees etc. The Morans too do not worship the above objects. But on occasions they are seen to though not worship with flowers and the other praying elements offer their prayers dedicating ducks cocks, pigeons etc. to some powerful objects of the nature.

All the time of catching fish in the big rivers they dedicate ducks of different colours according to predictions of the 'Augursim' the name of the concerning river where from fishes are sought to be caught. In such occasions also some certain Bhakats deputed or entrusted for the purpose will cook the duck and prepare meal and accept the same in the name of that particular river.

Again, at the time of catching wild elephants they couseerate cocks or pigeons to the 'Hadan-Madan' the master of elephants. In such cases of course, meal is not prepared nor the dedicated cock or pigeon but with certain prayers they are freed in deep forest alive in the name of the master keeper of the elephants - Hadan- Madan. 'Aaagama' principles: In addition to traces of Shaaktaism and Animism as referred to above, traces of their following 'Aaagama' principles not withstanding The fact that they claim to be blind followers or bigots of 'Ek-Deo-Ek-Sheo, Ek-Bine-Nai-Keo' i.e. the only exalted one or the Visnu-Vaisnavas and thereby to be followers of 'Nigama' principles So to say all the followers who claim themselves to be pure Vaisnavas or to be followers of 'Nigama' principles will be seen to follow 'Aagama' principles in as much as they are seen to worship or to offer prayers to different Gods and Goddesses at different times and on different occasions.

At the time of break one of epidemics like pou, disentry, cholera etc. every Assamese village is seen to be busy in reciting 'Aainaam' as prayer to the goddess 'Bhagabati' or 'Mahaabhairabi' with bettle nuts, leaves, various fruits, cereals and pure earthen-list, 'dhoops' etc. particularly the older women folks of the village taking leading part in the ailing households and in some common places of the village. The Morans are also not legged behind in this respect.

***'Bighini Biyapaa Samaaj'*** : Over and above the prayers in the name of 'Mahaabhairabi' at the time of break out of epidemic in a meaning way or in a sporadic way, the Morans regularly annually held 'Bighini Biyapaa Samaaj' both by the older men

and womenfolk separately - the menfolk in the village Naamghar and the women folk in a common open place of the village. It is repeated again that the Morans celebrate Bighini Biyapaa Samaaj every year whether there is epidemic in the village or not.

Now, question may arise, as to what is Bighini Biyapaa Samaaj Usually in the months of 'Baisaaga' or 'Bohaaga' summer season comes abruptly, along with coming of the month 'Jetha' (if calculated it will fall in the month of May/June i.e. in the hot season) On the other hand, one thing must be taken into account i.e in this season particularly, Kharlf paddy seeds are sowed in the limited areas. After when they have been grown up for transplantation they are uprooted and transplanted in the fields prepared for the purpose beforehand As such, Kharif cultivation begins, i e The season of Kharif cultivation begins. To say the truth, the Kharif cultivation season or the summer season beginning from the month of 'Jetha' of the Assamese year (of the 'Shaura' year) is the influx of pesticides The seedlings of the paddy, the plants and the plants replanted are usually found to be affected by almost all the insecticides

In the old days, there were no application, say invention of insecticides So, in those days, the people thought that the pesticides in the paddy fields did come into being only for casting of evil eye by the goddess 'Mahabhairabi' So any remedy is there out of pesticide not only of crops but of human beings and cattle too is the only resort of holding Bighini Biyapaa Samaaj they suppose to have

***Religious conventions :*** As mentioned on the foregoing pages, the Morans do not cut a pumpkin directly into two pieces without putting a straw along the same or they do not cut any bird or eatable animal making into pieces on the throat as they are sacrificed before the 'Kesaai- Khaaiti'

After their becoming Vaisnava they do not touch with a purpose of belief any co-Bhakat or though not colleague but simply a Bhakat initiated for fear of enathema If somehow on some weak moment some Bhakat has kept hand on some other Bhakat

Though through mistake or unknowingly ever. That will be regarded as a religious offence For such offence the offender will have to scarifice himself before the Gosaain confessing his offence with five varied from one 'Mahaa' or twenty five paise upto quite Mahaas according to the status of the Bhakat (offender) in the Naamghar and in the society

In case of killing a cow the amount of five will be 'Shon Takaa' i.e one 'Tolaa' of gold or rupees of twenty in the minimum in lieu of gold

When the most valuable religious book the 'Bhaagabata' either the 'Aaidiswara' written by Sri Sri Aniruddha Deva or 'Nityaaniswara' written by Sri Sri Nityananda Deva - valuable as they regard, when carried by some Bhaakat they who is to come across will have to sit on the side way though there may be mud or water to show respect to the Bhaagabata

When a Gosaami comes or visits on some ones residence, the host will have to lay open upon a mat or 'Dharaa' a fresh cloth for him to sit To entertain the Gosaaini with bettle nut & leaf, they will have to offer upon a banna leaf, all afresh

***'Lakkhimi Shabaah'*** : With a hope to have good crops, the Morans annually hold 'Lakhimi Shabaah' during the time of sowing seeding of paddy This 'Shabaah' and the 'Bighini Biyapaa Samaaj' also are performed according to Vaisnavarituals Like the Bighini Biyapaa Samaaj, this Lakhimi Sbabaah is also performed by the men folk in the Namghaar and the women folk separately in an open space convenient to them

History of 'Tipuk Satra' at a glance Before establishment of the Tipuk Mayamora Satra the Morans used to go to Puranimati Mayamora Satra situated near the present Jorhat town Only in the middle of 1st. century Sri Sri Astabhuj Deva, the tenth religious teacher of Mayamora Vaisnava religion deputed his son Sri Sri Krishnabhuj Deva to propagate Mayamora Vaisnava religion among the pro-Mayamora disciples living in the east i e.in the Easternmost part of the present state of Assam Along with Sri Sri Krishnabhuj Deva, as the religious head, Sri Sri Astabhuj Deva

of Puranimati Satra also deputed Sri Sri Sarbanaada Singha, to reign over the tract and Sri Godha Gopinath as the captain cum minister of Sri Sri Sarbananda Singha. Among these three viz. Sri Sri Krishnabhuj Deva established his Vaisñava Satra on the back of Tipuk river situated in the present Rupai Tea Estate in the middle of 1st. century and Sri Sri Sarbananda Singha established his capital at Bengmara, the present Tinsukia. The rampart Bengmara Garh (which has been estimated in course of time) the Napukhuri which is still present and the Tinsukia Pukhuri which is still present in Tinsukia Town are still bearing the proof of these three to fix their camps in the easternmost part of Assam, which of course, by the order of Sri Astabhuj Deva the tenth religious teacher of the Mayamoras. According to traditional chats the Gosaain Sri Sri Astabhuj Deva foreseen that Mayamora Satra would be destroyed and the Gosaain would be put to death by the then king of the Ahom kingdom. In that case the Mayamora Satra and the Mayamora Vaisnava principles would be extended So he the religious teacher of Puranimati Satra, i.e. Sri Sri Astabhuj Deva depended his son Sri Sri Krishnabhuj Deva to rule over the area as religions teacher imitiating and preaching the either to 'Shaakta' Morans according to Vaisnava rituals They accordingly established Mayamora Vaisnava Satra at Tipuk and the Kingdom at Bengmora.

It is worth mentioning here that at that time the strength of Ahom power was decaying day by day and factually there was no administrative machinery active on the area in question. The inhabitants of the area in questions were the Morans only. There was none to have interpersing and to have assimilation in the area. So, though a state of anarchy was ruling over the area, but for homogeneous living of the Morans and their being accustomed to clan-wise ruling the inhabitants of the area were well-controlled. As mentioned ahead the Morans were began to be ruled by the king Sri Sri Sarbananda Singha politically and by Tipuk Satra in the sphere of religions In the meantime all the Moran people were initiated in the Satra and according to Satriya arrangements

every Moran village had one Namghar to have common prayer

*'Satriya' arrangements* : According to Satriya arrangements every village or if the village in comparatively small to run a Namghar, then there must at least be one among two or three villages. But no household is there , which is not enrolled in someone Namghar As such every Namghar again is under the Satra

In the Namghar a Bhakat who has completed already the formalities of Satra is the institutional head Formalities are not material but of spiritual teachings such as at first imitiation the Sharana and then Bhajana in the language of Mahaapurushia Mayamora religion which is concentrated only in spiritual teachings In the Namghar the seats of the Bhakats will identify who s who The seat of the head Bhakat who is called the Barburha' will be on the uppermost part of the Namghar On his right and left, the seats of such Bhakats equally qualified entrusted and empowered by the Gosaain to act as the head Bhakat or the priest but on seniority basis On the right and left of the Namghar beginning from the Barburha there will be the seats of other Bhakats batch wise i e next to the Barburha the seat of equally qualified Bhakats who are not empowered to act as Barburha at any time of need or in emergency Next to them the seats of other such Bhakats who may be all qualified but not empowerd to run a Namghar or any holly or religious function It is worth mentioning here that the Bhakats whose seats are as mentioned above, have every qualification to become a Barburha but for want of order of the Gosaain to act as thus do not act with such a power or with such an institutional finishing It is also worth mentioning here that any of the religious and socio-religious functions such as Bihu, Tilani, Dahaa, Kaaj of the village is completed in a village, under the Bhakat, Barburha All the other socio-religious functions including the marriage ceremonies, the functions of the girls after their attaining puberty , the annual anniversaries which are must for almost all the Moran households excepting a very few who do not perform and all the functions held abroad such as of those

like catching fish, of catching wild elephants and of those prescribed by the Augurs are also accomplished under the priestship of the Barburhas empowered

As mentioped ahead the Satra is the institutional head of the Moran Mayamora Vaisnava religion Every Namghar of the village is affiliated to someone Satra

Upto the beginning of twentieth century there was one Satra at Tipuk, within Rupai Tea Estate (the campus of the Satra is still kept reserved by the Govt map & by the tea estate authority also within the garden area) The Satra itself was established of Sri Sri Krishnabhuj Deva, the tenth religious teacher of Puranimati Satra in the middle of nineteenth century After Sri Sri Krishnabhuj Deva, his son Sri Sri Navabhuj Deva and his son Sri Sri Sankarbhuj Deva and Sri Sri Agnibhuj Deva the younger brother of Sri Sri Sankarbhuj Deva ascended the religious throne of Tipuk Satra after whom of course the Satra was divided into two parts Sri Sri Abjabhuj Deva, the younger brother of Sri Sri Agnibhuj Deva established a separate Satra near 'Dumukhia Beel' adjacent to the present Doomdooma Town while Sri Sri Bhaktabhuj Deva the eight son of Sri Sri Sankarbhuj Deva, shifted the Satra to Hatigarh village situated near present Kakopather From then several separate branches of Tipuk Satra had been opened which would be counted upto 12 at present

As of the village Namghar the position of the Gosaain is identical from his seat On the uppermost line the Barburhas will have their seats and before them and behind the outer of the Bhagabata i e in between the altar and the Barburhas there will be the seat of the Gosaain The Namghar is generally established East-West ward so that the Barburhas may sit on the Eastern end and after them gradually the other Bhakats and the ordinary men folk and ultimately of the women folk on the Western end On the Southern side there will be the seats of the' Acharya' The Mahaabhakat and the other members male & female alike of the Gosaain family on the opposite side i e on the Northern side in between the altar and the Bhakatas there will be the seats of the

Tamulies with Naivedyas including aerials, fruits bettle nuts & leaves etc

Again in between the altar and the seats of the women folk- the open space which is used by the 'Gaayan-Baavan's to sing and dance with religious prayers

In the religions institutions and in the society too, the Gosaain position is on the top, next to him is the Achaarya, who is the crownd Gossain Next to him the Mahaabhakat, who may squeezed the seat of the Gosaain after the Acharya, of course, after acting as Achaarya Practically the Achaarya and the Mahaabhakat have nothing to do in the religions functions but to be witness only, but on some certain 'Tithis' or functions they have to explain the purpose of the function kneeling before the altar, of which the Barburha addressing the Gosaain will bless in response

Among the Barburha there must be one Paaudharaa or Kochaaru Burha belonging to Kochaari family in original, one Ahom Burha, from original Ahom family and one Khaatowal Burha, from an original Muslim family These three Burhas have also their allotted duties, these three Burhaas or the Daaagariaas in other words, at the time of the Gosaain ascending the throne have a sacred duty to perform These three Daangariaas early they would be Gosaain from his Aachararya seat and then put him on the so vacant seat of the Gosaain It must be noted that excepting the above three Daangariaas none are empowered to carry the so long Achaarya to the Gosain's throne or seat

On any Tithi before the Gaayan-Baayans singing & dancing the Paathekey or Pathekies who is or are only entrusted with handing of the Bhaagabata will read the same with their prescribed tune one or two or may be three chapters at the direction of the Barburhas in presence of the Gosaain In the village Namghars too, Tithis are held in the like manner but in absence of the Gosaain i e the Gosaain is not needed to go to the village Namghar for holding any religious functions, while the Barburhas of the concerning villages are empowered to hold the same independent l y

***Initiation:*** At interval of years may be 3-4 or more or less initiation for conversion of the common men particularly, the married ones into regular Bhakats is held. For the purpose the intending menfolk to be initiated gather in the S̃atra Namghar the day before the day fixed for initiation The Gaayan Baayans will sing and dance in the Namghar with their holly songs for the whole night The Gosaain in his guru will sit fasting in his seat in the Mandir (like the other Vaisnava Satras— The Moran Mayamora Vaisnava Satra have no Manikut, attached to the Namghar, but is situated seperately aloof from the Namghar where imitiation is held) for the whole night. On the next day early in the morning the intending disciples bare headed go to nearby river and drown there for three times with 4 Guchies or 80 nos of bettle leaves wrapped catching by both hands on the head and changing the cloth they will go to the Mandir where they will lay flat before the Gosaain. The Paaudhoraa or the Kochaari Burha will go to every of them and take away the bettle leaves and then teach them the initial lessons ( the Vaisnava principles at the instruction of the Gosaain From that day they will be given a separate name which will be after Gods name such as Narayan, Madhava, Raniapati, Lakshmipati etc. Prior to the menfolk the womenfolk are imitiated which is occurred on the previous night. They are of course, not needed to be bare headed nor new names are not given after them, rather they will be said that they will be known after the husband's initiated names. After a week or so a separate Tithi will be held in the Satra which is known as 'Naam Jaanani Tithi' with one night programme after which the initiated names can only be disclosed. This functions of initiation is known as 'Paan-Shodhoa' among the Morans. ┐

*তিনিচুকীয়া জিলাৰ সাহিত্য সভাৰ দ্বাৰা প্ৰকাশ কৰা মোহন শইকীয়াৰ প্ৰবন্ধ সম্ভাৰত প্ৰকাশিত।*

# মায়ামৰা দিনজয় সত্ৰৰ ইতিহাস

**নকুল চন্দ্ৰ চেতিয়া**

শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱৰ চৰিত্ৰ আৰু মায়ামৰা সত্ৰৰ গোঁসাইসকলৰ বংশাৱলীত বৰ্ণিত মতে জনা যায় যে, যদু বংশত জাত শৰবিন্দ ৰজাৰ পুত্ৰ ভগদত্ত আৰু তেওঁৰ পুত্ৰ হৰিবৰ আৰু ৰামবৰে নেপাল দেশত ৰাজত্ব কৰিছিল। তেওঁলোক বৰ্ণত কায়স্থ আছিল। ৰামবৰে তাৰ পৰা আহি সৌমাৰৰ ওপৰত থকা নাৰায়ণপুৰৰ বিষ্ণু বালকুঞ্চিত গোমস্তা হ'লহি। তেওঁৰ তিনিজন পুত্ৰ আছিল। বৃহদ্দলপতি, নদীদলৈ আৰু গংগানৰাগিৰি। গংগানৰাগিৰিৰ পুত্ৰ গোণ্ডাগিৰি। মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱে এই গোণ্ডাগিৰিলৈকে খুড়াকৰ জীয়েক আজলী আইদেউক বিয়া দিয়ে। গোণ্ডাগিৰিৰ ঔৰসত আজলী আইদেউৰ গৰ্ভত পাঁচজন পুত্ৰ হয়। জ্যেষ্ঠ পুত্ৰ মোহন মুৰাৰীয়ে বেঙেনাআটীয়া সত্ৰ স্থাপন কৰে। মধ্যম পুত্ৰ হৰকণ্ঠগিৰিয়ে (জন্ম : ১৪৭৫ শক) সৰুৰে পৰা লিখাপঢ়াত মনোনিবেশ কৰি শাস্ত্ৰ ভাগৱত চৰ্চাত আত্মনিয়োগ কৰিছিল। শাস্ত্ৰ-ভাগৱত অধ্যয়ন কৰি এই সিদ্ধান্তত উপনীত হৈছিল যে সদ্‌গুৰুৰ আশ্ৰয়বিনে ভক্তি মুক্তি সাধনৰ পথ সহজ নহয়। এই বদ্ধমূল সিদ্ধান্তৰ বশৱৰ্ত্তী হৈ ভৱানীপুৰীয়া গোপাল আতাক মনতে সদ্‌গুৰু মানা কৰি নৌকা যোগে কালঝাৰ সত্ৰলৈ ৰাওনা হ'ল। অন্তৰ্যামী গোপালেও হৰকণ্ঠগিৰিৰ যাত্ৰাৰ কথা অন্তৰতে জানি যথাসময়ত তেওঁক পথ দেখুৱাবলৈ আৰু তেওঁ আহিবৰ বাবে নতুনকৈ পথ এটা আওঁতাই থবলৈ নিৰ্দেশ দি নাৰায়ণ ঠাকুৰক নদীৰ ঘাটলৈ পঠাই দিলে। যথাসময়ত হৰকণ্ঠগিৰিৰ নাও আহি ঘাট চপাত নাৰায়ণ ঠাকুৰে স্বাগতম অভিনন্দন জনাই আদৰি আনিলে আৰু তেওঁৰ কাৰণে যুগুত কৰি থোৱা পথেদি যাবলৈ আহ্বান কৰাত হৰকণ্ঠগিৰিয়ে গোপালৰ সংকেত বুজিব পাৰি নতুন পথক সম্মান জনাই পুৰণি পথেদিয়েই যাত্ৰা কৰিলে। যথাসময়ত সত্ৰত উপস্থিত হৈ চ'ৰাতে অনেকক্ষণ অপেক্ষা কৰাতো গোপালৰ দৰ্শন লাভ নোহোৱাত গোপালৰ মনোভাৱ অন্তৰতে অনুভৱ কৰি সংস্কৃতৰ শ্লোক এটাৰ পৰা অসমীয়া ভাঙনি কৰি তাৰে মনতে এটি গীত ৰচনা কৰি সুৰ লগাই

গাবলৈ ধৰিলে। হৰকণ্ঠগিৰিৰ এইটিয়েই প্ৰথম বৰগীত।

**গীত : ৰাগ - বেলোৱাৰ**

গোপাল সোণাৰ প্ৰভু দেহু দৰিশন ।
মহন্তক নেদেখিলে নৰহে জীৱন ।।
খংমধ্যে বলাহকে গৰ্জে যেতিক্ষণ ।
শৈলাগ্ৰে বৰিহা নৃত্য কৰে তেতিক্ষণ ।।
লক্ষ যোজনৰ উৰ্দ্ধে মাৰ্তণ্ড উদয় ।
নীৰত নীৰজ বিকসিত হুয়া ৰয়।।
যেবে অষ্টাঙ্গত সূৰ ভৈল যেতিক্ষণ
পুষ্পৰ গোষ্ঠীৰ মৰি মিলে তেতিক্ষণ
দুই লক্ষ ওপৰত ইন্দু প্ৰকাশয়।
অধত কুমুদ গোষ্ঠী প্ৰফুল্লিত হয়।।
ইন্দুৰ নিৰ্য্যাণে কুমুদৰ প্ৰাণ হৰে।
কাকো কেৱে নেদেখিলে তিলেকতে মৰে।।
নিকট বিদূৰ হোৱে বিদূৰো নিকট ।
সুহৃদ ভাবনা ভৈলে দেখে হৃদয়ত ।।
এতেকে যিজন অতি হোৱে বিচক্ষণ।
বিহীনে সুহৃদ সুখ নধৰে জীৱন ।।
কহে হৰকণ্ঠগিৰি পৰম পামৰ ।
দেখা দিয়া দামোদৰ কৰোহো কাতৰ।।
এহি গীত বৰ্ণাই প্ৰভু কহিলন্ত স্তুতি ।
গোপালৰ নিৰোধিল মন ইন্দ্ৰি বৃত্তি।।
গৃহহন্তে বাজ হৈয়া গোপাল আসিলা।
হৰকণ্ঠগিৰিক সাদৰি বসাইলা।।

গোপালদেৱে হৰকণ্ঠগিৰিৰ আত্ম পৰিচয় লৈ শিষ্যৰূপে গ্ৰহণ কৰি বাসাঘৰ দি ৰাখিলে। শাস্ত্ৰ ভাগৱতত গভীৰ জ্ঞান সম্পন্ন হৰকণ্ঠগিৰিক শিষ্যৰূপে পাই গোপালদেৱৰ অন্তৰত আনন্দৰ সীমা নাই। সস্নেহ, প্ৰেম, অনুৰাগত ভোল গৈ গোপালদেৱে হৰকণ্ঠগিৰিক ষড়সম্প্ৰদা, চাৰিশ্লোক ভাগৱত ত্ৰিতয় সৎসঙ্গ চাৰি ব্যভিচাৰ আদি নিজ শাস্ত্ৰমত সমস্তকে শিক্ষা দিলে। আৰু পিতৃদত্ত হৰকণ্ঠগিৰি নামৰ পৰিৱৰ্ত্তে তত্ত্বমূলক অনিৰুদ্ধ নাম দান কৰিলে ।

এই নামৰ তত্ত্ব, যথা :

অন্যত্র শাস্ত্ৰৰ পথ কৰিয়া নিৰোধ।
ভকতিৰ পথে মাত্র কৰাইবেক বোধ॥
এতেকেসে আন নাম হৈব অনিৰুদ্ধ।
সমস্ত শাস্ত্ৰৰে প্ৰচাৰিব গূঢ়তত্ত্ব ॥
ইটো ধৰ্ম অনিৰুদ্ধ তোমাতে থাপিলো।
মোৰ তেজ শক্তি মানে সৰে সমৰ্পিলো॥ ৮৪

আৰু পুৰ্বাণ পথ লৈ অহাৰ হেতুকে অনিৰুদ্ধক পুৰ্বাণ ভকত আখ্যা দি এইদৰে কৈছিল

পুৰাণ পুৰুষ ভগৱন্ত চৰণত
যিহেতু তোমাৰ ভক্তি আছে অবিৰত॥
এহিহেতু তুমি পুৰাতন ভক্ত ভৈলা।
আউৰ পুৰ্বাণ পথে যিহেতু আসিলা॥
এতেকে পুৰ্বাণ ভক্ত তুমি সাৰেসাৰ।
দশোদিশে যশ গুণ হৈবন্ত প্ৰচাৰ।

এদিন নিভৃতে অনিৰুদ্ধদেৱৰ আগত গোপালদেৱে পৰমাৰ্থ তত্ত্ব কথা ব্যাখ্যা কৰি থাকোতে হিঙ্গুলাৰ যদুমণি আহি উপস্থিত হোৱাত গোপালদেৱে তেওঁক মাতি ক'লে যে, এই ভূঞাৰ পো মহা বিচক্ষণ লোক। এতেকে তুমি এওঁৰ সংগ কৰা। সেইদিন ধৰি যদুমণিদেৱে অনিৰুদ্ধৰ সংগী সুহৃদ হৈ আতা কুটুম্ব হিচাপে স্নেহ প্ৰীতিৰে কাল অতিবাহিত কৰিছিল।

তিনিবছৰৰো অধিক কাল গোপালৰ লগত ধৰ্ম চৰ্চা কৰি নিজ ঘৰলৈ আহিবলৈ মেলানি মগাত গোপালদেৱে প্ৰিয় শিস্যৰ বিচ্ছেদত প্ৰেম গদগদ মাতে এইদৰে কৈছিল :-

তোমাৰ আমাৰ আজি ভৈল পৰিচ্ছেদ।
এতেকেসে আমাৰ মনত মহাখেদ ॥
তুমি সম মহাভক্ত নাহিকে আমাৰ।
এহিহেতু দিওঁ লৈয়া যাইও গুৰু ভাৰ॥
তুমি বিনে নাহি মোৰ একান্ত ভকত।
উপদেশ দাতা দেখো তুমিসে শকত॥
গুৰু আজ্ঞা তুমি মোৰ বাক্য নেৰিবা।

ভকতি বিস্তাৰি লোক সব নিস্তাৰিবা॥
শ্ৰীমন্ত শঙ্কৰদেৱে যিবা শাস্ত্ৰখানি।
আতা মাধবক দিল আচাৰ্য বখানি ॥
মাধব গুৰুৱে দিলা মোক সেহি শাস্ত্ৰ।
তুমি বিনে ই শাস্ত্ৰৰ আছে কোন পাত্ৰ॥
এতেকে তোমাক আমি সেহি শাস্ত্ৰ দিলো।
আজি ধৰি তোক বাপ আচাৰ্য পাতিলো॥

বুলি গোপালদেৱে আনৰুদ্ধক আচাৰ্য বাব দি বিদায় দিলে। অনিৰুদ্ধদেৱে গোপালৰ পৰা বিদায় লৈ নৌকা যোগে গৈ নিজৰ ঘৰ বালিকুঞ্চি পাই নামঘৰ সাজি গোপালে দিয়া শাস্ত্ৰখনি তাতে থাপনা কৰি অশৰণীয়া পিতৃ-মাতৃক গোপালৰ নিৰ্দেশ মতে সেই শাস্ত্ৰতে শৰণ দিয়াই অন্ন ভোজনৰ ব্যৱস্থা কৰিলে। নাম মন্দিৰত চাৰি প্ৰসঙ্গত হৰিগুণ নাম কীৰ্ত্তন কৰাৰ কথা চাৰিওফালে বিয়পি পৰাত অসংখ্য লোকে তেওঁৰাত শৰণ ভিক্ষা মাগিলেহি। সেই সম্বাদ পাই আগতে জালুকবাৰীত ভূঞা ... পাৰ্ত্তি ধৰি কাম কৰা ঢেকী, ... কামত থকা যৱন কুলৰ ঢেলী দাঙ্গৰীয়েও তেওঁৰ ওচৰত পৰি শৰণ ভিক্ষা মাগিলেহি। আশ্ৰিতজনক সমৰ্থবানজনে ত্ৰাণ নকৰিলে নৰকৰ ভাগী হোৱাতো সন্দেহ কৰি ১৫২৩ শক (১৬০১ খৃঃ)ৰ মাঘ মাহত বিষ্ণু বালিকুঞ্চিতে জয়ে জয়ে ধৰ্মপ্ৰকাশ কৰি শৰণ দিয়া কাম আৰম্ভ কৰিলে। অন্যান্য লোকৰ লগতে ঢেলী দাঙ্গৰীকো শৰণ দি ধ্যানপতি নামেৰে অভিহিত কৰি বড়া হিন্দু কুলত স্থান দিলে। আৰু তেওঁৰ ঘৰত পাগৰ খুটি লবাতো নিষেধ কৰি দিলে। পাঁচ বছৰ সেই ঠাইত থাকি সেই ঠাই সত্ৰৰ উপযোগী নেদেখি ১৫২৮ শক (১৬০৬ খৃঃ)ত তাৰ পৰা সত্ৰ উঠাই আনি চাৰি আটিত নাহৰ গছ ৰোৱাই নাহৰ আটি নামে সত্ৰ স্থাপন কৰিলে। নাহৰআটি সত্ৰত অৱস্থান কালতে অনিৰুদ্ধদেৱে এইকেইখনি শাস্ত্ৰ প্ৰণয়ন কৰিছিল।

১। পঞ্চম স্কন্ধ ভাগৱত মূল টিকা ভাঙি পদ ছন্দত লিখে।

২। চতুৰ্থ স্কন্ধ ভাগৱতৰ পঁচিশৰ পৰা একত্ৰিশ অধ্যায়লৈকে ভাঙি পুৰঞ্জন উপাখ্যান পয়াৰ ছন্দত লিখে।

৩। ছয়টা চৌটিশ ভটিমাৰে নৰ্ক্কৰি দুজন বৰগীতৰ গীত শাস্ত্ৰ এখন ৰচনা কৰে।

৪। আঠশ পাঁচটা ঘোষাৰে এখন নিত্য-ব্যৱহাৰ্য ভক্তিমঙ্গল শাস্ত্ৰ পদ ছন্দত লিখে।

৫। মৌমাখিৰ দৰে সকলো শাস্ত্ৰ ভাগৱতৰ সাৰ-তত্ত্ব সংগ্ৰহ কৰি আনি কথা আৰু শ্লোকত এখনি মূল শাস্ত্ৰ প্ৰণয়ন কৰে।

৬।    এই শাস্ত্ৰ অতি গোপনীয়। কেৱল পাৰমাৰ্থিক ভক্তেহে ইয়াৰ প্ৰসঙ্গত যোগদান দিয়ে।

১৫২৯ শক (১৬০৭ খৃঃ)ত দিহিং সত্ৰৰ সংস্থাপক যদুমণি আতাৰে সৈতে নাৱেৰে ঘূৰি ফুৰোঁতে ব্ৰহ্মপুত্ৰ নৈৰ দক্ষিণে যোৰহাটৰ ককিলামুখৰ ভাটিয়ে থকা ঠাই ডোখৰ সত্ৰৰ উপযোগী দেখি খাগৰিৰ খুটি এটা পুতি থৈ আহে। পাছত পুতেক কৃষ্ণদেৱে তাতে খুটিয়াপোতা সত্ৰ পাতে।

সেই যাত্ৰাতে দৈৱযোগে অসমৰ ৰজা চুৰম্ফা বা খোৰা ৰজাৰ লগত সাক্ষাত হোৱাত ৰজাই মহন্তৰ বেশ ধৰি প্ৰৱঞ্চনা কৰি লোকসকলক প্ৰভাৱিত কৰিছে বুলি গঞ্জনা কৰিলে আৰু গোঁসাই গুণা-গুণ পৰীক্ষা কৰিবৰ অভিপ্ৰায়ে কলহ এটা অনাই তাৰ ভিতৰত পাগুৰি এডাল ভৰাই থৈ কাপোৰেৰে মুখ বন্ধ কৰি তাৰ ভিতৰত কি বস্তু আছে গোঁসাইক ক'বলৈ আদেশ কৰিলে। গোঁসাইদেৱে কোনো চিন্তা নকৰাকৈয়ে তাৰ ভিতৰত ফেঁটী সাপ এটা আছে বুলি সমিধান দিলে। গোঁসাইৰ উক্তি অসত্য হোৱা দেখি ৰজাই খঙত তৰ্জন গৰ্জন কৰি মিছা কথা কৈ লোকসকলক ভাণ্ডি ফুৰিছে বুলি কৈ অনেক ভীতি প্ৰদৰ্শন কৰাত গোঁসায়ে অলপো ভয় নকৰি সগৰ্বে কলহৰ মুখ খুলি তেওঁৰ কথা সঁচানে মিছা প্ৰমাণ কৰিবলৈ দাবী কৰিলে। তেতিয়া ৰজাই কলহৰ মুখৰ বস্ত্ৰ গুচাবলৈ আদেশ দিয়াত কলহৰ মুখৰ  কাপোৰ গুচোৱা মাত্ৰকে এটা বিষধৰ ফেঁটীসাপে ফেঁট তুলি কলহৰ পৰা বাজ হ'ল। সেই সৰ্প দেখি ৰজা-প্ৰজা সকলো কম্পমান হ'ল। তেতিয়া ভয় বিহ্বল চিত্তে গোসাঁইক সেই মায়া সৰ্প নিবাৰণ কৰিবলৈ খাটনি ধৰাত ৰজাৰ প্ৰাৰ্থনা মতে গোঁসায়ে মায়াসৰ্প নিৰ্যান কৰি পুনৰ আগৰ দৰে পাগুৰি কৰিলে। মায়া সৰ্প সৃজন কৰি পুনৰ নিবাৰণ কৰা দেখি গোঁসাইক মায়ামৰা নামেৰে অভিহিত কৰিলে। সেই দিনৰ পৰা অনিৰুদ্ধদেৱৰ প্ৰৱৰ্তিত সত্ৰক মায়ামৰা সত্ৰ নামে নামকৰণ কৰি আহিছে।

নাহৰ আটি সত্ৰতে জ্যেষ্ঠপুত্ৰ কৃষ্ণদেৱক ধৰ্মাসন সমৰ্পন কৰি চন্দ্ৰ, বাণ, বেদ, বসু, শকত অৰ্থাৎ ১৫৪৮ শক (১৬২৬ খৃঃ)ৰ পুহৰ শুক্লা দশমীত সোমবাৰে অনিৰুদ্ধদেৱ বৈকুণ্ঠগামী হয়।

কৃষ্ণদেৱে তিনিবছৰ নাহৰআঁতি সত্ৰত থকাৰ পিছত ১৫৫১ শক (১৬২৯ খৃঃ)ৰ ফাগুণত ব্ৰহ্মপুত্ৰৰ দক্ষিণে আগতে কৈ অহা পিতাকে খুটি পুতি থৈ যোৱা ঠাইতে খুটিয়াপোতা নামে সত্ৰ স্থাপন কৰে। সত্ৰৰ জেউতি বঢ়াবৰ অভিপ্ৰায়ে সত্য, ত্ৰেতা, দ্বাপৰ যুগৰ প্ৰকৃত ৰজাসকল পাতালৰ নাগ, প্ৰসিদ্ধ অসুৰ ৰাক্ষস সকল পশু-পক্ষী আদি কৰি সকলোৰে চিত্ৰ খুটা মাৰলী চতি আদিত আঁকি নানা

ৰঙেৰে ৰঞ্জিত কৰি ফুলাম নামঘৰ সজালে। সেই নামঘৰৰ সৌন্দৰ্য্য বঢ়াবৰ মানসেৰে সাধনা যোগে ৰাগ-জাত-তাল-মান-লয়লাসেৰে তাল মৃদঙ্গৰ সংযোগত বৈকুণ্ঠৰ নৃত্য-গীত উচ্চাংগ কীৰ্ত্তন প্ৰৱৰ্তন কৰি শংকৰ-মাধৱৰ কীৰ্ত্তন প্ৰসঙ্গতে এটি আপুৰুগীয়া সংস্কৃতিৰ প্ৰচলন কৰি গ'ল। এই সংস্কৃতি আন সত্ৰত বিৰল।

তেৰাৰ ছ জন পুত্ৰ আছিল। হৰিৰাম, নিত্যানন্দ, জয়ৰাম, মধাই, সদাই আৰু সনাতন। ইমান এটা পৰিয়াল একে ঠাইতে বসবাস কৰি থকাটো সুবিধা নোহোৱা গতিকে সৰু তিনিজনক অৰ্থাৎ মধাই, সদাই আৰু সনাতন, পূৰ্বে সিধি বিধি নামে আদ্য মূৰ্ত্তিৰ সেৱক দুজনে কিছুদিন পাম খাই এৰি থৈ যোৱা ঠাইলৈ গৈ তাতে বসবাস কৰি থাকিবলৈ পঠালে। পাম খাই এৰি থৈ যোৱা ঠাইলৈ গৈ তাতে বসবাস কৰি থাকিবলৈ পঠালে। পাম খাই এৰি থৈ যোৱা গতিকে সেই ঠাই পুৰণি পাম নামে খ্যাত হয়।

চুছেংফা স্বৰ্গদেউৰ ৰাজত্বকালত ৰাজসভাত মায়ামৰা সত্ৰৰ চাৰিজন পাত্ৰ আছিল। তেওঁলোক কৃষ্ণদেৱৰ শৰণীয়া শিস্য আছিল। গুৰুত বাজে আনত মূৰ দোঁৱাই সেৱা কৰাত "এক দেৱ এক সেৱ এক বিনে নাই কেৱ" বোলা মন্ত্ৰত দিক্ষীতজনৰ কাৰণে ধৰ্ম ব্যভিচাৰ ঘটে। সেইকাৰণে তেওঁলোকে ৰজালৈ মূৰ দোঁওৱাৰ চলেৰে চাৰিওৱে চাৰিওলৈ মূৰ দোঁৱাই অভিবাদন কৰে। ৰাজসভাত অন্যান্য সভাসদসকলে ইয়াৰ সম্ভেদ পাই ৰজাক গোচৰ দিয়াত ৰজাই তেওঁলোকক তাৰ কাৰণ সুধিলে। তেতিয়া তেওঁলোকে আসৈ নামাতি ক'লে যে নিজ গুৰুৰ বাজে আনক মূৰ দোঁৱাই সেৱা কৰাতো তেওঁলোকৰ ধৰ্ম বিৰোধী কাম। তেতিয়া ৰজাই প্ৰাণৰ সংকট হ'লে কি কৰিব বুলি সোধাত তেওঁলোকে সগৰ্বে উত্তৰ দিলে প্ৰাণ গ'লেও গুৰুত বাজে আনৰ ওচৰত শিৰ নত কৰা নহয়। তেওঁলোকৰ কথাৰ প্ৰমাণ চাবৰ মনেৰে আলিৰ ওপৰত মূৰ্ত্তি এটা ৰাখি তাৰ তলত তীক্ষ্ণ ধাৰ তৰোৱাল গলাৰ উদ্দেশ্যে প্ৰবন্ধে বন্ধাই ৰাখি সেই পথত তেওঁলোকক তেজী ঘোঁৰা চাৰিটাত উঠি দৌৰাবলৈ আদেশ কৰিলে। সন্মুখত মূৰ্ত্তি দেখি তৰোৱালৰ ওচৰতো মূৰ নত নকৰি যোৱাত এজন এজনকৈ আগৰ দুজনৰ শিৰ ওফৰি পৰাত ৰজাই পাছৰ দুজনক লৰালৰি কৰি ধৰাই ৰাখিলে।

আন দুজনক ৰজাই ৰাখিলে ধৰাহ।
দেখি বুদ্ধি স্বৰ্গনাৰায়ণ মহাৰাই ॥
গুণিবে লাগিলা ৰাজা শোক কৰি অতি ।
একনিষ্ঠ লোক মাৰি ভৈলো ভক্ত ঘাতী ॥

এহি দোষে মোৰ পাপ হৈবেক নিশ্চয়।
ভকতৰ শাপ জানো মিলয় প্ৰলয় ॥

ৰজাই তেওঁলোকক এক মতত মতীয়ান দেখি মতেক আখ্যা দিলে। বৰ্ত্তমান প্ৰচলিত মটক শব্দটো তাৰে অপ্ৰভংশ বুলি ক'লে অত্যুক্তি নহয়।

জ্যেষ্ঠ পুত্ৰ হৰিৰামদেৱক ধৰ্মভাৰ অৰ্পণ কৰি চন্দ্ৰবান, ৰসৰাম শকত অৰ্থাৎ ১৫৬৩ শক (১৬৪১ খৃঃ)ৰ মাঘৰ শুক্লা দশমীত কৃষ্ণদেৱ বৈকুণ্ঠগামী হয়।

হৰিৰামদেৱে ধৰ্মাসনত বহি কংস বধ আৰু অজামিল উপাখ্যান নামে দুখন অংকীয়া নাট ৰচনা কৰে। আৰু আঠকুৰি আঠজন বৰগীতৰ এখন গীত শাস্ত্ৰ ৰচনা কৰে। তিনিবছৰ ধৰ্ম প্ৰবৰ্ত্তাই ভাতৃ নিত্যানন্দদেৱক ধৰ্মভাৰ অৰ্পণ্ণ কৰি ১৫৬৬ শক (১৬৪৪ খৃঃ)ৰ মাঘৰ কৃষ্ণা তৃতীয়াত বৈকুণ্ঠী হয়।

নিত্যানন্দদেৱে ধৰ্মাসনত বহি ছয় বছৰৰ ভিতৰত ছয়খনি শাস্ত্ৰ প্ৰণয়ন কৰে।

১। চতুৰ্থ স্কন্ধ ভাগৱতৰ দুই অধ্যায়ৰ পৰা ছয় অধ্যায়লৈকে সতীচৰিত পদ বন্ধে লিখে।

২। ন শ বাষষ্ঠি ঘোষাৰে এখন ভক্তিমঙ্গল শাস্ত্ৰ ৰচনা কৰে।

৩। মৎস্য চৰিত পদবন্ধে লিখে।

৪। অষ্টম স্কন্ধৰ শেষাধ্যায় আৰু দশম স্কন্ধৰ মূল টীকা ভাঙি পদা ছন্দত লিখে।

৫। মাৰীছ বধ অংকীয়া নাট ৰচনা কৰে।

৬। দুটা টোটয় আৰু ভটীমাৰে আঁঠকুৰি বৰগীতৰ এখনি শাস্ত্ৰ ৰচনা কৰে।

চুৰম্‌ফা বা ভগা ৰজাৰ ৰাজত্বকালত বেজদলৈ নামে ভূঞা টোলৰ ডেকা এজনে ৰজাৰ ঘৰত ভৰালী বৰুৱাৰ চাকৰি কৰিছিল। তেওঁ নিত্যানন্দদেৱৰ কন্যা এটি বিয়া কৰাবলৈ ইচ্ছা কৰি খুজিছিল। গোঁসায়ে ৰজাৰ ঘৰত চাকৰি কৰা ল'ৰালৈ ছোৱালী নিদিওঁ বুলি সমিধান দিলে। সেই কথাতে বিষম পাই তেওঁৰ গোঁসাইৰ বিৰুদ্ধে ৰাজদ্ৰোহমূলক নানা কথা ৰজাক লগালে। সেইসময়ত মায়ামৰা সত্ৰ ধনে জনে প্ৰবল আছিল (এই কথা ড০ নেওগদেৱেও স্বীকাৰ কৰিছে)। বেজদলৈৰ চল-চক্ৰান্তত গোঁসায়ে ৰাজদ্ৰোহত অভিযুক্ত চাউদাংৰ হাতত দিখৌ নৈৰ কুঁজিবালি ঘাটত চন্দ্ৰবান, অশ্ব পখা শকত অৰ্থাৎ ১৫৭২ শক (১৬৫০ খৃঃ)ৰ জেঠৰ কৃষ্ণা ত্ৰয়োদশীৰ দিনা মহাপ্ৰয়াণ ঘটে।

ৰাজ নিগ্ৰহত গোঁসাইৰ জীৱনান্ত ঘটাত ১৫৭২ শক (১৬৫০খৃঃ)ৰ পৰা ১৫৭৬ শক (১৬৫৪ খৃঃ)লৈ ধৰ্মাসন শূণ্য আছিল। চাৰি বছৰৰ পিছত জয়ৰামদেৱে ১৫৭৬ শক (১৬৫৪ খৃঃ)ত ধৰ্মাসনত বহে।

সেইসময়ত জয়ধ্বজ সিংহ স্বৰ্গদেৱে শৰণ লবলৈ বুলি মায়ামৰা সত্ৰলৈ কটকী পঠালে। শঙ্কৰ গুৰুৰ প্ৰৱৰ্ত্তিত ধৰ্মমত ৰজোগুণীয়া ৰজাৰ গুৰু নোহোৱাতো ভাবি জয়ৰামদেৱে ৰজাক শৰণ দিয়াটো সেই ধৰ্মমতৰ বিৰুদ্ধ ভাবি নিজে শৰণ দিয়াবলৈ মান্তি নহৈ কুৰুৱাবাহী সত্ৰ ৰজোগুণত অৱস্থিত গতিকে কুৰুৱাবাহী সত্ৰলৈ কটকী পঠাবলৈ ৰজালৈ কৈ পঠালে। আশা ভঙ্গে ৰজাই খং কৰি গোঁসাইক ধৰি আনিবলৈ মানুহ পঠালে। সেই খবৰ পাই গোঁসাই পলাল। কিন্তু ৰজাৰ মানুহে গোঁসাইক নেপাই ভকতসকলকে ধৰি নি ৰজাৰ ওচৰত ভেটোৱাত ৰজাই সাত সৈয়া বনত অনাহাৰে বন্দী কৰি ৰাখিছিল। তাৰ পাছত কুৰুৱাবাহী সত্ৰলৈ কটকী পঠোৱাত আগতে ৰজাই কৰি থোৱা অত্যাচাৰৰ কথা সুঁৱৰি সত্ৰাধিকাৰে নিজে নগৈ ভাগীনিয়েক নিৰঞ্জন পাঠকক পঠাই দিলে। ৰজাই তেওঁত শৰণ লৈ আউনী পানৰ আটি কাটি সত্ৰ পাতি দিলে। সেই গতিকে সেই সত্ৰ আউনীআটি সত্ৰ নামে খ্যাত হয়। পিছত জয়ৰামদেৱে আউনীআটি গোঁসাইৰ সহায়ত বন্দী হৈ থকা ভকতসকলক উদ্ধাৰ কৰে। ১৭০৫ শক (১৬৮৩ খৃঃ)ৰ আঘোনৰ শুক্লা প্ৰতিপদত পুতেক যদুনন্দনক ধৰ্মভাৰ অৰ্পণ কৰি বৈকুণ্ঠগামী হয়।

আগতে কৈ অহা পুৰণি পামত থকা কৃষ্ণদেৱৰ পুত্ৰ মধাই আৰু সদায়ে জয়ৰামদেৱৰ মাহেকীয়া তিথিলৈ বুলি আহিছিল। তেওঁলোক সত্ৰৰ ওচৰ পাওঁতেই ডবা-শংখ-ঘণ্টা আদি বাদ্য বজাই নাম উচ্চাৰণ কৰা শুনি তেওঁলোকলৈ অপেক্ষা নকৰি যদুনন্দন দেৱক ধৰ্মাসনত বহুৱাৰ সম্বাদ পাই ৰোষ কৰি সত্ৰলৈ নগৈ ঘৰলৈ উলটি গ'লগৈ। এই আপাহতে মধায়ে মধুৰমূৰ্ত্তি নাম লৈ ধৰ্মাসনত পুৰণিমাটি সত্ৰ প্ৰতিষ্ঠা কৰে। এইখনেই মায়ামৰা সত্ৰৰ প্ৰথম শাখা সত্ৰ। ১৬১০ শক (১৬৮৮ খৃঃ)ৰ শাওনৰ শুক্লা ত্ৰয়োদশীত যদুনন্দনদেৱে ইহলীলা সম্বৰণ কৰাত তেওঁৰ পুত্ৰ বৈকুণ্ঠনাথে ধৰ্মাসন গ্ৰহণ কৰে।

সেই সময়ত অসম ৰাজপাটত গদাধৰ সিংহই আৰোহণ কৰে। তেওঁ ৰাজপাটত উঠিয়েই দেখিলে যে সন্ত-মহন্তসকলে ধৰ্মৰ নামত লোকসকলক পৃথকাই লণ্ডভণ্ড কৰিছে, তদুপৰি আলি পুখুৰীৰ কামত লোক সংখ্যা দিনক দিনে কমি আহিছে। সেইবোৰ লক্ষ্য কৰিয়ে ৰজাই মহন্তসকলৰ কাৰ্য্য হাতত লৈ শঙ্কৰ মাধৱৰ স্থাপিত সত্ৰসমূহৰ মহন্তসকলক নি চেউনিবচা আলিত নানা কামত লগালেগৈ, অন্যান্য সত্ৰৰ মহন্তসকলক ৰজদূতে ধৰি নি ৰাজ আজ্ঞাত নামৰূপত হত্যা কৰিলেগৈ। এই নিগ্ৰহত মায়ামৰা সত্ৰৰ বৈকুণ্ঠ নাথ আৰু যদুনন্দন আৰু পুৰণিমাটি সত্ৰৰ মধাই আৰু সদাই পৰিল, চতুৰ্ভূজদেৱক কঁহাৰ পৰীয়া ভকতসকলে গুপুত কৰি ৰাখিলে।

ধ্যানপতি সত্ৰতে থাকিলে। কঁহাৰ পাৰাত চতুৰ্থ পুথিখন আছে যাক দৰকাৰ হয় বিচাৰি ল'ব বুলি যদুনন্দনদেৱে সঙ্কেততে চতুৰ্ভূজদেৱক সম্প্ৰদা স্বৰূপে ধৰ্মভাৰ অৰ্পণ কৰি থৈ যায়। ১৬১৩ শক (১৬৯১ খৃঃ)ত ভাদৰ পূৰ্ণিমাত ৰাজনিগ্ৰহত বৈকুণ্ঠনাথৰ তিৰোভাৱ ঘটে।

তাৰ পিছত ১৬১৩ শক (১৬৯১ খৃঃ)ৰ পৰা ১৬১৮ শক(১৬৯৬ খৃঃ)লৈ ধৰ্মাসন শূন্য থাকে।

১৬১৭ শক (১৬৯৫ খৃঃ)ত গদাধৰ সিংহ পৰলোক হোৱাত তেওঁৰ পুত্ৰ ৰুদ্ৰ সিংহ ৰাজপাটত উঠে। তেওঁ ৰাজপাটত উঠিয়েই পিতাকৰ স্বপ্নাদেশ পাই আগতে নিগ্ৰহ কৰা সত্ৰসমূহক পুনৰ সংস্থাপিত কৰাত আত্মনিয়োগ কৰিলে। মায়ামৰা সত্ৰত ধ্যানপতিক ভেঁট পাই তেওঁকে ধৰ্মাসন দি যায়। ৰজাৰ আজ্ঞাত ৰজা হ'ব পাৰে কিন্তু গুৰুৰ বাক্যতহে গুৰু হ'ব পাৰে। সেই গতিকে ধ্যানপতিদেৱে যদিও ৰাজআজ্ঞা লঙ্ঘন নকৰি ধৰ্মভাৰ গ্ৰহণ কৰিলে কিন্তু ধৰ্ম সম্বন্ধীয় কোনো কামতে হস্তক্ষেপ কৰা নাছিল। কিয়নো গুৰুবাক্য চতুৰ্ভূজদেৱক দিয়া কথাটো বিদিত আছিল। এই কথা ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ কৰ্ণগোচৰ হোৱাত চতুৰ্ভূজৰ নামত পুনৰ কঠ-ঢাৰি পঠাই সমৰ্থন জনোৱাতহে চতুৰ্ভূজদেৱে ধৰ্মাসন গ্ৰহণ কৰে।

ৰুদ্ৰসিংহ পৰলোক হোৱাত তেওঁৰ বৰপুত্ৰ শিৱসিংহ আহোম ৰাজপাটত উঠে। তেওঁ ৰাজপাটত উঠিয়ে পিতাকে বঙ্গাল মুলুকৰ পৰা আমদানি কৰি অনা কৃষ্ণৰাম ন্যায়বাগীশতে শৰণ লৈ শাক্ত ধৰ্মত দীক্ষিত হ'ল আৰু আহোমৰ জাতীয় পূজা চোমদেউ পূজা ৰাজকাৰেঙৰ পৰা দূৰীভূত কৰি তাৰ ঠাইত গোঁসানী পূজাৰ ব্যৱস্থা কৰিলে। অন্যহাতেদি চিনাতলীৰ নটৰ জীয়ৰী ফুলমতীৰ নাচ গানত মুগ্ধ হৈ কাৰেঙত ৰাখি, পিছত ডা-ডাঙৰীয়াৰ সন্মতি নোহোৱা স্বত্বেও আহোমৰ বিধি মতে বিবাহ কৰি ফুলেশ্বৰী নাম দি ৰাজৰাণী পাতিলে। ৰাণী ফুলেশ্বৰীয়েও ৰজাৰ পথকে অনুসৰণ কৰি সেই ন্যায়বাগীশতে শৰণ লৈ শাক্ত ধৰ্মত দীক্ষিতা হৈ ন্যায়বাগীশৰ একান্ত অনুৰক্তা হৈ পৰিল। এইখিনিতে শাক্তপক্ষীয় কু-চক্ৰী দলে সুবিধা পাই তেওঁলোকৰ পথ আৰু সুগম কৰিবৰ অভিপ্ৰায়ে গণকৰ কপট গণনাৰ দোহাই দি বাৰ বছৰ ৰজাৰ 'ছত্ৰভঙ্গ যুগ' পৰিছে বুলি ঘোষণা কৰিলে, আৰু তাৰ পৰা অব্যাহতি পোৱাৰ একমাত্ৰ পথ "ৰাণীক বৰৰজা হিচাবে সিংহাসনত অধিষ্ঠিত কৰি 'ৰাজ ছত্ৰ দণ্ড' ৰাণীৰ হাতত সমৰ্পণ কৰা।" ন্যায়বাগীশৰ নিৰ্দেশমতেই সকলো কাম বিনা প্ৰতিবাদে সম্পন্ন হৈ গ'ল। তাৰ পাছৰ পৰাই গোঁসানী নমনা মহন্তসকলৰ ওপৰত নিৰ্য্যাতন আৰম্ভ হ'ল। দুৰ্গা পূজাৰ সময়ত গোঁসানী নমনা মহাপুৰুষীয়া মহন্তসকলক

পূজালৈ নিমন্ত্ৰণ কৰি আনি বলিকটা ছাগলীৰ তেজেৰে কপালত ফোঁট দিয়ালে আৰু গোঁসানী পূজাৰ প্ৰসাদ বলেৰে খুৱালে। এই ঘটনাই ৰাজশক্তিৰ প্ৰতি মহাপুৰুষীয়া গুৰু শিষ্য সকলোৰে অন্তৰত বিদ্ৰোহ ভাব জাগৰিত কৰাটো তেনেই স্বাভাৱিক কথা।

তাৰ পিছত আকৌ ফুলেশ্বৰী ৰাণীয়ে মহন্তসকলক মতাই আনি তেওঁৰ গৰ্ভত থকা সন্তান মতা নে মাইকী হ'ব তাক নিৰ্ণয় কৰিবলৈ কোৱাত মহন্তসকলে যাৰ যি মন যায় তাকে ক'লে, চতুৰ্ভূজদেৱে একো নামাতি মৌন হৈ থাকিল। চতুৰ্ভূজদেৱে একো নমতা দেখি ৰাণীয়ে গোঁসাইক ক'বলৈ জোৰ কৰাত, মহন্ত হৈ দৈৱজ্ঞৰ কৰ্ম কৰিবলগীয়া হোৱাত আচান্তমতে ক'লে, "মতাও নহয় মাইকীও নহয়, কোমোৰাৰ নিচিনা লেপথেপ এটা বস্তু বাজ হ'ব। আৰু সেই কাৰণ লৈয়ে ৰাণীৰ দেহান্তৰ ঘটিব।" গোঁসাইৰ এইখিনি কথা শাপ হেন ভাবি ক্ৰোধ কৰি ৰাণীয়ে গোঁসাইক নামদাঙৰ আলিত হত্যা কৰিবলৈ আদেশ দিলে। ৰাণীৰ আজ্ঞাত চাওদাঙে গোঁসাইক কাটিবলৈ লৈ যাওঁতে ন্যায়বাগীশৰ আলধৰাই দেখি ন্যায়বাগীশত জান দিয়াত তেওঁ ৰজাক কৈ গোঁসাইক মুক্তি দিয়ালে। ইয়াৰ কিছুদিনৰ পাছত অষ্টভূজদেৱক ধৰ্মভাৰ অৰ্পণ কৰি ১৬৭০ শক (১৭৪৮ খৃঃ)ৰ বহাগৰ শুক্লা সপ্তমী তিথিত চতুৰ্ভূজদেৱ বৈকুণ্ঠগামী হয়।

অষ্টভূজদেৱ ধৰ্মাসনত বহিয়ে শ্ৰৱণ-কীৰ্ত্তন আদি ন-বিধ ভক্তি বিস্তাৰিতভাৱে প্ৰচাৰ কৰি নামকীৰ্ত্তনত অধিক প্ৰাধান্য দিয়াত তেৰাৰ যশ-গুণ নদীৰূপে চাৰিওফালে বিয়পি পৰাত শদিয়াৰ পৰা মানাহা পৰ্যন্ত লোকসকল আহি তেৰাৰ শৰণ-ভজন লৈছিলহি। উজনিৰ মৰাণ ৰাজ্যত সেইসময়লৈকে শঙ্কৰদেৱৰ প্ৰবৰ্ত্তিত বৈষ্ণৱ ধৰ্মই ঢুকি পোৱা নাছিল। কিন্তু অষ্টভূজ গোঁসাইৰ যশ-গুণ চাৰিওফালে বিয়পি পৰাত উজনিৰ ৰাঘৱ মৰাণ, নাহৰখোৰা মৰাণকে প্ৰমুখ্য কৰি ডাইনী গঞা, আহোম গঞা আৰু খাটোৱলীয়া আদি অনেক লোকে আহি 'অষ্টভূজদেৱত' শৰণ-ভজন ললেহি। বছৰ মূৰত তেওঁলোকে গুৰুক ন-শাক, ন-পাত শোধাবলৈ আহি গোঁসাইক উজনি অঞ্চললৈ যাবলৈ প্ৰাৰ্থনা জনোৱাত, বাট-পথ সুগম নেদেখি গোঁসায়ে যাবলৈ অমান্তি হৈ কাচিনলীয়া ভৱানন্দকে গুণে শ্ৰেষ্ঠ হোৱা দেখি "চাউল কঠা" দিবলৈ বাক্য দি এইবুলি কৈছিল :-

এই যে কাচিনলীয়া গুণে শ্ৰেষ্ঠ হয় ।
আহাঙ্কে চাউকঠা দিবা সমস্তয়॥
এন্তে তিনিজন জীৱ কৰিবাক পাৰ।
আছয় শকাতি জানা কহিলোহো সাৰ॥

আৰু উজনি অঞ্চললৈ যাতায়াতৰ অসুবিধা হোৱা গতিকে ভজনৰ কৰ্মখিনিও তাতে সম্পন্ন কৰিবৰ বাবে, কছাৰী গঞা, মুদৈ গঞা, আহোম গঞা আৰু খাটোৱালী এই চাৰি বুঢ়াকে ভাৰ দি পঠায়।

তাৰ কিছু দিনৰ পাছতে সেই চাৰি বুঢ়াই গাঁহে ডাইনী গঞা কাঁচিনলীয়া ভৱানন্দকে উজনিৰ টিফুক নদীৰ পাৰত টিফুক সত্ৰ পাতি "কৃষ্ণভূজ" নাম দি ধৰ্মাসনত বহুৱালে। সেই দিনৰে পৰা মায়ামৰা টিফুকসত্ৰ নামে মায়ামৰা দ্বিতীয় শাখা সত্ৰ স্থাপিত হ'ল।

অষ্টভূজদেৱে নিজৰ কীৰ্ত্তি চিন যাউতিযুগীয়া কৰি ৰাখি যাবৰ অভিপ্ৰায়ে শদিয়াৰ পৰা মানাহ্ পৰ্যন্ত বিস্তৃত হৈ থকা শিষ্যসকলক নিমন্ত্ৰণ কৰি আনি মালৌপথাৰৰ কোৰোকানিৰ উত্তৰত চৌবিশ হাত পানী থকা ঠাইত যাঠি হাত ওখ, বিশ নল দীঘল আৰু দহ্ নল পথালিয়ে প্ৰকাণ্ড ভেটি এটা নিৰ্মাণ কৰালে ১৬৯০ শক (১৭৬৮ খৃঃ)ত। সেই সময়ত মায়ামৰা সত্ৰত আঠ লাখৰো ওপৰ শিষ্য আছিল। বাকী অন্যান্য সত্ৰত মাত্ৰ বাৰলাখ মান শিষ্য আছিল। আঠলাখ শিষ্য সমবেত হৈ মুখে হৰিনাম উচ্চাৰণ কৰি মাটি দিওঁতে সেই দৃশ্য চাবলৈ কেনেকুৱা হৈছিল সেইটো অনুভৱ কৰা কঠিন। কীৰ্ত্তন ভেটিৰ দক্ষিণত সৰুভেটি নামে আন এটা ত্ৰিশ হাত ওখ ভেটি ভকতসকলে নিজে বান্ধিছিল। পূৰ্বতে কৃষ্ণ হৰিনামে খুটিয়া পোতা সত্ৰত সজা ফুলাম নামঘৰৰ ভেটি ব্ৰহ্মপুত্ৰ নৈয়ে খান্দিবলৈ ধৰাত, তাৰ সঁজুলিবোৰ ভাঙি আনি আন আন ঠাইত যুগুত কৰি ৰখা হৈছিল। অষ্টভূজদেৱে সেইবোৰকে আনি নতুনকৈ বন্ধোৱা কীৰ্ত্তন ভেটিত নামঘৰ সজাই, সাতদিন আহোৰাত্ৰ নাম কীৰ্ত্তন কৰি অন্তত, কংস বধ ভাওনাৰ উৎসৱ সামৰণি মাৰি খুটিয়া পোতা সত্ৰলৈ ঘূৰি আহে।

কোনো কোনোৱে এই ভেটি বন্ধোৱা কাৰ্য্য বিদ্ৰোহৰ সূচনাত শক্তি পৰীক্ষাৰ আঁচনি বুলি মন্তব্য কৰে। কিন্তু প্ৰকৃত পক্ষে অষ্টভূজদেৱৰ তেনে উদ্দেশ্য নাছিল। যেহেতুকে তেওঁ বিদ্ৰোহত লিপ্ত থকা নাছিল আৰু পৰাপক্ষত তাৰ বিৰুদ্ধাচৰণহে কৰা দেখা গৈছিল। কিয়নো লক্ষ্মী সিংহ স্বৰ্গদেউ আৰু বৰুতলিয়াৰ কীৰ্ত্তি চন্দ্ৰ বৰবৰুৱা যেতিয়া মোহনমালাৰ নেতৃত্বত হোৱা ৰণত হাৰি খুটিয়া পোতা সত্ৰত আশ্ৰয় লৈছিলগৈ তেতিয়া অষ্টভূজ গোঁসায়ে মহামিত্ৰ ভাবি সাদৰেৰে আৰু সসন্মানেৰে ৰজা আৰু মন্ত্ৰীক আশ্ৰয় দি ৰাখিছিল। ৰাঘৱ মৰাণে তেওঁলোকক বলপূৰ্বক গোঁসাইৰ ওচৰৰ পৰা নিয়াত, পাশৱিক শক্তিৰ ওচৰত হাৰ মানি আশ্ৰিতজনক ৰক্ষা কৰিব নোৱাৰি গোঁসাইৰ অন্তৰত যি দাৰুণ আঘাত লাগিছিল তাৰ প্ৰতিধ্বনি স্বৰূপে "যা কৰ্তা অচিৰে ধ্বংস হবি, বিহুতে তোৰ বিহু হ'ব" বোলা

বাক্যই ৰাঘৱৰ কাল হ'ল। প্ৰকৃতপক্ষে গোঁসাইৰ এই বাক্য ৰাঘৱ বধৰ সঙ্কেত বাণী বুলিহে ক'ব পাৰি।

তদুপৰি ৰজাৰ সৈন্যই যেতিয়া খুটিয়াপোতা সত্ৰ বেৰি ধৰিছিল, তেতিয়া সপ্তভূজ বা গাগিনী ডেকাই যুদ্ধ কৰিবলৈ অনুমতি বিচৰাত তেৰাই কৈছিল -

ৰজাৰ আদেশে ধনেশ্বৰ দ্বিজ গৈয়া।
ধৰিলন্ত খুটিয়া পোতা সত্ৰক বেৰিয়া।।
হেন দেখি সপ্তভূজ দেৱ মহামতি
গোঁসাইৰ পাৱে পৰি কৰিলন্ত স্তুতি।।
আদেশক মোক নাথ কৰো প্ৰতিকাৰ।
হাজাৰেক মাত্ৰ সৈন্য হোৱে তাসম্বাৰ।।
হেন দেখি প্ৰভু পাছে কৰিয়া নিবাৰ।
অস্ত্ৰ ধৰিবাৰ কাৰ্য্য নাহিকে আমাৰ।।
ইটো ধৰ্মগুণত যাহাৰ আছে ৰতি।
জেওৰা খৰি ভাঙ্গিবাৰ নকৰিবা মতি।।
এবে অস্ত্ৰ গাগিনী কৰিও পৰিহাৰ।
ভক্তৰ বিধান নাহি অস্ত্ৰ ধৰিবাৰ।।

ডক্টৰ মহেশ্বৰ নেওগদেৱে শ্ৰীশ্ৰীশঙ্কৰদেৱত লিখিছে - "এই ছেগতে উজনিয়াল মায়ামৰীয়াসকল বিদ্ৰোহৰ অভিপ্ৰায়ে দলবদ্ধ হ'ল। বুঢ়া গোঁসায়ে (অষ্টভূজদেৱে) কিন্তু ক'লে "ৰজা হ'বলৈ মন নেমেলি ইন্দ্ৰ বংশীয় তুঙ্গখুঙ্গীয়া নীতিস্থ এজন লৈ এই কাম কৰিবি।" উপৰোক্ত কথাখিনিতে অষ্টভূজদেৱৰ মনোভাৱ বঢ়িয়াকৈ বুজা যায়।

ৰজাৰ সৈন্যই খুটিয়া পোতা সত্ৰ ধ্বংস কৰি সপ্তভূজ ডেকাৰ লগতে ছয়অঁৰা বা চৌবিশজন খুটিয়াপোতা সত্ৰত থকা ডেকা আৰু তাৰ লগতে মাজুলীৰ বা ভগা চাপৰিত থকা ৪৮ জন ডেকাক ধৰি আনি হত্যা কৰিলে। অষ্টভূজ গোঁসাই ১৬৯২ শক (১৭৭০ খৃঃ)ৰ বহাগৰ কৃষ্ণা পঞ্চমী দিনা লোক চক্ষুত অদৃশ্য হ'ল।

অনিৰুদ্ধদেৱৰ পঞ্চম পুত্ৰ সৰ্ব্বানন্দদেৱৰ বংশধৰ পীতাম্বৰদেৱে কিবা সূত্ৰে পলাই গৈ ডফলা পৰ্বতত লুকাই আছিলগৈ। অষ্টভূজদেৱে ভৱিষ্যতৰ কথা মনতে জানি পীতাম্বৰদেৱক ভাবী উত্তৰাধিকাৰী ভাবি ধৰ্ম্মাসনৰ কাৰণে আশীৰ্বাদ নিৰ্ম্মালি দি ৰাখিছিল। সম্ভৱ তেৰাৰ কৃপাতে পীতাম্বৰদেৱে ডফলা পৰ্বতত আশ্ৰয় পাইছিল হ'ব পাৰে।

১৬৯২ শক (১৭৭০ খৃঃ) ৰ পৰা ১৭০৬ শক (১৭৮৪ খৃঃ)লৈকে চৌধ্ধ বছৰ মায়ামৰা খুটিয়া পোতা সত্ৰ শূণ্য আছিল। গৌৰীনাথ সিংহৰ দিনতহে ১৭০৬ শক (১৭৮৪ খৃঃ)ৰ ফাগুণত পীতাম্বৰ গোঁসাইক ডফলা পৰ্বতৰ পৰা বিচাৰি আনি আগৰ খুটিয়াপোতা সত্ৰ ভঙ্গা সত্ৰ বুলি তাৰ কিছু উজনিত নতুন সত্ৰ পাতি ধৰ্মাসনত অধিষ্ঠিত কৰা হয়। তেওঁৰ চাৰিজন পুত্ৰ আছিল - ভজনানন্দ, ভক্তানন্দ, ভবানন্দ আৰু জয়ানন্দ। ২১ বছৰ ধৰ্মাসনত অধিষ্ঠিত থাকি জ্যেষ্ঠ পুত্ৰ ভজনানন্দক ধৰ্মভাৰ অৰ্পণ কৰি ১৭২৭ শক(১৮০৫ খৃঃ)ৰ আহাৰৰ কৃষ্ণা - ত্ৰয়োদশী তিথিত নশ্বৰদেহ সামৰে। ভজনানন্দদেৱে ধৰ্মাসনত অধিষ্ঠিত থকা কালতে ১৭২৮ শক (১৮০৬ খৃঃ)ত অনিৰুদ্ধদেৱৰ পঞ্চম পুত্ৰ সৰ্বানন্দদেৱৰ বংশধৰ হৰিময়দেৱে পাঁচশ ভকত লৈ মায়ামৰা গড়পৰা সত্ৰ স্থাপন কৰি ধৰ্মাসনত বহে। এইখন মায়ামৰা সত্ৰৰ তৃতীয় শাখা সত্ৰ।

ভক্তানন্দদেৱৰ দিনতে উজনিৰ ব্ৰহ্মদেশৰ পৰা মানে আহি দেশ আক্ৰমণ কৰাত মানৰ ভয়ত সেই ঠাই এৰি মাজুলীৰ গড়মূৰ সত্ৰৰ ওচৰত সত্ৰ পাতি আছিলগৈ। ইংৰাজ আহি মানক খেদি পুৰন্দৰ সিংহক ৰাজ্য দিয়াত মাজুলীৰ পৰা ঘূৰি আহি ৰৰভেটিত সত্ৰ পাতি আছিলগৈ। সেই সময়ত মাজুলীৰ সৰ্বানন্দ ৰজাৰ পুত্ৰ মাটিবৰ বৰ সেনাপতিয়ে আহি গোঁসাইৰ চৰণত প্ৰাৰ্থনা জনোৱাত তেওঁৰ প্ৰাৰ্থনা মতেই ৰৰভেটিৰ পৰা সত্ৰ উঠাই নি নাৱেৰে উজাই আহি ডিব্ৰু নদীৰ তীৰত উঠি ৰঙাগড়া বোলা ঠাইত ১৭৫৫ শক (১৮৩৩ খৃঃ)ত সত্ৰ পাতি চাৰিবছৰ আছিল। তাৰ পিছত সেই ঠাইডোখৰ সত্ৰৰ উপযোগী নেদেখি সুবিধা ঠাই চাবলৈ ভকতসকলক পঠোৱাত, তাৰ পিছু পশ্চিমত থকা দিনজান বোলা সৰু জানৰ কাষত থকা ঠাইডোখৰকে পছন্দ কৰি মাটিবৰ বৰ সেনাপতিক জনোৱাত তেওঁ তাতে সত্ৰৰ উপযোগী ঘৰ দুৱাৰ প্ৰস্তুত কৰাই দিলে।

১৭৫৯ শক (১৮৩৭ খৃঃ)ত শুভক্ষণ চাই মহাসমাৰোহেৰে সত্ৰৰ দুৱাৰ মুকলি কৰা হ'ল। দিনজানৰ পাৰত অৱস্থিত থকা কাৰণে এই সত্ৰ মায়ামৰা দিনজয় সত্ৰ নামকৰণ কৰা হ'ল।

ভক্তানন্দদেৱ অপুত্ৰক আছিল। তেওঁৰ ভাতৃ ভবানন্দৰ তিনিজন পুত্ৰ আছিল। স্বৰূপানন্দ, চিদানন্দ আৰু চন্দ্ৰকান্ত। মৃত্যুৰ সময়ত ভায়েক ভবানন্দ আৰু জয়ানন্দদেৱ পুৰণা সত্ৰ খুটিয়াপোতালৈ যোৱাত তেওঁলোকক নেপাই ভতিজায়েক স্বৰূপানন্দকে ধৰ্মভাৰ গতাই চন্দ্ৰ সমুদ্ৰ ৰসপক্ষ শকত অৰ্থাৎ ১৭৬২ শক (১৮৪০ খৃঃ)ৰ বহাগৰ কৃষ্ণা তৃতীয়াত ভক্তানন্দদেৱে বৈকুণ্ঠী হয়।

নিজ পিতৃ আৰু খুড়াক জীৱিত থাকোতে কিশোৰ বয়সতে স্বৰূপানন্দদেৱে ধৰ্মাসন লাভ কৰি কোনোমতে তিনিবছৰ ছমাহ কাল থাকি পিতাক ভবানন্দৰ হাতত

ধৰ্মভাৰ গতাই দি ২৫ বছৰ বয়সত ১৭৬৫ শক (১৮৪৩ খৃঃ)ৰ আহিনৰ শুক্লা দ্বাদশী তিথিত নৰনাট সামৰে। তাৰ পাচত ভবানন্দদেৱে নিজ ভাতৃ দয়ানন্দদেৱক ধৰ্মভাৰ অৰ্পণ কৰি শশী সমুদ্ৰ ঘোৰা গ্ৰহ শকৰ অৰ্থাৎ ১৭৭৯ শক (১৮৫৭খৃঃ)ৰ পুহ মাহৰ শুক্লা তৃতীয়াত বৈকুণ্ঠী হয়। জয়ানন্দদেৱে মৎস্য চৰিত পুথি পদ্যছন্দত লিখি সাঁচিপাতৰ চাৰিওকাষে নানা চিত্ৰ আঁকি সুন্দৰ ৰঙেৰে ৰঞ্জিত কৰিছিল। তেওঁৰ পুত্ৰ চাৰিজন জগতানন্দ, অজিতানন্দ, হৃদয়ানন্দ, দেৱানন্দ। জয়ানন্দদেৱে বংশাৱলী লিখক চিদানন্দদেৱক ধৰ্মাসন অৰ্পণ কৰি ১৭৯০ শক (১৮৬৮ খৃঃ)ৰ চ'তৰ শুক্লা দ্বিতীয়াত বৈকুণ্ঠী হয়।

চিদানন্দদেৱে গুৰু বংশাৱলীখন পদ্য ছন্দত ৰচনা কৰে। ১২ বছৰ ধৰ্মাসনত অধিষ্ঠিত থাকি ১৭০২ শক (১৭৮০ খৃঃ)ৰ মাঘৰ শুক্লা প্ৰতিপদত বৈকুণ্ঠ গামী হয়।

সেইসময়ত যুৱাধিকাৰ চন্দ্ৰকান্তদেৱ প্ৰবাসত থকাত তেওঁৰ অবিহনে জয়ানন্দদেৱৰ পুত্ৰ জগতানন্দদেৱক ১৭০২ শক (১৭৮০ খৃঃ)ত ধৰ্মাসনত অধিষ্ঠিত কৰা হয়। সেই আপাহতে যুৱাধিকাৰ চন্দ্ৰকান্তদেৱে বগৰীতলীয়া ডাঙৰীয়াৰ সমৰ্থনত চেঁচানৈৰ দক্ষিণত মদাৰখাত নামে নতুন সত্ৰ স্থাপন কৰি ধৰ্মাসন গ্ৰহণ কৰে। এইখন মায়ামৰা সত্ৰৰ চতুৰ্থ শাখা।

অষ্টভূজ গোঁসায়ে উজনি অঞ্চলত ভজন কৰ্মখিনি কৰিবলৈ ভাৰ দিয়া চাৰি বুঢ়াৰ ভিতৰত মুদৈ গঞা ডাঙৰীয়াজনৰ বংশধৰ শ্ৰীপূৰ্ণানন্দ ডাঙৰীয়াই আজি কেইবছৰমানৰ আগতে ন-লৰা শৰণ দি বাবটিও নিজৰ হাতলৈ আনি বগৰীতলীয়া সত্ৰ নামে সুকীয়া সত্ৰ প্ৰতিষ্ঠা কৰি ধৰ্মাধিকাৰ হ'ল।

আজিৰ পৰা কিছু বছৰ আগতে হৃদয়ানন্দ অধিকাৰদেৱৰ জ্যেষ্ঠ পুত্ৰ বৈষ্ণৱানন্দদেৱে উত্তৰ লক্ষীমপুৰৰ ঢলপুৰ অঞ্চলত শিষ্যসকলৰ মাজত ধৰ্ম প্ৰচাৰৰ সুবিধাৰ কাৰণে বিষ্ণু বালিকুঞ্চি নামে সত্ৰ প্ৰতিষ্ঠা কৰে।

উপৰুক্ত ইতিবৃত্তৰ পৰা জনা যায় যে মহাপুৰুষ অনিৰুদ্ধদেৱে বালিকুঞ্চিতে প্ৰথমে ধৰ্মৰ হাট মুকলি কৰিছিল যদিও নাহৰআঁটি সত্ৰতহে স্থানীয়ভাবে চাৰি আঁটি বান্ধিছিল। কৃষ্ণদেৱে তাৰ পৰা সত্ৰ উঠাই পিতাকে পুতি থৈ যোৱা খাগৰি খুটিকে কেন্দ্ৰ কৰি খুটিয়াপোতা সত্ৰ প্ৰতিষ্ঠা কৰে। বিদ্ৰোহত খুটিয়াপোতা ধ্বংস হোৱাত বৰভেটিত কিছুদিন থাকি দিনজয়লৈ সত্ৰ উঠাই অনা হয়। এতেকে অনিৰুদ্ধদেৱৰ প্ৰৱৰ্ত্তিত মায়ামৰীয়া সত্ৰৰ ধৰ্মমতৰ মূল ভেটি মায়ামৰা দিনজয় সত্ৰতে বিদ্যমান আছে। তাত অকণো সন্দেহ নাই।

সামৰণিত ইমানকে গোহাৰি কৰি মেলানি মাগিলো। ওঁ শান্তি ॥ □

(শ্ৰীযুত সুশীল কুমাৰ গগৈৰ দ্বাৰা সম্পাদিত ৫-৩-১৯৮১ তাৰিখে মৰুৱান পৰা প্ৰকাশিত "মায়ামৰা সত্ৰ সমাজঃ ভ্ৰমণ আৰু পৰ্য্যন্ত" নামৰ সংকলনটিৰ পৰা সংগৃহীত।)

# মৰাণ সমাজত বলি-বিধান

-- দিপেন মৰাণ

চীন দেশৰ হোৱাংহো, ইয়াংচিকিয়াং নদীৰ উপত্যকাৰ পৰা ব্ৰহ্মদেশ, শ্যাম, ব্ৰহ্মপুত্ৰ উপত্যকালৈ ধাৱমান হোৱা বিভিন্ন প্ৰজাতিৰ [illegible]সকলৰ মাজতে মঙ্গোলীয় প্ৰজাতিৰ বৃহৎ বড়ো গ্ৰুপৰ এটা ঠাল মৰাণসকলো এদিন ব্ৰহ্মপুত্ৰ উপত্যকালৈ আহি শদিয়াত থিতাপি লৈছিল। ড০ বীৰেন্দ্ৰ কুমাৰ গোহাঁইৰ মতে "প্ৰায় ২৫০০ বছৰৰ আগতে মৰাণসকলে ভাৰতত প্ৰৱেশ কৰিছিল।" মৰাণসকলে শদিয়া সংস্কৃতিৰ সৈতে একাত্ম হোৱাৰ পাছত ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰ, বুঢ়ী দিহিং, দিচাং, ডিব্ৰু, চেচা, টেঙাপানী আদি নদীৰ পাৰৰ বিভিন্ন ঠাইলৈ সিঁচৰিত হৈ সমগ্ৰ সৌমাৰ খণ্ডত বসবাস কৰিবলৈ লয়। সৌমাৰ খণ্ডত বৰাহী, চুতীয়া, কছাৰী আদি জাতিসমূহৰ সৈতে সহৱস্থানৰ মাজেৰে নিৰাপদে নিজ নিজ সাংস্কৃতিক বৈশিষ্ট্য বজাই ৰাখি স্বাধীন ৰাজ্যপাতি বসবাস কৰিছিল।

মৰাণসকলে তিব্বত হৈ ব্ৰহ্মপুত্ৰৰ উপত্যকালৈকে আহোতে শ শ বছৰত সুদীৰ্ঘ পথ অতিক্ৰম কৰিব লগীয়া হৈছিল। এই শ শ বছৰীয়া সুদীৰ্ঘ পথছোৱাত সংযোগ ঘটিছিল বিভিন্ন ধ্যান-ধাৰণা আৰু কৃষ্টি সংস্কৃতিৰ। নানান ধ্যান-ধাৰণা, কৃষ্টি-সংস্কৃতিৰ অভিজ্ঞতাৰ মাজতে শদিয়াৰ কেঁচাইখাতি গোসাঁনী শালৰ সৈতে সম্পৰ্ক ঘটিল। গাতিগিৰী, মাটিগিৰী, জলগিৰী, থলগিৰী, অপদেৱতা আৰু সকলো জীৱ-জন্তুৰে গৰাকী থাকে বুলি বিশ্বাস কৰা মৰাণসকলে এদিন গোসাঁনীশালৰ প্ৰতি আকৃষ্ট হৈ শালৰ উপাসক হৈ পৰিল। মৰাণসকলৰো মূল উপাস্য দেৱতা হ'ল শিৱ-পাৰ্বতী। শিৱ-পাৰ্বতীয়ে পৃথিৱী, বায়ু, পানী, ৰ'দ-বৰষুণ, জীৱ-জন্তু, কৃত-পতঙ্গ সৃষ্টি কৰিলে বুলি বিশ্বাস কৰে পহুৰ বুঢ়া-বুঢ়ী, হাতীৰ সদন-মদন, শুভচিনি, চু'হা-চুপহা, ম'হৰ কালিকা, গৰুৰ লক্ষ্মী, বই আই, সক আই গৰাকী আই ভাগৱতী, মাছৰ মছন্দৰি আদি বিভিন্ন নামেৰে শিৱ-পাৰ্বতীক পূজা-পাতল কৰা হয়। দেশৰ জনগণৰ মঙ্গল, শস্যৰ শ্ৰীবৃদ্ধি, অপদেৱতাৰ কোপ-দৃষ্টিৰ পৰা ৰক্ষা পোৱা, যুদ্ধ-

বিগ্ৰহত জয়লাভ, পোহনীয়া জীৱ-জন্তুৰ মঙ্গল, বেমাৰ-আজাৰ, মাৰি-মৰকৰ পৰা ৰক্ষা পোৱা আদি বিভিন্ন কাৰণত মৰাণসেকলে বলি-বিধানেৰে শদিয়াৰ কেঁচাইখাতী গোসাঁনী শালত বা গোসাঁনীকেন্দ্ৰিক দেওশাল, দেওচাংসমূহত পূজা-পাতল কৰিছিল। বছৰৰ আৰম্ভণি, বহাগ মাহৰ প্ৰথম বুধবাৰে শদিয়াৰ কেঁচাইখাতী গোসাঁনীৰ শালত বৰবলি দি কৃষি উৎসৱ বহাগ বিহুৰ আৰম্ভ কৰি সাতদিন-সাতৰাতি পালন কৰিছিল। বৰ্তমানেও বহাগৰ প্ৰথম বুধবাৰে মৰাণসকলৰ ধৰ্মৰ কেন্দ্ৰস্থল মায়ামৰা নামধৰ্মৰ সত্ৰসমূহত (অৱশ্যে সকলো সত্ৰৰে নিয়ম একে নহয়)। বছৰৰ প্ৰথম তিথি আয়োজন কৰি হাঁহ-পাৰ, ছাগলী আদিৰ মাংসৰ 'যজ্ঞ' পাতি দেশৰ মঙ্গল কামনা কৰা হয়। সিদিনাৰ পৰাই আৰম্ভ হয় কৃষি উৎসৱ বহাগ বিহু। গাঁৱৰ এচুকত বিহুঘৰ সাজি বা কোনো এজোপা গছৰ তলত সাতদিন-সাতৰাতি বিহু মাৰে। বৰ্তমান প্ৰায়বোৰ গাঁৱতে ৰাতিবিহু (সাতৰাতি) গোৱা বন্ধ হৈছে। পৰিস্থিতি পৰিৱেশৰ তাগিদাত বহু সংখ্যক মৰাণ লোকে সমগ্ৰ অসমবাসীৰ সৈতে একেলগে এক বহাগৰ পৰাই বিহু উৎসৱ পালন কৰে। লখিমপুৰ, ধেমাজি, শিৱসাগৰ, যোৰহাট আদি জিলাত বসবাস কৰাত মৰাণসকলে সেই ঠাইৰ লোকসকলৰ দৰে সাজ (মদ) আদিও ব্যৱহাৰ কৰে। অন্যান্য ৰীতি-নীতি, সকাম-নিকাম আদিৰ ক্ষেত্ৰতো স্থানীয় জনগোষ্ঠীসমূহৰ সৈতে সমিল-মিলেৰে কৰা দেখা যায়।

জগত গুৰু শংকৰ-মাধৱ অনুগামী কাল সংহতিৰ স্ৰষ্টা গোপাল আতাৰ শিষ্য অনিৰুদ্ধদেৱৰ দ্বাৰা প্ৰণীত মায়ামৰা নামধৰ্ম গ্ৰহণ কৰাৰ পাছত মৰাণ সমাজখনলৈ আমূল পৰিৱৰ্তন আহিল। এই পৰিৱৰ্তন কেৱল ধৰ্মীয় পৰম্পৰাতেই সীমাবদ্ধ নাথাকি সাংস্কৃতিক, বৌদ্ধিক, অৰ্থনৈতিক আদি সকলো দিশতে প্ৰভাৱ পৰে। মৰাণসকলে অতি উদাৰ গণতান্ত্ৰিক আৰু ব্ৰাহ্মণীয় প্ৰভাৱৰ পৰা সম্পূৰ্ণৰূপে মুক্ত শ্ৰীশ্ৰী অনিৰুদ্ধদেৱৰ প্ৰণীত মায়ামৰা নামধৰ্ম শ্ৰীশ্ৰী অনিৰুদ্ধদেৱৰ পৰা শ্ৰীশ্ৰী চতুৰ্ভুজদেৱৰ দিনলৈকে কালছোৱাত গ্ৰহণ কৰিছিল। মায়ামৰা নামধৰ্ম গ্ৰহণ কৰাৰ পাছত দেৱ-দেৱীৰ নামত খোজেপতি জীৱ-জন্তু বলি দিয়া পৰম্পৰা এৰি তামোল-পাণ, মাহ-প্ৰসাদ, নামকীৰ্তনেৰে পূজা-পাতল কৰা হ'ল। পূৰ্বৰ কেঁচাইখাতী শাল কেন্দ্ৰিক বলি-বিধানেৰে কৰা পূজা-পাতলৰ পৰম্পৰা সত্ৰসমূহৰ চাৰিবেৰৰ মাজলৈ লৈ অহা হ'ল।

সত্ৰসমূহৰ কেইখনমান তিথিত হাঁহ-পাৰ, ছাগলী, পহু আদিৰ মাংস আৰু মাছেৰে 'যজ্ঞ' পাতে। এই যজ্ঞৰ ভোজ সত্ৰাধিকাৰৰ বাইক থকা নামঘৰৰ মুখ্য পুৰোহিতে গ্ৰহণ কৰে। বন্ধা-বঢ়াও সত্ৰাধিকাৰৰ বাইক থকা নিৰ্দিষ্ট ৰান্ধনিয়েহে

কৰে। মায়ামৰা সত্ৰসমূহত একোখন তিথিত নামঘৰত মাহ-পৰসাদেৰে নামকীৰ্তন আৰু হাঁহ-পাৰ, ছাগলী আৰু পহুৰ মঙহেৰে 'যজ্ঞ' একেলগে অনুষ্ঠিত হোৱাটো একশৰণ নামধৰ্মত এক উল্লেখযোগ্য অধ্যায়।

মায়ামৰা নামধৰ্মৰ সকলো সত্ৰতে 'যজ্ঞ' অনুষ্ঠিত নহয় ---- কেইখনমান সত্ৰই সম্পূৰ্ণ বৈষ্ণৱী নিয়মেৰে চলে। তিথি, সকাম-নিকাম আদি হাঁহ-পাৰ, ছাগলী আদি বধ কৰি যজ্ঞ নাপাতে।

সত্ৰসমূহত অনুষ্ঠিত তিথি-কীৰ্তনত 'যজ্ঞ' পতা, ঘকৰা সকাম-নিকাম, জলগিৰী, থলগিৰী, ডা-ডাঙৰীয়াৰে নামত অনুষ্ঠিত পূজা-পাতল বেদৰ বিধান মতে হোৱা চাউলখোৱা আদিৰ বিষয়ে তলত আলোচনা কৰা হ'ল।

**সত্ৰসমূহত অনুষ্ঠিত তিথিৰ 'যজ্ঞ' :**

মায়ামৰা নামধৰ্মৰ অনুগামী সত্ৰ আৰু নামঘৰসমূহত স্বৰ্গগামী গুৰুসকলৰ মৃত্যু তিথিৰ উপৰিও বিভিন্ন দেৱ-দেৱীৰ সন্তুষ্টিৰ বাবে প্ৰতিমাহেই একোখনকৈ তিথি অনুষ্ঠিত হয়। এই তিথিসমূহ সাধাৰণতে নামকীৰ্তন কৰি মাহ পৰসাদেৰে পতা হয়। এনে তিথিসমূহৰ কেইখনমানত 'চৰুপতা' হয়। চৰুপতা তিথিকেইখন হ'ল - গৰুবিহু দিনাৰ তিথি, বিহু উৰুৱা দিনাৰ তিথি, ভাদ, পুহ আৰু মাঘৰ তিথিত হাঁহ-পাৰ, ছাগলী আদিৰ মঙহেৰে চৰু পাতি যজ্ঞ পতা হয়। সত্ৰসমূহত থকা যজ্ঞ ঘৰত সত্ৰাধিকাৰে পূৰ্বতে নিৰ্বাচন কৰি থোৱা ৰান্ধনিজনেহে গুৰুৰ (গোসাঁইৰ) বাইক লৈ ৰন্ধা-বঢ়া কৰে। গুৰুৰ বাইক থকা 'দেউৰি'জনেহে জীৱ-জন্তুবোৰ বধ কৰা কাৰ্যটো সমাপন কৰে। দেউৰীজনে ছাগলী হ'লে পানীত জুবুৰীয়াই আৰু হাঁহ-পাৰ হ'লে ডিঙি পকাইহে বধ কৰে। বলি কটা দা ব্যৱহাৰ কৰা নহয়। তিথিলৈ যোৱা সকলো ভকতে যজ্ঞ ঘৰত পকা সাজ গ্ৰহণ নকৰে। সত্ৰাধিকাৰৰ বাইক থকা মুখ্য ভকত কেইজনেহে পকা সাজ গ্ৰহণ কৰে। পুহ আৰু মাঘৰ তিথিৰ যজ্ঞত পহুৰ মাংস লগাবৰ বাবে সত্ৰাধিকাৰে চিকাৰীৰ একোটা দলক সজাই-পৰাই বাইক দি চিকাৰলৈ পঠিয়ায়। চিকাৰী দলটোৱে জঙ্গলত পহুৰ দেৱতা 'বুঢ়া-বুঢ়ী'ৰ নামত পূজা-পাতল কৰিহে চিকাৰ বিচাৰি ওলায়। চিকাৰীয়ে চিকাৰ কৰি অনা পহুৰ মাংস মন্দিৰ ঘৰত জমা কৰি থোৱা হয়। পহুৰ মাংস যজ্ঞত লগোৱাৰ পাছত বাকী থকাখিনি ভকতসকলৰ মাজত বিতৰণ কৰে। যজ্ঞত লগাবৰ বাবে মাছ মাৰিবলৈও 'বৰীয়া' দলটোক সত্ৰাধিকাৰে বাইক দি মাছ মাৰি মাৰিবলৈ পঠিয়ায়। বৰীয়াই কণীবিহ গছৰ গুটি মিহিকৈ খুন্দি খাল-বিল বা নদীত বিহ দি মাছ ধৰে। বৰীয়া দলটোৱে মাছৰ দেৱতা 'মছুন্দৰি'ৰ নামত পূজা-পাতল কৰিহে পানীত বিহ ধালে। বৰীয়াই মাৰি অনা

মাছখিনিও যজ্ঞত নলগোৰা পৰ্যন্ত মন্দিৰ ঘৰত জমা ৰখা হয়।

**ফাগুনৰ উচ্চ কীৰ্তন :**

মৰাণসকলৰ দিনজয়, মদাৰখাত, গড়পাৰা, বগৰীতলীয়া আদি কেইখনমান সত্ৰই সত্ৰৰ ভিতৰত অনুষ্ঠিত তিথি কীৰ্তনত হাঁহ, ছাগলী, পহু আদিৰ মাংসৰে যজ্ঞ পতা নিয়ম এৰি দিছে। ফাগুনৰ উচ্চ কীৰ্তনত মতাহাঁহ আৰু মাছেৰে যজ্ঞ পাতি ভোজভাত খায়। এনে উচ্চ কীৰ্তনত লগাবৰ বাবে সৌ সিদিনালৈকে পহু মাৰিবলৈ পহু চিকাৰলৈ যোৱাও হৈছিল।

**চাৰি বুঢ়াৰ পূজা :**

সত্ৰৰ মুখ্য ডা-ডাঙৰীয়া আহোম, কছাৰী, খাটোৱাল, মুদৈ, ডাঙৰীয়াই বগা, আমলৰীয়া, ক'লা মতাহাঁহ, পাৰ, দৰিক চৰাই আৰু বৰালী, শল, শাল আদি মাছেৰে পূজা কৰে।

**বৰককাইৰ ভাৰ :**

সত্ৰাধিকাৰে চাৰি বুঢ়া আৰু ভকতসকলৰ লগত আলোচনা কৰি ন-ল'বাক শৰণ দিয়ে। ন-শৰণীয়াই চুলি খুৰাই তিনি দণ্ড লৈ সত্ৰ বা নামঘৰত নামধৰ্মৰ ওচৰত শৰণ লয়। শৰণৰ নামজাননী দিনা সকলোকে শ্ৰীকৃষ্ণৰ সহস্ৰ নামৰ একোটাকৈ নাম দিয়ে। উল্লেখযোগ্য যে ন শৰণীয়াৰ একোটা শাৰীৰ একেবাৰে আগৰজনক 'বৰককাই' সজোৱা হয়। শৰণ লৈ ঘৰলৈ আহি ন-শৰণীয়াসকলে একগোট হৈ এখন হাঁহৰ ভাৰ যোগাৰ কৰি বৰককাইজনৰ ঘৰলৈ যায়। ইয়াক 'বৰককাই ঘৰ উঠা' বোলে। বৰককাইৰ ঘৰত এই ভাৰখন বান্ধি-বাঢ়ি খোৱা হয়।

**কীৰ্তন-গয়ালী :**

সত্ৰসমূহৰ উপৰিও গাঁওসমূহত থকা নামঘৰত মাহেকীয়া তিথি পতা হয়। এই তিথিসমূহৰ উপৰিও বছৰেকত এবাৰ কীৰ্তন-গয়ালী পতা হয়। কীৰ্তন-গয়ালীসমূহতো পহু চিকাৰলৈ যোৱা, মাছলৈ যোৱা নিয়ম পালন কৰি হাঁহ, ছাগলী, মাছ আদিৰে যজ্ঞ পতা হয়। শৰণ-ভজন-কীৰ্তন কৰা উঠন-পূৰণ ভকতেহে এনে যজ্ঞৰ পকাসাজ গ্ৰহণ কৰে।

**কাজ :**

সত্ৰৰ গোসাঁই-গোসানীকে আদি কৰি সত্ৰৰ বিষয়ববীয়া, সত্ৰ বা নামঘৰৰ মুখ্য ভকতৰ মৃত্যুৰ পাছত দহদিনত দহা আৰু কুৰি দিনত কাজ পতা হয়। এনে মুখ্য বাব থকাসকলৰ বাহিৰে আন লোকৰ দহা-কাজ কেইবা বছৰৰ মূৰত একোটা চুবুৰীয়ে একেলগে সমূহীয়াভাৱে অনুষ্ঠিত কৰে। মাহ-পৰসাদেৰে কেঁচাসাজ পাতি

গায়ন-বায়নেৰে নামকীৰ্তন কৰি দিনৰ ভাগত দহা আৰু ৰাতিৰ ভাগত কাজ পতা হয়। অৱশ্যে কাজলৈ আহোঁতে ভাৰত এমুঠি চাউল, এটি পাৰ্চলি, এটি পখী (হাঁহ বা পাৰ) বা এখৰা মাছৰ ভাৰ এখন আনিবই লাগিব। নামঘৰত গায়ন-বায়নেৰে নামকীৰ্তন চলি থকাৰ সময়ত কাজ দিওঁতাসকলৰ প্ৰতিঘৰৰ পৰা দিয়া হাঁহৰ ভাৰ, অতিথিসকলে অনা হাঁহ, পাৰ, মাছৰ ভাৰসমূহ অতিথিসকলে গধূলি সাজত ৰন্ধা-বঢ়া কৰি খায়।

কাজ দিওঁতাসকলৰ প্ৰতিঘৰৰ পৰা লোৱা অংশৰে এখন হাঁহ আৰু মাছৰ ভাৰ প্ৰস্তুত কৰি কাজৰ যজ্ঞৰ বাবে দিয়া হয়। কাজৰ যজ্ঞত নামঘৰৰ মূল পুৰোহিত ভকতসকলেহে আহাৰ গ্ৰহণ কৰে।

**মাছ খাৱনি :**

মৰাণসকলৰ কোনো কোনো পৰিয়াল বা কোনো অঞ্চলৰ লোকে হাঁহ-পাৰ, মাছ আদিৰে যজ্ঞ পাতি ভোজ-ভাতেৰে কাজ নাপাতে। কাজলৈ অহা অতিথিসকলক মাছেৰে ভোজ-ভাত খুৱাই কাজৰ অনুৰূপ মাছখাৱনি পাতে। অৱশ্যে দহাখন একেদৰেই পতা হয়।

**হাতী চিকাৰৰ পূজা-পাতল :**

হাতী চিকাৰলৈ যাওঁতে ৰৰফান্দিৰ নেতৃত্বত (মেলা চিকাৰেই হওক বা গড় দিয়া চিকাৰেই হওক) চিকাৰী দলটোৱে জংঘলত আহোম, কছাৰী, খাটোৱাল নামৰ তিনিজন গাতিয়াল ডাঙৰীয়া আৰু শংকৰ-মাধৱ-গোপালৰ নামত ভাগে ভাগে পূজা কৰিহে চিকাৰ আৰম্ভ কৰে। শংকৰ-মাধৱ, গোপাল স্থল (যোৰহাটৰ পৰা নামনিৰ ফালে) হ'লে কেৱল তিনিখন থুৰীয়া তামোল আগবঢ়োৱা হয়। আহোম ডাঙৰীয়াৰ স্থল (পূব ফালে বৰ্তমান অৰুণাচল) বগা মতাহাঁহ, কছাৰী ডাঙৰীয়াৰ থল (দক্ষিণ ফালে বুঢ়ীদিহিঙৰ দক্ষিণ পাৰে) আমলৰীয়া মতাহাঁহ আৰু খাটোৱাল ডাঙৰীয়াৰ স্থল (ডিব্ৰু-ডাঙৰীৰ উত্তৰ ফালে) ক'লা মতাহাঁহৰ চাউল খোৱা পতা হয়। এনে চাউলখোৱা পাতি ওলাই যাওঁতে বনৰীয়া হাতীজাকৰ দৰ্শনত ৰৰফান্দিয়ে হাতীৰ দেৱতা সদন-মদন, চু'হা-চুপহাৰ নামত পুনৰ এহাল ৰঙা চৰাই (মতা-মাইকী কুকুৰা পোৱালি) মেলে।

**হাতীগিৰিয়ে পতা হাতী চাউল খোৱা আৰু চৰাইমেলা :**

হাতীগিৰি মৰাণসকলে হাতীয়ে মালিক আৰু মাউতৰ হাকে-দাকে চলিবলৈ, স্বাস্থ্য ভালে ৰাখিবলৈ হাতীৰ ডাঙৰীয়া সদন-মদন, সুৰ্ভচনি, চু'হা-চুপহাৰ নামত দুই/চাৰিজন ভকতক আমন্ত্ৰণ জনাই আমলৰীয়া হাঁহেৰে হাতীৰ চাউলখোৱা পাতে।

হাতী চাউল খোৱাৰ উপৰিও একেজন দেৱতাৰ নামত জংঘলত এহাল ৰঙা চৰাই (মতা-মাইকী ৰঙা বৰণৰ কুকুৰা পোৱালি) মেলা হয়।

**ন-পুৰুষৰ সকাম :**

স্বৰ্গগামী হোৱা উপৰিপুৰুষক সোঁৱৰি উপৰিপুৰুষৰ পৰা আশীৰ্বাদ বিচাৰি গায়নে-বায়নে নামকীৰ্তন কৰি ন-পুৰুষৰ সকাম ৫/৭/৯ বছৰৰ মূৰত পতা হয়। ন-পুৰুষৰ সকামত কাছৰ মঙহেৰে ভোজ-ভাত খুওৱা হয়।

**জী-জোঁৱাইৰ নিয়া হাঁহৰ ভাৰ :**

এহাল ডেকা-গাভৰুৱে যুগ্ম জীৱন আৰম্ভ কৰাৰ পাছত দুই ঘৰৰ মাজত 'মিতুৰ পতা' হ'বলৈ যাওঁতেই দৰাঘৰৰ পৰা কন্যাঘৰলৈ তামোল-পাণৰ টোপোলা, মাকৰ বাবে এসাজ কাপোৰ চাউল, পাচলি আৰু এজনী মাইকী হাঁহেৰে 'পেটপোৰা' ভাৰ আৰু মতাহাঁহেৰে জেওঁামৰা ভাৰ নিয়া হয়। ঘৰ উঠিবলৈ যাওঁতেও মতাহাঁহৰ ভাৰ নিয়া হয়। এই ভাৰসমূহ কইনাঘৰৰ পৰিয়ালে ৰান্ধি-বাঢ়ি খাই দৰা-কইনাক আশীৰ্বাদ দিয়ে। বিহুগীততো আছে —

*বগী হাঁহ কান্ধত লৈ তোমাকে আগত লৈ*
*কাহানিকে যাবলৈ পাম ।*

**গৰখীয়া ভোজঃ** শালিধান দাই-চপাই শেষ কৰাৰ পাছত একোটা চুবুৰীৰ সকলোৱে একগোট হৈ নদীৰ পাৰত বা মুকলি পথাৰত মাঘ বা ফাগুনৰ কোনো এটা দিনত ঘৰেপতি অনা হাঁহ, পাৰ, মাছ বা সমূহীয়াভাৱে কিনা হাঁহ-পাৰেৰে গৰখীা ভোজ খোৱা হয়। গৰখীয়া ভোজত গঞাৰ লগতে বিশেষকৈ গৰু-মহ'হ আদি জীৱ-জন্তুৰ মঙ্গল কামনা কৰে।

**ন-খোৱা :** আঘোনত শালিধানা বা শাওন-ভাদত আহুধান দাই গুৰু-গোসাঁইক ন-চাউল দিয়াৰ পাছত ওচৰ-চুবুৰীয়া, বন্ধু-বান্ধৱ, মিতুৰ-কুটুম্বক আমন্ত্ৰণ জনাই ন-চাউলেৰে ন-খোৱা পতা হয়। এই ন-খোৱাত হাঁহৰ মাংস আৰু মাছ লাগিবই।

**গছা লোৱা ভোজ :** শালিধান খেতিৰ মাটিডৰা চহাই কৰাৰ উপযোগী কৰি কঠিয়াৰ লগতে তৰা, কচু, মেটেকা কই গছালোৱা (ন-ভূঁই ৰোৱা) হয়। গছা লওঁতে পিঠাগুড়ি, কল, গুড়, তামোল-পাণ আগবঢ়াই শস্যৰ শ্ৰীবৃদ্ধিৰ বাবে ভগৱতী (লক্ষীদেৱীক) আৰাধনা কৰা হয়। গছালোৱাৰ পাছত বন্ধু-বান্ধৱ, ওচৰ-চুবুৰীয়া দুই চাৰিজনক আমন্ত্ৰণ জনাই মাইকী হাঁহ, কচুথুৰি, জালুক আদিৰে গছালোৱা ভোজ খোৱা হয়।

**বিহুভাত :** ৰঙালী বিহুৰেই মৰাণসকলৰ প্ৰধান বিহু। বিহু বুলিলে মতলীয়া হোৱা মৰাণসকলে প্ৰথম মাহৰ বিহুদিনাৰ পৰা উকলা দিনটোৰ ভিতৰত বন্ধু-বান্ধৱ, মিতুৰ-কুটুম্বক আৰু ওচৰ-চুবুৰীয়াক আমন্ত্ৰণ জনাই হাঁহ মাৰি বিহুভাত খায়।

**বৰমগা :** বিহু খোলাৰ পৰা গাভৰুসকলক আৰু হুচৰি গোৱা ডেভাসকলক একেলগে ঘৰলৈ আমন্ত্ৰণ জনাই নতুবা বিহুখোলালৈ গৈ এটোম চাউল, এটি পাছলি আৰু এটা হাঁহেৰে ভাৰ তামোল-পাণৰ শৰাইৰ লগতে আগবঢ়াই কোনো ডাঙৰ বিপদৰ পৰা ৰক্ষা পোৱা বা কোনো সম্পদ লাভৰ বাবে আশীৰ্বাদ বিচাৰি বৰমগা হয়। বিহু মাৰি থকা ডেকা-গাভৰুৰ গাত সাক্ষাত ঈশ্বৰ ব্যক্ত হৈ থাকে বুলি মৰাণসকলে বিশ্বাস কৰে।

**গুৰু-গোসাঁইৰ ঘৰলৈ হাঁহ-পাৰৰ ভাদি আশীৰ্বাদ লোৱা :**

কোনো ডাঙৰ আপদ-বিপদ হ'লে বা কোনো সম্পদ লাভৰ বাবে গুৰু-গোসাঁইৰ ঘৰত হাঁহ-পাৰৰ ভাৰ দি আশীৰ্বাদ লোৱা হয়। কোনো কোনোৱে পুহ আৰু মাঘৰ তিথিত হাঁহ, ছাগলী আদিও শোধায়।

**বেদৰ সকাম-নিকাম :** বেজ-মঙ্গলৰ দিহামতে বেমাৰ-আজাৰৰ পৰা ৰক্ষা পাবলৈ হাঁহ-পাৰ, কুকুৰা, মাছ আদিৰে চাউলখোৱা পাতে।

**আলহী আপ্যায়ন :** ঘৰলৈ আলহী আহিলে শক্তি চাই ভক্তিৰে মাছ-মঙহেৰে আপ্যায়ন কৰে। সন্মানীয় আলহী আহিলে মতাহাঁহৰ মাংসৰে আপ্যায়ন কৰা হয়।

**ন-চাউল শোধোৱা :** আহু বা শালিধানৰ খেতিৰ পাছত মাছৰ ভাৰেৰে ন-চাউল গোসাঁই গৰত শোধোৱা হয়।

মৰাণ জনগোষ্ঠীৰ লোকসকলে সমগ্ৰ জাতিটোৰ মঙ্গল, বেমাৰ-আজাৰৰ পৰা ৰক্ষা পোৱা, শস্যৰ শ্ৰীবৃদ্ধি, পোহনীয়া জীৱ-জন্তুৰ কুশল-মঙ্গলে থকা, যুদ্ধত জয়লাভ, অপদেৱতাৰ কূপ-দৃষ্টিৰ পৰা ৰক্ষা পোৱা আদি সকলো বিষয়তে হাঁহ-পাৰ, ছাগলী বধ কৰি কেঁচাইখাতী শালৰ উপাসক হৈ থকাৰ দিনৰ পৰা বৰ্তমান (মায়ামৰা নাম ধৰ্ম গ্ৰহণ কৰাৰ পাছতো) পূজা-পাতল কৰি আছে। শ্ৰীশ্ৰী অনিৰুদ্ধদেৱে সত্ৰত মূৰ্তি স্থাপন কৰি বামুণ পণ্ডিতসকলৰ সৈতে বুজা-বুজি কৰাতকৈ স্থানীয় জাতি-জনজাতিসমূহৰ পূৰ্বৰ ৰীতি-নীতিকেই কিছু এৰা-ধৰা কৰি গ্ৰহণ কৰা দেখা যায়। সেয়েহে মৰাণসকলে কেঁচাইখাতী শালৰ উপাসক হৈ থাকোতে জীৱ বধেৰে কৰা পূজা-পাতল সকাম-নিকাম সত্ৰৰ চাৰিবেৰৰ মাজলৈ নৈ গুচি আহিল। ফলত মৰাণ সমাজৰ সকাম-নিকামত মাছ-মাংসৰ প্ৰয়োজনীয় সদায় থাকি গ'ল।

অৱশ্যে মৰাণসকলৰ কেইখনমান সত্ৰই সত্ৰৰ চাৰিবেৰৰ ভিতৰত অনুষ্ঠিত তিথি, সকাম-নিকাম আদিত প্ৰত্যক্ষভাৱে জীৱ-জন্তু বধ নকৰে।

শিৱসাগৰ, যোৰহাট, লখিমপুৰ আদি জিলাৰ বিভিন্ন ঠাইত আহোম, চুতীয়া, জনজাতি আদি লোকসকলৰ সৈতে সংমিশ্ৰিতভাৱে বসবাস কৰা মৰাণসকলৰ একাংশই সেই ঠাইৰ ৰীতি-নীতিৰেই চলি গৈছে। কোনো কোনোৱে নিজকে মৰাণ জাতিৰ লোক বুলি কোৱাতকৈ আহোম, চুতীয়া আদি জাতিৰ লোক বুলিয়েই পৰিচয় দিয়ে। ☐

# মৰাণসকলৰ মৃতকৰ সংকাৰ আৰু আদ্যশ্ৰাদ্ধ পালনৰ বৈশিষ্ট্য

- দিলীপ হাজৰিকা

মৰাণসকল অসমৰ প্ৰচিন জনগোষ্ঠীসমূহৰ ভিতৰত অন্যতম। প্ৰতিটো জনগোষ্ঠীৰ মৃতকৰ সংকাৰ আৰু আদ্যশ্ৰাদ্ধ পালনৰ নীতি-নিয়ম সুকীয়া।

গাঁৱত কোনো মৰাণ লোকৰ মৃত্যু হ'লে, মৃত্যুৰ লগে লগেই ওচৰ-চুবুৰীয়া লোকে আহি সমগ্ৰ গাঁওখনৰ লগতে আত্মীয় কুটুম্বলৈ পাৰ্যমানে খবৰ দিয়াৰ চেষ্টা কৰে। গাঁৱৰ প্ৰতিঘৰ লোকৰ এজনকৈ হ'লেও মৃতকৰ ঘৰলৈ যোৱাটো নিয়ম। মৃতকৰ ঘৰৰ গোহালি আৰু ভঁৰালঘৰৰ দুৱাৰত একোখনকৈ বৰ কাপোৰ আঁৰি দিয়া হয়। লক্ষ্মী দেৱীয়ে যাতে ওলাই নাযায় তাৰ বাবে এনে কৰা হয় বুলি মৰাণসকলে বিশ্বাস কৰে। মৃতকৰ ঘৰলৈ যাওঁতে ভকতসকলে একোটিকৈ তামোল-পাণৰ টোপোলা লৈ যোৱাটো নিয়ম। বাইজে আহি গৃহস্থক সুধিব — খৰি দিয়া হ'বনে পেৰা দিয়া হ'ব। অৰ্থাৎ মৰাণসকলে মৃত ব্যক্তিৰ সংকাৰ দুই ধৰণে কৰে। পেৰা (বাকচ) কাঠ বা বাঁহেৰে তৈয়াৰ কৰে। পেৰাত বাঁহৰ গজালহে ব্যৱহাৰ হয়। মৃতক যদি শৰণীয়া-ভজনীয়া হয় তেন্তে শৱ দাহন আৰু শৱ যাত্ৰাৰ সময়ত গায়ন-বায়ন কৰা হয়। মৃতক শৰণীয়া হ'লেও ভজন বা দীক্ষা নাথাকিলে তেনেলোকক শৱ দাহন কৰা নহয়। তেনেলোকক কিছুমানে পেৰা দি আৰু কিছুমানে পেৰা নিদিয়াকৈ শৱ সংকাৰ কৰে। যদি কোনো লোকক শত্ৰুৱে হত্যা কৰে বা অচিন ৰোগত মৃত্যু হয় তেনেলোকক সাধাৰণতে শৱ দাহনেই কৰা দেখা যায়। খৰি দিবলৈ হ'লে প্ৰথমে এজন শৰণীয়া ব্যক্তিয়ে গৃহস্থই দেখুৱাই দিয়ামতে গছত প্ৰথম ঘাপটো মাৰিব। তাৰ পাছতহে ডেকাসকলে দা-কুঠাৰ লৈ খৰি কাটিব। শ্মশানলৈ নিবলৈ বাঁহৰ চাঙী সজা হয়। চাঙীখনৰ গৰবোৰ তলফালে অৰ্থাৎ ওলোটাকৈ বন্ধা হয়। মৃতকৰ শৱদেহ বগা কাপোৰেৰে ঢাকি ঘৰৰ ভিতৰৰ পৰা তুলি নি বাহিৰত কল ঠেকেৰাৰ ওপৰত শুৱাই দি মাহ-হালধি, কণী আৰু খিলাৰে গা ধুৱাই নতুন কাপোৰ পিন্ধোৱা হয়। চোতালৰ সমীপত দিয়া এখন তিনিমাৰলীয়া খোলাত ভকতসকলে তামুলীৰ হতুৱাই তামোল কটাই খায় আৰু বৰবুঢ়াৰ আজ্ঞানুসৰি মৃতকক চাঙীৰ ওপৰত তোলা হয়। শৱদেহ

চাঙীত তোলাৰ আগতে আত্মীয় কুটুম্বসকলে প্ৰত্যেকেই একোটিকৈ তামোল-পাণৰ টোপোলা দি মৃতকক সেৱা কৰি শেষ শ্ৰদ্ধা জনায়। শৱদেহ কঢ়িয়াই নিওঁতে আগফালে পৰিয়ালৰ দুজন ব্যক্তিয়ে কান্ধত লয়। এইদৰে শ্মশানলৈ নিওঁতে আন ব্যক্তিয়েও সলনা-সলনিত সহায় কৰে। শৱ সামৰা থলিত আন এখন তিনি মাৰলীয়া খোলা (ৰভা) দিয়া হয়। ইয়াত ভকতসকলে কৰণীয় কামফেৰা কৰি ৰৰবুঢ়াই সংকাৰ কৰিবলৈ নিৰ্দেশ দিয়ে। দাহ কৰিব লগা হ'লে চিতাৰ বাবে ৩/৫ জাপ খৰিৰে সজায় আৰু মৃতকক চাঙীৰ ওপৰত লৈ সোঁফালৰ পৰা বাওঁফাললৈ ৩/৫ আদি বিযোৰীয়াকৈ ঘূৰি মৃতকক চিতাৰ ওপৰত তোলা হয় আৰু ৰৰবুঢ়াৰ আজ্ঞা পোৱাৰ লগে লগে মৃতকৰ কোনো পুত্ৰই বা মৃতকৰ কোনো লোক নাথাকিলে একে বংশৰ লোকে অগ্নি সংযোগ মূৰৰ ফালে কৰে। শৱদাহ কৰাৰ পাছত ছাইখিনি পুতি অলপ ওখকৈ মাটি তুলি মৈদাম দিয়া হয়। মৈদামৰ চাৰিওফালে জেওৰা দিয়া হয় আৰু মৈদামৰ ওপৰত খুচুৰা পইচা দান দিয়া হয়। শৱ দাহন কৰাৰ আগতে মছ উদ্ভিদৰ টুকুৰা এটা কাটি শৱৰ লগত দিয়া হয়। কোনো লোকক পেৰা দি অথবা পেৰা নিদিয়াকৈ শৱ সামৰিবলগা হ'লে মহিলাৰ ক্ষেত্ৰত এবুকু দ আৰু পুৰুষৰ ক্ষেত্ৰত এৰ্কঁকাল দ গাঁত কৰিব লাগে। শৱ সাধাৰণতে নৈঋত ঈশান কোণ কৰি মৈদাম দিয়া হয়। শৱ সামৰা সময়তেই মৃতকে ব্যৱহাৰ কৰা সকলো কাপোৰ-কানি দাহ কৰা হয়। শৱ সাধাৰণতে ওপৰোক্ত দাহন অথবা পুতি শৱ সামৰা শেষ হ'লে থলিতে থকা খোলাৰ ৰৰবুঢ়াক জনাব লাগে। গৃহস্থৰ লোকে উক্ত খোলাত মৃতকৰ সদ্গতি কৰা হ'ল বুলি সেৱা ল'ব লাগে। ভকত আৰু গৃহস্থৰ আলোচনা মৰ্মে সেই খোলাতে তিলনিৰ দিন ধাৰ্য কৰে। তিলনিৰ দিন তিনিদিনীয়া অথবা অসুবিধাবশতঃ পাঁচ বা সাত বিযোৰীয়া দিন হিচাপে ধাৰ্য কৰে। ৰৰবুঢ়াই সমাজৰ সকলো লোকক মৃতকৰ ঘৰত খোলা-খাগৰি (ৰভা) দিয়া, পাত অনা, খৰি অন্যান্য যাৱতীয় কাম কৰিবলৈ নিৰ্দেশ দিয়ে।

মৃতকৰ শৱ সংকাৰ কৰিবলৈ নিয়াৰ লগে লগে গাঁৱৰ মহিলাসকলে ঘৰ-দুৱাৰ লিপি চাফ-চিকুণ কৰে, চক-হাৰি, উধান আদি উঠাই বাহিৰলৈ উলিয়াই আনে। ইয়াক চক পেলোৱা বুলি কয়। তিলনি বা দহা-কাজৰ বাবে গাঁৱৰ মহিলাসকলে মৰা-বনা আৰু পুৰুষসকলে খৰি-পাত অনা, খোলা (ৰভা) দিয়া আৰু অন্যান্য যাৱতীয় কামত সহায়-সহযোগ কৰে। সামৰ্থ অনুযায়ী কিছুৱে তিনিদিনত তিলনি, দহদিনত দহা আৰু কুৰিদিনত কাজ পাতে; ইয়াৰ অন্যথা দহা-কাজ বহুদিনলৈ আগবঢ়াই থয়। সমূহীয়াভাৱে পাছত কৰা এনে বৈশিষ্ট্য জনজাতি মূলৰে নিদৰ্শন বুলিব পাৰি।

তিলনি : তিলনি হোৱাৰ আগেয়ে মৃতক যদি শৰণ-ভজন লোৱা লোক হয়

তেনেহ'লে গাঁৱৰ দুই-তিনিজন ভকতক মৃতকৰ পুতেকে 'পুৰুষাৰ্থী ভাৰ' গোসাঁই ঘৰত/সত্ৰত শোধাব লাগে। পুৰুষাৰ্থী ভাৰত নিয়া দ্ৰব্যসমূহেই গোসাঁয়ে সত্ৰ বা গোসাঁইঘৰত 'তিলনি' পালন কৰে। গাঁওবাসীয়ে মৃতকৰ শৱ সংকাৰ কৰা দিনাখনেই তিলনিৰ দিন ধাৰ্য কৰা কথা জানিব পাৰে। গাঁওবাসীয়ে আমন্ত্ৰণ নোপোৱাকৈ তিলনিত উপস্থিত থাকে। তিলনি কৰিবলৈ সাধাৰণতে নিজৰ ঘৰৰ বাহিৰত খোলা (ৰভা) দিয়া হয়। বিশেষ বাব থকা বা শৰণীয়া-ভজনীয়া লোকৰ ক্ষেত্ৰত নামঘৰতো তিলনি বা দহা পাতিব পাৰে; অৱশ্যে সমাজ পৰিচালনা কৰা ৰাইজৰ অনুমোদন ল'ব লগা হয়। অশৰণীয়া বা শৰণীয়া-ভজনীয়া নোহোৱা লোকৰ নামঘৰত তিলনি বা দহা পতাৰ অনুমোদন নাথাকে। গৃহস্থৰ ঘৰত তিলনি বা দহা পাতিলে উঠন-পূৰণ বা শৰণ-ভজন থকা ব্যক্তিৰ হ'লে খোলাখন নামঘৰৰ আৰ্হিৰে পাঁচ মুৰলীয়া হোৱাটো বাঞ্ছনীয়। লগতে খোলাখনৰ এটা দিশত টুপ থাকিব লাগে। মৃতক যদি ভজন/ভকতি বা দীক্ষা লোৱা ব্যক্তি হয় ভাগৱত পাঠৰ উপৰিও গায়ন-বায়ন উঠিব লাগে। গৃহস্থই তিলনিৰ দিনা ভকত সমাজলৈ প্ৰসাদ হিচাপে চাউল, তিল, মাটিমাহ, চেনি বা গুড়, আদা, নিমখ আৰু বিশেষকৈ তামোল-পাণ, নিৰ্দিষ্ট পৰিমাণৰ পাত, চালি যোগান ধৰিব লাগে। সমজুৱাই খোলাত চাহ খাবৰ বাবে চাহপাত, চেনি বা গুড় যোগান ধৰে। তিলনিৰ দিনা তামোল-পাণৰ টোপোলা, চাউল, গুড় বা চেনি, মাটিমাহ আদি মিটিৰ-কুটুম্ব ৰাইজে মৃতকৰ ঘৰলৈ আহি খোলাত দিব। গৃহস্থ ঘৰৰ সামগ্ৰীৰ লগতে মিতিৰ-কুটুম্ব আৰু ৰাইজে অনা সামগ্ৰীবোৰ তামুলীসকলে একেলগে মিহলাব। কিছুলোকে গৃহস্থৰ বাবে সুকীয়াকৈ গুড় বা চেনিও আনে। তিলনিৰ দিনাই বৰবুঢ়াই গৃহস্থৰ লোকে সেইদিনাৰ পৰা মূৰত তেল লোৱা, তেল খোৱা আদি কৰিব পাৰিব বুলি চুলিত মিঠাতেল লয়। তিলনিৰ দিনাই তেল, টেঙা, খাৰলি খাব পাৰে। মৰাণ সমাজত সাধাৰণতে 'তামুলী' নামৰ বাব এটা আছে। বৰবুঢ়াৰ অনুমতি সাপেক্ষে তামুলীজনাই চাৰিখন আগলি কলপাত লৈ গুৱা-পাণ প্ৰসাদ আদি ভাগে ভাগে সজাই লয়। ইয়াকে 'শালপতা' বুলি কয়। মৰাণসকল পূৰ্বতে শাক্ত পন্থাত থাকোতে যজ্ঞৰ শাল থকাৰ বাবে হয়তো কিছুমান মৰাণ প্ৰধান অঞ্চলত এনে শাল দুখনকৈ পতা দেখা যায়। এখন পাণ-তামোল, পাত আদি আৰু আনখন প্ৰসাদৰ শাল। ধৰ্মীয়ভাৱে স্বীকৃত কেইবাজনো তামুলীয়ে গাত চেলেং কাপোৰ লৈ ভকতক সেৱা কৰি (মূৰ দোঁৱাই) তামুলীশালৰ পৰা প্ৰথমে ভকতক তামোল-পাণ দিব লাগে আৰু পাছত ৰাইজক তামোল-পাণ বিতৰণ কৰিব লাগে। ইয়াৰ পাছত প্ৰসাদ বা সামগ্ৰীসমূহ প্ৰথমে ভকত আৰু পাছত ৰাইজক বিতৰণ কৰিব লাগে। ভকতসকলৰ কৰণীয় কামখিনি শেষ হোৱাৰ পাছত বৰবুঢ়াই গৃহস্থৰ আত্মীয়-কুটুম্বক সেৱা কৰিবৰ বাবে অনুমতি দিয়ে। তামোল-পাণৰ টোপোলা অভিলাসহ গৃহস্থৰ

আত্মীয়-কুটুম্ব, আতা-আতানী (একেলগে মৃতকৰ লগত পুৰুষ-মহিলাই শৰণ লোৱা লোক) সকলে মৃতকৰ আত্মাৰ সদ্গতিৰ অৰ্থে সেৱা কৰিব লাগে। গৃহস্থৰ ঘৰৰ কোনো এজন লোকে ভকতক জাননী-প্ৰাৰ্থনীৰে মৃতকৰ আত্মাৰ সদ্গতি কামনা কৰে আৰু মৃতকে এৰি থৈ যোৱা আত্মীয়-কুটুম্ব সকলোৱে সুখে-শান্তিৰে থকাৰ কামনা কৰাৰ লগতে মৃতকে কোনো দায়-দোষ নধৰি, পিছলৈ উলটি নাচায় তাৰ বাবে কাতৰে প্ৰাৰ্থনা কৰে। বৰবুঢ়ায়ো জাননী বাক্যত ঘৰৰ সকলোটিকে দায়-দোষ নধৰাকৈ আৰু মৃতকৰ আত্মাৰ মংগল কামনা কৰি আশীৰ্বাদ দিয়ে। তাৰ পাছত বৰবুঢ়াই ভকত আৰু ৰাইজক প্ৰসাদ গ্ৰহণ কৰিবলৈ অনুমতি দিয়ে। সেই সময়তে পচকীয়াই ভকত আৰু ৰাইজৰ পৰা পচক (অৰিহণা) তোলে। সেইদিনাই তিলনিৰ অন্ত পৰে। উল্লেখযোগ্য তিলনিৰ দিনা মৃতকৰ লগত শৰণ লোৱা কোনো লোকে (পুৰুষ বা মহিলা) সেইদিনা গৃহস্থৰ ঘৰত 'আখাশালি'ত (ৰান্ধনীশাল) নতুন চৰু পাতি দিয়াতো নিয়ম। যিহেতু মৃত্যুৰ দিনাৰ পৰা চৰু-হাঁৰি বাহিৰত উলিয়াই ৰখাতো নিয়ম। অৱশ্যে কিছুমান মৰাণ গাঁৱত শ সংকাৰ কৰি আহি গৃহস্থৰ ঘৰতেই নিৰামিষ আহাৰ গ্ৰহণ কৰে।

**দহা :** দহ দিনত দহা কৰা হয় যদিও কোনো লোকে অসুবিধাবশতঃ পিছুৱাই পালন কৰিব লগা হয়। দহাৰ বাবে নিমন্ত্ৰণ কৰিবৰ বাবে বিশেষ নীতি-নিয়ম আছে। মৰাণসকলৰ সমাজ ব্যৱস্থাত পদ মৰ্যাদা অনুসৰি তামোল-পাণৰ টোপোলা বান্ধি বিশেষ নিয়েমেৰে নিমন্ত্ৰণ কৰা হয়। চিঠিৰে নিমন্ত্ৰণ নকৰে। দহাৰ দিনা ৰাইজে একোটিকৈ তামোল-পাণৰ টোপোলা আনে। ৰাইজে চেনি, গুড় অথবা আজিকালি বুট, নাৰিকল আদিও আনে। শৰণ-ভজন লোৱা অথবা নামঘৰ চলোৱা ভকতসকলৰ নামঘৰত দহা দিব পাৰে; নামঘৰৰ সমাজ চলোৱা ভকতসকলৰ অনুমতি ল'ব লাগে। শৰণীয়া-ভজনীয়া লোকৰ গায়ন-বায়ন কৰা হয়। জলপানৰ ব্যৱস্থা কৰা নহয়। চাহ বাহিৰত সমজুৱাই কৰি খায়। বাকী নিয়মসমূহ তিলনিৰ দৰেই।

**কাজ বা ভোজ :** কাজ সাধাৰণতে মৰাণসকলে অকলে দিয়া দেখা নাযায়। কাজ সমূহীয়াভাৱেহে কৰা দেখা যায়। দহা দিবলৈ বাকী থকা ব্যক্তিসকলৰ দহা আৰু কাজ একেলগেও কৰে। কাজৰ নিমন্ত্ৰণ প্ৰণালী দহাৰ দৰেই। এই কাজ নামঘৰ প্ৰাঙ্গণ অথবা সুবিধা অনুযায়ী কোনো আহল-বহল ঠাইত নামঘৰৰ আৰ্হিৰে ৫ মাৰলীয়া খোলা (নামপ্ৰসঙ্গৰ সভা) দি পতা হয়। মৰাণসকলৰ দহা আৰু কাজ একেলগে কেতিয়াবা ২০/৩০ জন বা ততোধিকেৰে অনুষ্ঠিত কৰা হয়। তেনেস্থলত মৰাণসকলৰ দহা কাজৰ স্থলী এক উৎসৱ স্থলীত পৰিণত হয়। কেইবা হাজাৰো পৰ্যন্ত লোকে লোকাৰণ্য হৈ পৰে। ভাগৱত পাঠ কৰাৰ পাছত গায়ন-বায়ন হয়। এই গায়ন-বায়নত প্ৰতিখন গাঁৱৰ গায়ন-বায়নে সহযোগ কৰে। কাজ সাধাৰণতে নিশাৰ

ভাগত অনুষ্ঠিত হয়। কাজ হোৱাৰ আৰম্ভণিতে নামঘৰৰ প্ৰাঙ্গণত থকা 'যজ্ঞঘৰত' চক-খুটি বান্ধে। এই যজ্ঞঘৰত নামঘৰ চলোৱা পুৰোহিত বা বৰবুঢ়া আৰু বৰবুঢ়াৰ সোঁৱে-বাঁৱে থকা ভকতকেইজনেহে ভোজন কৰিব পাৰে। কাজ বা ভোজৰ বাবে চকুৱা খোলা (ভাত ৰন্ধা ঠাই) দিয়ে। গোসাঁই ঘৰৰ পদমৰ্যাদা থকা ডাঙৰীয়াসকলৰ বাবেও বেলেগ খোলাৰ প্ৰয়োজন। কাজ অনুষ্ঠিত কৰা গৃহস্থসকলে চাউল, মাছ, হাঁহ-পাৰ, শাক-পাচলি, খৰি, মাটিৰ মলা চক, বাঁহৰ হেতা, বাঁহৰ চুঙা আদি ৰাইজক শোধাই দিব। এই বস্তুবোৰ থবৰ বাবে একোটা অস্থায়ী ভঁৰালঘৰ সাজি লয়। দূৰ-দূৰণিৰ গাঁৱৰ আত্মীয়-কুটুম্ব, ওচৰ-চুবুৰীয়া ৰাইজে কাজলৈ বুলি একোখনকৈ হাঁহৰ ভাৰ, পাৰৰ ভাৰ, মাছৰ ভাৰ লগতে শাক-পাচলি আদিৰ ভাৰ আনে। উক্ত ভাৰসমূহৰ লগত চাউলৰ টোম (এবিধ সজা) এটাও আনে। বাট ৰখীয়াই ভাৰ চমজি লৈ ভাৰ আনোতাজনক একোটাকৈ 'বাট [illegible]ল'ৰ টোপোলা দিয়ে। বাট ৰখীয়াই কিমানখন কি ভাৰ আহিছে, কোন গাঁও/অঞ্চলৰ পৰা আহিছে তাক কাগজত লিপিবদ্ধ কৰি থয়। যিমান সংখ্যক গাঁও লিপিবদ্ধ হয় সিমানসংখ্যক চকুৱা খোলাও (ভাত ৰন্ধা শাল) নিৰ্ধাৰণ কৰে। নামঘৰ পৰিচালনা কৰা গাঁওবুঢ়া বা বিশেষ পদবী থকা লোকৰ নিৰ্দেশ মতে কেইজনমান লোকক বস্তুৰ হিচাপ আৰু বিতৰণ কৰিবৰ বাবে দায়িত্ব দিয়ে। প্ৰতিখন খোলাৰ বাবে চাউল, শাক-পাচলি, তেল-নিমখ, মাছ-মাংস, মাটিৰ মলা চক, পানী চুঙা, বাঁহৰ হেতা, একোমুঠাকৈ খৰি, চক পাতিবলৈ চক খুটি, ভোজন কৰিবৰ বাবে কৌপাত, কলপাত আদি যোগান ধৰা হয়। খোলাবোৰক নিজ নিজ গাঁৱৰ ৰান্ধনীয়ে (পুৰুষ বা মহিলা) ৰন্ধা-বঢ়া কৰে আৰু ভোজন কৰে। ইফালে নামঘৰ প্ৰাঙ্গণত বা নামঘৰ আহিৰ খোলাত দিনে-নিশাই গায়ন-বায়ন চলি থাকে। গায়ন-বায়নসকলৰ বাবে সুকীয়া খোলা থাকে আৰু সলনা-সলনিকৈ তেওঁলোকে ভোজন কৰে। ভোজনৰ অন্তত কাজৰ ৰাইজে গায়ন-বায়নৰ খোলাত অংশগ্ৰহণ কৰিব পাৰে। মৰাণসকলৰ ধৰ্মীয় সমাজ পৰিচালনা কৰা ভকতসকলক বিলনীয়া কাপোৰ (মান কাপোৰ) এডোখৰকৈ দান কৰা হয়। পুৱাৰ ভাগত গায়ন-বায়নৰ অন্ত পৰিলে মৃতকৰ সদগতিৰ অৰ্থে বৰবুঢ়াই আত্মীয়-কুটুম্ব তথা সকলো ৰাইজক সেৱা ল'বৰ বাবে নিৰ্দেশ দিয়ে। আত্মীয়-কুটুম্বসকলে তামোল-পাণৰ টোপোলাৰে ভকতসকলক সেৱা কৰি জাননী প্ৰাৰ্থনী কৰে আৰু বৰবুঢ়ায়ো সকলোকে কুশলে মংগলে ৰখা আৰু মৃতকৰ আত্মাৰ সদগতিৰ কামনা কৰে। ইয়াৰ পাছতেই সেইদিনাৰ কাজৰ অন্ত পৰে।

**মাছ খাৱনি :** মৰাণসকলৰ কোনো কোনো পৰিয়াল বা কোনো কোনো অঞ্চলৰ লোকে হাঁহ, পাৰ, মাছ আদিৰে যজ্ঞ পাতি ভোজভাতেৰে কাজ নাপাতে। নহ'লে অহা অতিথিসকলক ভোজভাত খোৱাই কাজৰ অনুৰূপ মাছখাৱনিহে পাতে।

অৱশ্যে দহাখন একেদৰেই থাকে।

**ন-পুৰুষৰ সকাম :** স্বৰ্গগামী হোৱা উপৰিপুৰুষক সোঁৱৰি উপৰিপুৰুষৰ পৰা আশীৰ্বাদ বিচাৰি গায়নে-বায়নে নামকীৰ্তন কৰি ন-পুৰুষৰ সকাম ৫/৭/৯ বছৰৰ মূৰত পতা হয়। ন-পুৰুষৰ সকামত কাছৰ মঙহেৰে-ভোজ-ভাত খুওৱা হয়।

**গ্ৰন্থ সম্পাদকৰ সংযোজন :**

১। ডেকা-জীয়ৰী বা সৰু ল'ৰা-ছোৱালী হ'লে দুই চাৰিজন ভকতক নিমন্ত্ৰণ জনাই সাধাৰণভাৱে তিলনি সামৰা হয়।

২। মাকৰ গাখীৰ খাই থকা ল'ৰা বা ছোৱালীৰ ক্ষেত্ৰত দুই চাৰিজন ভকতক মাতি চোৱা গুচোৱা হয় আৰু তামোল কাটি খায়েই সম্পন্ন কৰা হয়। মাহ, চাউল দিয়া নহয়।

৩। ঘৰৰ কোনো লোকৰ মৃত্যু হ'লে ঘৰখন চুৱা হৈ থাকে।

৪। চাঙীৰ শৱদেহৰ ওপৰত দিয়া বা মৈদামত পাৰি দিয়া কাপোৰবোৰ অলপকৈ হ'লেও ফালি দিয়া হয়।

৫। মৃতকৰ আত্মাই বৰদাং, বৰখাল আদি পাৰহৈহে পৰলোকলৈ যাব পাৰে বুলি বিশ্বাস কৰা হয়।

৬। অ-শৰণীয়া পুৰুষ বা মহিলাৰ দহা-কাজ পতা নহয়।

৭। বহু জনগোষ্ঠীৰ দৰে মৈদামত ভাত-পানী দিয়া নহয়।

৮। মাক দেউতাক মৰিলে চৰু পেলোৱা হয়।

৯। বংশৰ কোনো লোক মৰিলে এটা উধান পেলোৱা হয়।

১০। শৱ সৎকাৰ কৰি ঘৰলৈ আহি গা-পা ধুই খেৰৰ জুমুঠি বা তুঁহৰ জুইত হাত ভৰি সেকি ঘৰত সোমায়।

১১। মতা মানুহৰ ক্ষেত্ৰত চিতা সজাওঁতে পাঁচজাপ, মহিলাৰ ক্ষেত্ৰত তিনিজাপ, মহন্ত বংশৰ লোক হ'লে সাতজাপ আৰু সত্ৰাধিকাৰ হ'লে নজাপ খৰি জাপিব লাগে।

১২। সত্ৰাধিকাৰৰ কাজত - সত্ৰৰ বাটচ'ৰাৰ মুখত, ভেৰাৰ থান (মৈদাম)ৰ মুখত, দুটা নামঘৰত শয়নগৃহৰ মুখত মুঠ পাঁচযোৰ গায়ন-বায়ন গোৱা হয়। ইয়াৰে বাটচ'ৰাৰ মুখৰ আৰু শয়নগৃহৰ মুখৰ দুযোৰাই এজনকৈ গীত গাই সামৰিব আৰু বাকী তিনিযোৰা গোটেই ৰাতি গোৱা-বোৱা চলি থাকিব।

সম্পাদক

মৰাণ-মটক সমাজ সংস্কৃতি

# 'মৰাণ-বিহু'

## - ঐতিহ্য আৰু পৰম্পৰা

- গোলোক মৰাণ

'মৰাণ'সকলে - মূলতঃ উত্তৰ পূৱ কোণেৰে সৌমাৰ খণ্ডত প্ৰবেশ কৰি শদিয়াত বস-বাস কৰি কালক্ৰমে যোৰহাট জিলাৰ মাৰ্ণৌ বৰভেটিলৈকে বিয়পি পৰিছিল বুলি বিভিন্ন সময়ত বিভিন্ন বুৰঞ্জীবিদৰ ব্যাখ্যাৰ পৰাই থিৰাং কৰিব পৰা হয়। ঐৰাৱতী আৰু লোহিতেৰে ভটিয়াই আহি শদিয়া পোৱালৈকে যুগ যুগৰ অভিজ্ঞতা, বিশ্বাস, কৃষ্টি-সংস্কৃতিৰ বিষয়ে সঠিক একো নাজানিলেও সৌমাৰ খণ্ডত প্ৰবেশ কৰি সেই সময়ৰ বাসিন্দাসকলৰ শক্তি পূজাৰ থলি শদিয়াৰ কেঁচাইখাটী শালকেই কেন্দ্ৰ কৰি বিশ্বাস, কৃষ্টি-সংস্কৃতি গঢ়ি উঠিছিল এই কথা সত্য। শদিয়াৰ কেঁচাইখাটী শালত মৰাণসকলে বসন্তকালৰ এক শুভ ক্ষণ বাচি লৈ (জোনৰ মতে) নৰ-বলিৰেই দেৱী পূজাৰ নীতি প্ৰচলন কৰে (পিছলৈ মহ বলি)। এই বলি পূজাৰ দিনাই এক সমূহীয়া নৃত্যৰ আৰম্ভ কৰে। ইয়েই শেষলৈ কেৱল বিহুত পৰিণত হয়গৈ। বহাগৰ প্ৰথম বুধবাৰ দিনটো বলি পূজাৰ দিন ধাৰ্য্য কৰি লয়। আৰু সেই দিন ধৰি পৰৱৰ্তী দিনসমূহত শদিয়াৰ পৰা মাৰ্ণৌ বৰভেটিলৈকে এই ৰীতিয়েই চলি আছিল। সুদীৰ্ঘ কেইবা যুগ ধৰি এই ৰীতিতেই অৰ্থাৎ বহাগৰ প্ৰথম বুধবাৰে শালত বলি পূজা দি ডেকা-গাভৰুসকলে গীত-নৃত্য কৰি সাত দিন সাত ৰাতি বিহু কৰিছিল। মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰি শ্ৰীশ্ৰীচতুৰ্ভূজদেৱৰ দিনত মৰাণসকলৰ বিহুৰ দিন বাৰ আৰু তাৰিখৰ পৰিৱৰ্তন ঘটে। শদিয়াৰ কেঁচাইখাটী শালৰ পৰিৱৰ্তে সত্ৰৰ গুৰু ভকতৰ পৰাই বিহু নমোৱা ব্যৱস্থা হয়। অৱশ্যে শালৰ নৰবলিৰ আৰ্হিতেই সত্ৰত হাঁহ-ছাগলী আদি বলি দিয়া বিধান প্ৰৱৰ্তন হ'ল। বহাগৰ প্ৰথম বুধবাৰৰ পৰিৱৰ্তে দোমাহীত বিহু পতাৰ নিয়ম হ'ল। গীতেও কয়-

শ্ৰীচতুৰ্ভূজে দোমাহী পাতিলে
ভকতে কুবিছে গায়।

অষ্টভূজৰ দিনত বিদ্রোহীয়ে স্বৰ্গদেউ লক্ষ্মী সিংহৰ ৰাজপাট দখল কৰি ৰমাকান্তক ৰজা আৰু ৰাঘৱক বৰবৰুৱা পাতিলে। কিছুদিনৰ পিছত ৰজা ঘৰৰ সৈন্যাই সংক্রান্তিৰ দিনা বিহুৰ হুঁচৰি গোৱাৰ ছলেৰে বৰবৰুৱা ৰাঘৱ মৰাণ আৰু ৰজা ৰমাকান্তক হত্যা কৰি হেৰুৱা ৰাজপাট উদ্ধাৰ কৰিলে। শ্রীশ্রীঅষ্টভূজদেৱক সপুত্রকে হত্যা কৰিলে। এই ঘটনাই মৰাণসকলক মৰ্মাহত কৰি তোলে। বহাগৰ শুক্লা দশমীৰ দিনা গুৰুৰ দহদিনীয়া সম্পূৰ্ণ কৰি উঠিহে সেই বছৰ অনুষ্টুপীয়াকৈ বিহু ৰীতি পালন কৰে। সেই দিন ধৰি মৰাণসকলৰ বিহুৰ দিন-বাৰ সত্ৰত বা নামঘৰত গুৰুৰে ভকতে আলোচনা কৰি বহাগৰ শুক্লা দশমীৰ পিছৰ মঙ্গলবাৰে উৰুকা, বুধে গৰু বিহু নিৰ্দ্ধাৰণ কৰি বিহু পাতি আছিল।

হাচতি ঐ চ'ত বিচতি ঐ চ'ত
বুধে বৃৰচতি মঙলে উৰুকা
বিহু গৈ আছিলি ক'ত

**বিহু কৰাৰ পদ্ধতি :-** কেঁচাইখাটী শালৰ বলি পূজাৰ দিনা বিভিন্ন ঠাইৰ পৰা যোৱা ডেকা-গাভৰুসকলে নৃত্য-গীতেৰে বিহু নমাই বাকী কেইদিন নিজ নিজ গাঁৱত সাত দিন সাত ৰাতি বিহু কৰে। বলি পূজাৰ দিনা মহ বলিৰ মঙহ এখিলা কলপাতত ডেকা-গাভৰুসকলক সমূহীয়াকৈ খাবলৈ দিয়ে। ডেকাই ডেকাৰ ভাগে আৰু গাভৰুৱে গাভৰুৰ ভাগে দুফালে বহে। খাওঁতে কলপাতৰ ঠাৰি ডালৰ সিপাৰৰ মাংস আনি খোৱা নিষেধ। তাকে কৰিলে গোসানী অসন্তুষ্ট হয়। সেই বিশ্বাস আজিও দেখিবলৈ পোৱা যায়। ৰাতি বিহুৰ ঘৰত গাঁৱত বিহুৱা ডেকাসকলে বিহুৰ আগদিনাই সাজি উলিওৱা বিহুঘৰৰ মাজত এটা চতিৰে দুকোঠালি কৰে। একোঠালিত ডেকাই আৰু আন কোঠালিত গাভৰুৱে বিহু মাৰে। মাজৰ চতিটো পাৰ হৈ ডেকাই গাভৰুৰ ওচৰলৈ, গাভৰুৱে ডেকাৰ ওচৰলৈ যোৱা নিষেধ। এই বিশ্বাসৰ ফলতেই সাতদিন সাতৰাতি ডেকা-গাভৰুৱে মিলিজুলি বিহু মৰা সম্ভৱ হয়। উল্লেখযোগ্য যে ৰাতি বিহু গোৱা নিয়ম বৰ্তমান প্ৰায় উঠি গৈছে। গাভৰুসকলে কেৱল দিনৰ ভাগতহে বিহুঘৰত বিহু গায়।

**দিন-বাৰ :** নামঘৰত গুৰুভকতে আলোচনা কৰি দিন-বাৰ নিৰ্দ্ধাৰণ কৰে। দিন-বাৰ নিৰ্দ্ধাৰণ কৰোতে পূৰ্বৰ কেঁচাইখাটী শালৰ বলি পূজাৰ পৰম্পৰা আৰু ঐতিহাসিক ঘটনাসমূহলৈ লক্ষ্য ৰাখিহে পিছৰ মঙলবাৰ আৰু বুধবাৰটো লোৱা হয়। গুৰু ভকতৰ নিৰ্দেশ পালেহে বিহুৰ প্ৰস্তুতি চলে।

মঙলবাৰে উৰুকাৰ দিনা ঘৰ-চোতাল পৰিস্কাৰ কৰা, পিছৰ দিনাৰ বাবে

মাখিয়তি, ছাঁট মাৰি, লাও-বেঙেনা, হালধী যোগাৰ কৰা, বোৱাৰীসকলে আখলত প্ৰয়োজনীয় বস্তু যোগাৰ কৰাই প্ৰধান কাম। উক্কাৰ দিনা মাটি খোদ্দে বাবে ঘৰ মুচিবৰ বাবে আগদিনাই মাটি খান্দি থয়।

**বুধবাৰে গৰু বিহু :-** অন্যান্যসকলৰ দৰেই আৰ্য্য সংস্কৃতিৰ প্ৰভাৱত মৰাণসকলেও একেদৰেই গৰু বিহু পালন কৰিবলৈ লয়। পুৱা গোহালিত গৰু-মহক মাহ-হালধিৰে গা ধোৱাই মাখিয়তি ছাট মাৰিবে নিয়ম পালন কৰি বছৰটোৰ বাবে মঙ্গল কামনা কৰে। খেতিৰ সঁজুলিসমূহক পিঠা-পনা খুৱায়। পুৰুষসকলে কণী যুঁজ কৰে। গধূলি নতুন পঘাৰে গৰু-মহক বান্ধি গোহালিত, পদূলিমুখত জাক দিয়ে। গৰুক পিঠা খুৱায়। ডেকাসকলে ঘৰে ঘৰে গৈ ৰাতি বিহুৰ বাবে ছোৱালী খোজে। গুৰু-ভকতক সেৱা কৰি ডেকা-গাভৰুৱে বিহু নমায়

**বৃহস্পতিবাৰে মানুহ বিহু :-** পুৱাই জ্যেষ্ঠসকলক সেৱা সংকাৰ কৰি পিঠা-পনাৰে দিনটো আৰম্ভ কৰে। বিহুৱান দিয়ে, ইঘৰে-সিঘৰে গৈ পিঠা-পনা খায়। পূৰ্বে ডেকাসকলে সাজি থোৱা বিহুঘৰত বিহু মাৰে। সন্ধিয়া বিহু ভাগে; গাভৰুসকল ঘৰলৈ যায়। ডেকাসকলে ৰাতি বিহু গাবলৈ আগদিনাই খুজি থোৱা মতে দায়িত্ব লৈ গাভৰুসকলক ঘৰে ঘৰে গৈ লৈ আহে। পুৱালৈকে বিহু চলে। এইদৰে গাওঁভেদে সাত দিন, ন দিন, এঘাৰ দিন পৰ্য্যন্ত বিহু চলে।

**শুকুৰবাৰ :-** জী-জোঁৱাই শহুৰৰ ঘৰলৈ যোৱাৰ দিন। সোমবাৰে সত্ৰত তিথি পাতে। ভকতসকলে গায়নে-বায়নে নাম-কীৰ্ত্তন কৰে। ডেকা-গাভৰুসকলে বিহুঘৰৰ পৰা আহি নামঘৰৰ ওচৰত সমূহীয়াকৈ বিহু গায়। বিয়লি ভকত সেৱা কৰি বছৰটোলৈ বিহু বিদায় দিয়ে অৰ্থাৎ বিহু উকৰায়। পূৰ্বতে শদিয়াৰ কেঁচাইখাতী শালত এইদৰেই বিহু নমায় আৰম্ভ কৰিছিল আৰু বিহু উকৰাইছিল। সেই পদ্ধতি বৰ্তমান নামঘৰতেই কৰি আহিছে।

**বিহুৰ বাদ্যযন্ত্ৰ :-**

**ঢোল :-** অতীততে কেঁচাইখাটী শালত বলি পূজাৰ দিনা মৰাণসকলে এটি ঘনবাদ্য ব্যৱহাৰ কৰিছিল। এই নৃত্যত ব্যৱহাৰ কৰা ঘন বাদ্যটিয়েই 'ঢোল'। বেন্, বেন্ বেন্ চাক্, তিবে নিতি বেন্ চাক্/বোলেৰে বলিপূজাৰ সময়ত বজোৱা সেই চেওঁ (গহীন মাতৰ) মৰাণসকলৰ মাজত আজিও চলি আছে। ইতিহাসে ঢুকি নোপোৱাৰ দিনতেই শদিয়াৰ কেঁচাইখাটী শালত প্ৰতিষ্ঠা কৰা হৈছিল মৰাণৰ ঢোল আৰু চেওঁ।

১৩ শতিকাত চাওলুং চুকাফাই পাটকাই পাৰহৈ সৌমাৰ বগুলৈ আহি

প্ৰথমেই মৰাণৰ ৰজা বদৌচাৰ ঘৰত আতিথ্য গ্ৰহণ কৰি ক্ৰমে জোঁৱাই হৈ ৰাজপাত অধিকাৰ কৰিলে। জোঁৱায়েকৰ ৰাজ অভিষেকৰ দিনা ৰজাই এশ ঢুলীয়াক ঢোল বজোৱাইছিল বুলি প্ৰবাদ আছে। মৰাণসকলৰ ঢোলৰ চেওঁ, ঢোলৰ আকাৰ অসমৰ আন জনগোষ্ঠীৰ সৈতে কিছু পাৰ্থক্য আছে। মৰাণসকলৰ ঢোল সাধাৰণতে ডাঙৰ। ঢোলৰ চাপৰ শুনিলেই ধৰিব পাৰি সেয়া কোনোবা মৰাণ ঢুলিয়াই বজাইছে। ঢোলৰ মাতটো হ'ব গহীন-গম্ভীৰ (টিমালয়) - বুকু গম্‌গমাই যোৱা শব্দ।

মৰাণসকলে তাহানিৰ পৰা সৌ-সিদিনালৈকে নিজেই জন্তুৰ ছালেৰে ঢোলৰ চাউঁনি কৰি লৈছিল। বিহুৰ গীতেওঁ কৈছে -

*মৰাণৰ মুছিয়া        ঘৰত নাইকিয়া*

*ঢোল চাই দিব কোনে ?*

স্বৰ্গদেউ ৰুদ্ৰ সিংহৰ দিনত ৰংঘৰৰ বাকৰিত প্ৰথম মুকলি বিহু ৰাজহুৱাভাৱে অনুষ্ঠিত হয়। এক কথাত সি আছিল বিহু প্ৰতিযোগিতা। প্ৰতিযোগিতাত অংশগ্ৰহণ কৰিবলৈ সুবিধা হোৱাকৈ এদিন ঢোলৰ আকাৰ ক্ৰমে সৰু হ'ল, চেঁৱৰ গতি খৰ হ'ল। এইদৰেই শদিয়াৰ কেঁচাইখাটী শালৰ মৰাণসকলৰ সেই ঢোলটোৱেও কাল আৰু সমাজ বিৱৰ্তনৰ ফলত আকাৰ, বুল আৰু লয়ৰ সামান্য পৰিৱৰ্তন হ'ল। যদিও দেউৰী, মিচিংসকলৰ দৰেই আজিও মৰাণসকলৰ ঢোলেও স্বকীয়তা বজাই ৰাখিছে।

মৰাণসকলৰ ঢোলৰ চেওঁসমূহ আজিও মুখে মুখে চলি থকাৰ ফলত ঠাই ভেদে সামান্য অদল-বদল হৈছে। তলত কেইটিমান ঢোলৰ চেওঁ উল্লেখ কৰিলো-

**চুটি চাপৰ :**- ঘিন্ খিতি তিঘিন্ জাং ঘিন্ ঘিন্ জাং জাং, তিঘিন্ ৰিঘিন্ জাং জাং, বাতুল্ ফুটা তিঘিন জাং ঘিন্ ঘিন্ জাং জাং তিঘিন্ ৰিঘিন্ জাং জাং, বাতুল ফুটা তিঘিন্ জাং ঘিন্জাং তিঘিন্ জাং ঘিন্।

**লাট :**- (ঘিন্) ঘিন্ তিঘিন্ জাং জাং, তিঘিনিতি গিঘিন্ জাং, ঘিন্ তিঘিন্ খিতি ঘিন্ তিঘিন্ ৰিঘিন্ খাটি ঘিন্ তিঘিনিতি গিঘিন্ জাং ঘিন, ঘিন্ তিঘিন্ নিতি ঘিন্ তিঘিন্ জাং ঘিন্, ঘিন্জাং তিঘিন্ জাং ধুন ভুতা ধুন্ জাং, জাং ঘিন্ তিঘিন্ জাং ৰিঘিন্ জাং ধুন্ ভুতা ধুন্ জাং, জাং ঘিন্ তিঘিন্ ৰিঘিন্ খাতি ঘিন্ তিঘিনিতি গিঘিন্ জাং ধুন্ ভুতা ধুন জাং, ধুন ভুতা ধুন জাং জিজাং অতি জাং ধুন জাং

তিঘিন্ ৰিঘিন জাং ঘিন্ জাং ধুন ভুতা ধুন জাং, জাং ঘিন্ তিঘিন্ জাং ধুন্ জাং জিজাং অতি জাং জাং, তিঘিনিতা ঘিন্ ঘিনা খাতি ঘিন্ জাং ঘিন তিঘিনিতি ঘিন্ তিঘিন্ নিতি ঘিন্ জাং.... ঘিন্।

(ঘিন্ খাতি ঘিন্ জাং তিঘিনিতি ঘিন্ জাং তিঘিনতি ঘিন জাং খাতি ঘিনা গোপ্ জাং ঘিনি তিঘিন্ জাং)[২] ঘিনি তিঘিন্ নিতি ঘিন্ জাং তিঘিন্ নিতি ঘিন্ তিঘিন্ বিঘিন্ গিঘিন্ জাং জাং, (ঘিন্ জাং জাং, ঘিন্ জাং জাং, ঘিন্ তিঘিন্ নিতি ঘিন্ তিঘিন্ বিঘিন্ জাং, ধুন তুতা ধুন্ জাং জিজাং অতি জাং জাং)[২] (ঘিন্ জাং খাতি ঘিন জাং)[২] ঘিন্ জাং, ঘিন্ জাং ঘিন্ ঘিনা গোপ্ জাং বাতুল্ ফুটা তিঘিন্ জাং ঘিন জাং তিঘিন্ জাং ঘি-ন্ ॥

**চুটি চাপৰ :-** ঘিন্ ঘিন্ ঘিন্ খাতি তিঘিন্ জাং কইনা ঘলে কেনি জাং, তাতৰ খুটা ভাঙি জাং, বাতুল্ ফুটা তিঘিন্ জাং কৈনা ঘলে কোনি জাং তাঁতৰ খুটা ভাঙি জাং বাতুল ফুটা তিঘিন্ জাং ঘিন্ জাং তিঘিন্ জাং ঘিন।

**লাট :-** ঘিনি তিঘিন জাং জাং, তিঘিনিতি গিঘিন্ জাং ঘিন্ তিঘিন নিতি ঘিন তিঘিন বিঘিন খাতি ঘিন্ তিঘি নিতি গিঘিন জাং জাং, ঘিন্ তিঘিন্ নিতি ঘিন্ তিঘিন জাং জাং ঘিন্, ঘিন জাং তিঘিন জাং ধুন তুতা ধুন জাং, জাং ঘিন্ তিঘিনিতি গিঘিন জাং ধুন তুতা ধুন জাং, জাং ঘিন তিঘিন্ বিঘিন্ খাতি ঘিন্ তিঘিনিতি গিঘিন্ জাং ধুন তুতা ধুন জাং ধুন তুতা ধুন জাং জিজাং অতি জাং ধুন জাং।

১। তিঘিন্ বিঘিন্ জাং ঘিন্ জাং ধুন্ তুতা ধুন জাং, জাং ঘিন্ তিঘিন জাং ধুন জাং জিজাং অতি জাং জাং তিঘিনিতি ঘিন ঘিনা খাতি ঘিন্ জাং ঘিন্ তিঘিনিতি ঘিন্ তিঘিন নিতি ঘিন জাং - (ঘিন্ খাতি ঘিন জাং তিঘিনিতি ঘিন জাং তিঘিনিতি, গিঘিনিত্ গিঘিনিত্ জাং)[২] (ঘিন্ তিঘি নিত্তি জাং ধুন্ জাং জাং)[২] ঘিন্ তিঘিনিত্ জাং খাতি তিঘিনিত জাং ধুন জাং জাং, ঘিন্... জাং, তিঘিন্... জাং, তিঘিন বিঘিন গিঘিন্ জাং... ঘিন্।

২। ঘিন্ ঘিন্ ঘিন্ খিতি তিঘিন্ জাং ঘিন্ ঘিনা বাতুল্ ফুটা, খাতি ঘিনা বাতুল্ ফুটা, বাতুল্ ফুটা তিঘিন্ জাং ঘিন্ঘিনা বাতুল্ ফুটা, খাতি ঘিনা বাতুল্ ফুটা, বাতুল্ ফুটা তিঘিন্ জাং ঘিন্ জাং তিঘিন জাং ঘিন্।

ঘিনি তিঘিন্ জাং জাং তিঘিনিতি গিঘিন্ জাং ঘিন্ তিঘিন্ নিতি ঘিন তিঘিন্ বিঘিন্ খাতি ঘিন্, তিঘিনিতি গিঘিন্ জাং জাং, ঘিন্ তিঘি নিতি ঘিন্ বিঘিন্ জাং জাং, ঘিন্ জাং তিঘিন জাং ধুন তুতা ধুন জাং, জাং ঘিন্ তিঘিন্ বিঘিন্ খাতি ঘিন্ তিঘিনিতি বিঘিন জাং ধুন তুতা ধুন জাং ধুন তুতা ধুন জাং জিজাং অতি জাং... ধুন্.... জাং

৩। তিঘিন্ বিঘিন্ জাং ঘিন জাং ধুন তুতা ধুন জাং, জাং ঘিন্ তিঘিন জাং ধুন জাং জিজাং অতি জাং জাং, তিঘিনিতি ঘিন ঘিনা খাতি ঘিন্ জাং ঘিন্ তিঘিনিতি ঘিন

ঘিনা খাতি ঘিন জাং ঘিন তিঘিনিতি ঘিন্ তিঘিন ৰিঘিন্ জাং ঘিন্ ঘিন্ খাতি ঘিন্ জাং তিঘিনিতি ঘিন জাং খাতি ঘিন তিঘিন্ জাং ঘিন্ জাং ঘিনা ঘুপ্ জাং ঘুপ্ লুঘুপ্ জাং ঘিন্ জাং তিঘিন্ জাং ঘিন্।

৪। ঘিন্ ঘিন্ ঘিন্ খিতি তিঘিন্ জাং ধুন্ তুতা ধুন জাং, জিজাং অতি জাং জাং, ধুন তুতা ধুন জাং জিজাং অতি জাং জাং খিত্ ঘিন্ খিতা তিঘিন্ জাং, (ধুন্ তুতা ধুন্ জাং, জিজাং অতি জাং জাং)[২] খিত্ ঘিন্ খিতা তিঘিন্ জাং ঘিন্ জাং তিঘিন্ জাং ঘিন্;

ঘিনি তিঘিন্ জাং জাং, তিঘিনিতি তিঘিন্ জাং ঘিন্ তিঘিন নিতি ঘিন্ তিঘিন্ ৰিঘিন্ খাতি ঘিন্ তিঘিনিতি গিঘিন্ জাং জাং, ঘিন্ তিঘিন্ নিতি ঘিন্ গিঘিন জাং জাং, ঘিন্ জাং তিঘিন্ জাং ধুন তুতা ধুন্ জাং, জাং ঘিন্ তিঘিনিতি গিঘিন জাং, ধুন্ তুতা ধুন জাং, জাং ঘিন্ তিঘিন্ ৰিঘিন খাতি ঘিন্ তিঘিনিতি ৰিঘিন্ জাং ধুন তুতা ধুন জাং ধুন্ তুতা ধুন্ জাং জিজাং অতি জাং, ধুন্ জাং।

৫। (ঘিন্ জাং ধুন্ জাং ধুন্ ধুন্ জাং জাং, তিঘিন্ জাং ধুন্ জাং ধুন ধুন্ জাং জাং)[২] ঘিন্ জাং ধুন্ জাং তিঘিন্ জাং ধুন্ জাং তিঘিন্ ৰিঘিন্ গিঘিন্ জাং জাং।

ঘিন্ তিঘিন্ জাং জাং, তিঘিনিতি গিঘিন্ জাং ঘিন্ তিঘিন্ নিতি ঘিন্ ৰিঘিন্ খাতি ঘিন তিঘিনিতি গিঘিন জাং জাং, ঘিন তিঘিন্ নিতি ঘিন্ তিঘিন্ জাং ঘিন্, ঘিন্ জাং তিঘিন্ জাং ধুন্ তুতা ধুন্ জাং, জাং ঘিন্ তিঘিন ৰিঘিন খাতি ঘিন্ তিঘিনিতি গিঘিন্ জাং জাং, ধুন তুতা ধুন্ জাং ধুন তুতা ধুন্ জাং জিজাং অতি জাং ধুন্ জাং।

৬। ঘিন্ খাতি তিঘিন্ জাং তাক্ তাক্ ঘিন্ ঘিন্ তাক্ তাক্ ঘিন্ ঘিন্ তাক্ ঘিন্ তাক্ ঘিন্ তিঘিন্ ৰিঘিন্ জাং জাং, ধুন্তুতা ধুন্ জাং জিজাং অতি জাং জাং, বাতুল ফুতা তিঘিন জাং তাক্ তাক্ ঘিন্ ঘিন্ তাক তাক্ ঘিন্ ঘিন্ তাক্ ঘিন তাক্ ঘিন তিঘিন্ ৰিঘিন্ জাং জাং ধুন্ তুতা ধুন্ জাং জিজাং অতি জাং, বাতুল ফুতা তিঘিন্ জাং, জাং তিঘিনিতি ঘিন্ জাং...।

৭। ঘিন্ তিঘিন্ নিতি ঘিন্ জাং জাং জাং,

ঘিন্ তিঘিন্ নিতি ঘিন্ জাং জাং জাং,

ঘিন্ তিঘিন্ নিতি ঘিন জাং তিঘিন্ নিতি ঘিন্ তিঘিন্ ৰিঘিন্ গিঘিন্ জাং জাং, ঘিনি তিঘিন্ জাং জাং তিঘিনিতি গিঘিন্ জাং ঘিনি তিঘিনিতি ঘিন্ তিঘিন্ নিতি ঘিন্ তিঘিন্ জাং জাং, ঘিন্ জাং তিঘিন্ জাং ধুনতুতা ধুন্ জাং, জাং ঘিন্ তিঘিন্ ৰিঘিন্ খাতি ঘিন্ তিঘিনিতি গিঘিন্ জাং, ধুন্তুতা ধুন্ জাং, ধুন্তুতা ধুন্ জাং জিজাং অতি জাং ধুন্ জাং;

তিঘিন্ ৰিঘিন্ জাং, ধিন্ জাং ধুন্ তুতা ধুন জাং জাং ঘিন তিঘিন্ জাং ধুন্ জাং জিজাং অতি জাং জাং তিঘিনিতা ঘিন্ ঘিনা খাতি ঘিন্ জাং ঘিন তিঘিনিতি ঘিন্ তিঘিনিতি ঘিন্ জাং ঘিন্, ঘিন্ জাং, তিঘিন জাং, তিঘিন ৰিঘিন গিঘিন্ জাং ঘিন্।

বিঃদ্রঃ - ঢোলৰ বোলসমূহ মুখে মুখে বাগাৰি আহোতে ঢুলীয়াই কোৱা মতেই লিখা হৈছে। ডাঙৰ ঢোলৰ গহীন মাতত তদ্রূপ শুনা যায় যদিও প্ৰতি শব্দ উল্লেখ কৰা হ'ল।

| | উল্লেখ আছে | হ'ব লাগে |
|---|---|---|
| ১। | বাতুল ফুটা | খিত্ ঘিন্ খিত্তা |
| ২। | ধুন তুতা | ধিন তিতা |
| ৩। | কৈনা ঘলে কেনি জাং | খিত্ ঘিন্ খিতা তিঘিন জাং |
| | তাঁতৰ খুটা ভাঙি জাং | ঐ |
| ৪। | গিঘিন-ৰিঘিন | তিঘিন-তিঘিন্ |
| ৫। | ঘিনা খাতি | ঘিন্ খিতি |

(শ্ৰীউমেশ বৰুৱা (চেঙাপথাৰ)ৰ মুখৰ পৰা সংগ্ৰহ কৰা।)

**পেঁপা :-** ধেনুভিৰীয়া ম'হৰ শিঙৰ আগছোৱা লৈ বাঁহৰ চুপহি তিনিটা বিন্ধাৰ নলীচাৰে বজোৱা এবিধ শিশিৰ বাদ্য। বিহুত বিশেষ সুৰৰ উপৰিও বিহু গীতৰ সুৰত বজায়। গৰখীয়াসকলে গৰু চৰাওঁতে, মহৰ পিঠিত বজোৱা এই বাদ্যটিয়ে বিহুলৈ আহি বিশেষ স্থান লাভ কৰিলে।

**হুতুলি :** মৰাণসকলে হুতুলি বজাল বাঁহৰ পৰা তৈয়াৰ কৰি লয়। দুটা গাঁঠিৰ মাজৰ অংশত তিনি-চাৰিটা বিন্ধাৰে আঙুলি বোলায়। ওপৰৰ গাঠিৰ পৰা প্ৰায় তিনি ইঞ্চিমানত কাটি মুখেৰে ফু দি বজায়। ওপৰৰ গাঠিৰ মাজতে সামান্য অংশ কাটি জেতু পাত বা বজাল পাত এখন বান্ধি লয়। ইয়াক বিহু গীতৰ সুৰত বজায়। (বৰ্তমান ব্যৱহাৰ কৰা বাঁহীটো আৰ্য্যায়নৰ পাছৰ পৰাহে ব্যৱহাৰ হৈছে।)

**টকা :-** দুটা গাঠি থকা বাঁহ ফালি বজোৱা এবিধ তত বাদ্য। বিহু গীতৰ তাল ৰাখিবলৈ ব্যৱহাৰ কৰা হয়।

ইয়াৰ উপৰিও গৰখীয়া বাদ্য বীণ আৰু ঢোটঙে বিহুত স্থান নেপালেও বিহুত অংশগ্ৰহণ নকৰা ডেকাসকলে বিহুঘৰৰ পৰা আঁতৰত লগলাগি বজাই আনন্দ কৰে।

**বিহুৰ নাচোন ভংগী :-** মৰাণসকলৰ বিহুৰ নাচোন ভংগী দুটা। কঁকালত দুয়ো হাত থৈ আগফালে সামান্য হালি তালে তালে কঁকাল ভঙা আৰু কান্ধৰ

ওপৰলৈ হাত মেলি সৰু গাঠি ভাঙি নচা।

নাচৰ যোজনা গোৱাৰ সময়ত ককালত হাত দি বা হাত মেলি এই দুয়োটা ভংগীতেই বতাহত গছৰ ডাল হালি-জালি কৰাৰ দৰে হালি জালি মাৰি নচাৰ এক বিশেষ ভংগীৰে নাচে। ইয়াৰ ওপৰিও বহু ধৰণৰ খোজ-কাটল আছে। মৰাণ বিহুনাচ মূলত কেন্দ্ৰমুখী হৈ ঘূৰণীয়া আকাৰত জাক পাতি নাচে। প্ৰথমেই ডেকা-গাভৰুৱে ভাগে ভাগে ঘূৰণীয়া হৈ পদ জুৰে পিছত বিহুগীতত নাচে। বৰ্তমান দুটা পদ্ধতিৰে মৰাণ ডেকা-গাভৰুৱে বিহু কৰে। ৰাতি বিহুত ডেকাই ডেকা ভাগে আৰু গাভৰুৱে গাভৰুভাগে বিহুঘৰত ঘূৰণীয়া হৈ পদ গাই আৰু নাচে। ডেকাসকলেও ঢোল তাল লৈ এনেদৰেই নাচে। গাভৰুসকলে বাঁহৰ টকা ব্যৱহাৰ কৰে। মাজনিশা আৰু দিনৰ ভাগত পদ গোৱা বাদ দি বিহু গীত গাই নাচে। ডেকাই গাই গাভৰুৱে নাচে। জোৰা নামৰ মাধ্যমেৰে ডেকা-গাভৰুৱে মনৰ ভাব ব্যক্ত কৰে। আনটো পদ্ধতি হ'ল কেৱল দিনৰ ভাগত গাভৰুৱে এনেধৰণৰ বিহু কৰে। ডেকাসকলে নিৰ্দিষ্ট সীমাৰ বাহিৰত থাকিলে গাভৰুসকলে টকা দি বিহুগীত গাবলৈ আহ্বান জনায় যোৰা নাম গাই। তাৎপৰ্য্যপূৰ্ণ যে বিহু উৰুৱাই ডেকাসকলে গাভৰুসকলক গৃহস্থৰ ঘৰে ঘৰে গতাই নিদিয়া পৰ্য্যন্ত ডেকা-গাভৰুৰ মিলন হ'ব নোৱাৰে।

**গীত -পদ :-** মৰাণসকলৰ বিহুগীত সাধাৰণতে প্ৰকৃতিৰ বৰ্ণনা, সৃষ্টি ধৰ্মী আৰু ডেকা-গাভৰুৰ প্ৰণয়ৰ ভাব প্ৰকাশক। ডেকাসকলে বিহুগীতত গাই "হাঁচতি ঐ চ'ত/বিচতি ঐ চ'ত/ বুধে গৰুবিহু, মঙলে উৰুকা/ বিহু গৈ আছিলি ক'ত। গাভৰুৱে গায় - "নাঙলতে হালিজালি পদূলিতে ভৰি জালি/ বিচনী মইনা দৈ/ আহ যাওঁ ওমলোগৈ।" "ঠেৰেঙু কলীয়া হ'ল ঐ খোলাতে গধূলি হ'ল ঐ/ ৰিহাৰে কাচলি মাৰ হালি জালি/ বহাগে মুকলি হ'ল ঐ।

পৰৱৰ্তী সময়ত পদ-গীত সমূহত আৰ্য্যায়নৰ প্ৰভাৱ পৰে। "গ'ল কুজী গ'ল চন্দন পিন্ধাবলৈ গ'ল/ কৃষ্ণাইক লগে পায় কুজি ধমনী বাই/ ষোড়শী গাভৰু হ'ল।" "কৃষ্ণাই গ'ল ফুলে পাৰিবলৈ/ কৃষ্ণাই চুৰীয়া পাৰি হালধীয়া ইত্যাদি।"

বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰাৰ পিছত বিহু সম্পূৰ্ণ ৰূপে ধৰ্মীয় অনুষ্ঠানৰ লগত সাঙুৰ খাই পৰাত বিহু পদত ইয়াৰ প্ৰভাৱ সুস্পষ্ট হৈ পৰে।

*শংকৰ চ'তি মাধৱ মাৱলি*
*লগায় হৰিনামে খুটা ঐ*
*গোপাল গোবিন্দাই ৰাম।*

*শ্ৰীচতুৰ্ভূজে দোমাহী পাতিলে*
*ভকতে ফুৰিছে গাই ।*
*গেৰ গেকৰা পাতেৰে অ হৈ ৰাম*
*বিহুঘৰ সাজিলে অ হৈ ৰাম ...*

ডেকা-গাভৰুৱে বিহুত গোৱা বিহুগীতসমূহ সাধাৰণতে প্ৰণয়ৰ গীত। বাস্তৱ জীৱনত জীৱন-জীৱিকাৰ নানান ঘাত-প্ৰতিঘাত মিলনৰ হেঁপাহ ইত্যাদি প্ৰকাশেই প্ৰধান বিষয়বস্তু। শ্লীল অশ্লীলৰ বিচাৰ বিশেষ নাই। অতীতৰ মঙ্গোলীয়সকলৰ দৰেই মৰাণসকলৰ মাজতো ডেকা চাং আৰু গাভৰু চাংৰ ব্যৱস্থা আছিল। সেই ডেকা-গাভৰুৰ চাংসমূহেই বিহুগীতৰ সৃষ্টিৰ উৎস। ডেকাসকলে নিজৰ পচন্দৰ গাভৰুজনীৰ সান্নিধ্যৰ বাবে ব্যাকুল হৈ বিহুগীতৰ মাজেৰে মনৰ ভাব ব্যক্ত কৰে। গাভৰুৱেও বিহু গীতেৰে প্ৰত্যুত্তৰ দিয়ে। এই অৱস্থাৰ পূৰ্ণ প্ৰতিফলন ঘটে বিহুতলীত গোৱা জোৰানামৰ সময়ত।

*কেতক ভাগি থাক ভগাকৈ জেওৰা*
*লোকে খৰি পুৰি খায়।*
*কেতক গুণভাৱ মাৰবে কথাকে*
*যৌৱনটো ভটিয়াই যায়। (১)*
*চৰাই লৈ বুলি        চিটিকা পাতিলোং*
*দৰিকলৈ পাতিলোং জাখি*
*উঘা পকোৱাদি        পকাই মই সুধিলোং*
*মনৰ কথা নকলি খুলি।*

ইত্যাদিবোৰ ডেকাৰ দৈনন্দিন কামৰ মাজেৰে সৃষ্টি হোৱা গীত। কন্দেকীয়া অভিমানতো গীতৰ সৃষ্টি হয়।

*আগতে শুনালোং      চেলেং চাবি কাঠি*
*এতিয়া কাটিছ পাঁজি ।*
*নালাগে নালাগে        চেলেং চাবি কাঠি*
*পালোং তোতকৈও কাজী ॥*
*হাবিৰ হাড়েকটা        দি যাং বালি ভেটা*
*জোনা শামুকৰ চূণ ।*
*খাই পাহৰিলি          হাতৰ কটা তামোল*
*লৈ পাহৰিলি গুণ ॥ ইত্যাদি*

*ডালৰ নেমুটেঙা ডালত মৰহিলে*
*বেৰত ঘূণে খালে বীণ।*
*জীয়া যৌৱন হাতত লৈ মাৰবে ঘৰতে*
*অবাবত কটাইচ দিন ॥*
*ৰাতি সোঁমজিয়া যাম তোৰ ঘৰলে*
*সাৰে পাই থাকিবি শুই ।*
*লাহেকৈ ওঠিবি ফুঁ মাৰি জ্বলাবি*
*ফলিয়া তুঁহৰে জুই ॥*
*ৰাতি সোঁমজিয়া নাহিবি চেনাইটি*
*কেকায়ে পাবহি দেখি ।*
*ভূঁইৰে তণ্ডিতে অকলে থাকোতে*
*হেদাঙে হেদাঙে যাবি ॥*

গীতবোৰত অশ্লীলতাৰ গোন্ধ থাকিলেও ই কিন্তু সেইসময়ৰ বাস্তব জীৱনৰ প্ৰতিচ্ছবিহে।

**হুঁচৰি :** মৰাণসকলৰ মাজত অতীজতে হুঁচৰি গোৱা নিয়ম নাছিল। বৈষ্ণৱ ধৰ্ম গ্ৰহণৰ পাছত ধৰ্মীয় ভাৱৰ লগত সম্পৰ্ক ৰক্ষা কৰি সম্পূৰ্ণ ভক্তি ভাৱত ধৰ্ম হুঁচৰি পাঁচ/সাত বছৰৰ মূৰে মূৰে গোৱাৰ নিয়ম হয়। হুঁচৰি গোৱাৰ দিনকেইটাত ডেকাসকলে খোৱা-বোৱা, পিন্ধা সকলোতে বিশেষ ধৰাবন্ধা নীতিৰ ভিতৰত থাকিবলগা হয়। ধৰ্মহুচৰিত বিহুভনীত গোৱা ডেকা-গাভৰুৰ মনৰ ভাৱপ্ৰকাশক গীতৰ স্থান নাই। প্ৰথমে ভক্তিমূলক পদেৰে ঘূৰণীয়াকৈ পাঁচ/সাতটা খোজত ঘূৰি ঘূৰি ঢোল-তাল লৈ গায়। পিছত ফুলকোঁৱৰ, মণিকোঁৱৰৰ গীতো গাই চক্ৰাকাৰে নাচে। পিন্ধনত চুৰীয়া, মূৰত ককালতেকে বৈ পৰা দীঘল পাগুৰী পৰিধান কৰাটো বাধ্যতামূলক।

*পদ :- ৰাম.......*
*বৈকুণ্ঠৰে পৰা অ' হৈ ৰাম*
*গোসাঁই নামি আহে অ' হৈ ৰাম ।*
*ভকতে ধৰিলে বেৰি ৰামে হৰি*
*গোপাল গোবিন্দাই ৰাম॥*
*ৰাম .........*
*শ্ৰীচতুৰ্ভূজে অ' হৈ ৰাম*

*দোমাহী পাতিলে অ' হৈ ৰাম।*
*ভকতে ফুৰিছে গাই ৰাম হৰি*
*গোপাল গোবিন্দাই ৰাম॥ ইত্যাদি।*

১৯৭২ চনত স্বৰ্গীয় শ্ৰীশ্ৰী লিহিং চন্দ্ৰ মহন্তৰ নেতৃত্বত হাতীগড় (কাকপথাৰ) সত্ৰৰ নামঘৰত সকলো সত্ৰৰ প্ৰতিনিধি আৰু অসম মৰাণ সভাৰ প্ৰতিনিধিৰ উপস্থিতিত মৰাণসকলৰ জাতীয় বিহু কৃষ্টি-সংস্কৃতিৰ পৰম্পৰা ৰক্ষা কৰি কিছু সংস্কাৰ কৰাৰ সিদ্ধান্ত কৰা হয়। বহাগৰ শুক্লা দশমীৰ পাছৰ মঙ্গলবাৰৰ পৰা অনুষ্ঠিত হৈ অহা মৰাণসকলৰ বিহুখন আগুৱাই আনি চ'তৰ সংক্ৰান্তিৰ পাছৰ মঙ্গল-বুধৰ পৰা বিহু পতাৰ সিদ্ধান্ত হয়। ⌐⌐

# মৰাণ বিহুৰ বিহুগীত

নৱ কুমাৰ মৰাণ (ন'ভা)

অসমৰ সৌমাৰখণ্ডত বসবাস কৰি অহা অন্যান্য জাতি-জনগোষ্ঠীসমূহৰ লগতে মৰাণসকলো অন্যতম। অতীতৰে পৰা লুইতৰ সভ্যতা-সংস্কৃতিৰ লগত কান্ধত মেটমৰা বোজা বহন কৰি অহা মৰাণসকলৰ সংস্কৃতিৰ পথাৰখন অতি চহকী। কৃষ্টি সংস্কৃতিৰ প্ৰণালীবদ্ধ আৰু ঐতিহাসিক পৰম্পৰাৰ ভেটিত আজিও সুদৃঢ় ৰূপত প্ৰতিষ্ঠিত সংস্কৃতিসমূহ মৰাণসকলৰ জাতীয় জীৱনৰ এক অনন্য যাত্ৰা। বিশেষকৈ বিহুৰ লগত জড়িত বিহুগীতসমূহে মৰাণ সমাজ জীৱনৰ একোখন প্ৰতিচ্ছবিয়েই স্পষ্টকৈ প্ৰতিফলিত হয়। তলত মৰাণ সমাজত প্ৰচলিত হৈ অহা বিহুগীত আৰু ধৰ্মহুঁচৰি গীতসমূহৰ বিষয়ে উল্লেখ কৰা হ'ল।

মৰাণসকলে বিহুক কেৱল কৃষি উৎসৱ হিচাপেই নহয় ধৰ্মীয় উৎসৱ হিচাপেও অতীতৰ পৰাই পালন কৰি আহিছে। পূৰ্বতে কেঁচাইখাটী শালৰ পৰা আৰু আৰ্যায়নৰ পাছত সত্ৰ-নামঘৰৰ পৰা বিহু নমায়। সত্ৰ বা নামঘৰৰ পৰা বিহু নমাই বিহুঘৰ বা গছতলৰ ডেকা-গাভৰুৱে ঘূৰি ঘূৰি গোৱা পদ —

১। গেৰগোৱা পাতেৰে ঐ ৰাম
মাৰলী নেখালে যোৱা
গোপাল গোবিন্দাই ৰাম।

২। শংকৰ চ'তি মাধই মাৰলী
লগাই হৰিনামে খুটা
গোপাল গোবিন্দাই ৰাম।

৩। হাঁচতি ঐ ধানখোৱা চৰাই।
অতি চেনেহৰে বহাগৰ বিহুটি আনোঁগৈ নমাই॥

৪। থেৰেঙু কলীয়া হ'ল ঐ, খোলাতে গধূলি হ'ল ঐ,
বিহাৰে কাঁচলি মাৰো হালি জালি, বহাগে মুকলি হ'ল ঐ।

৫। নাঙলতে হালি জালি, পদূলিতে ভৰি জালি,
বিচনী মইনা দৈ, আহ যাওঁ ওমলোগৈ।

৬। চেক্ চেকি বগৰী তলতে নৈ আহ যাওঁ লগৰী ওমলোগৈ।

৭। হেই সৰিল সৰিল সৰিল বেঙেনাৰে পাত,
এইহেন দিনত আলৈ বিলৈ, ৰিহা নাইকীয়া গাত।

৮। হেই খাই যাং তামোল, পেলাই যাং পিত,
গাই ল বাই ল দেহি ঐ বতৰৰ গীত।

৯। বগলী ঐ বিহু ৰাখিম না ঐ, গাই ল গাই ল লগৰী ঐ বিহু গলে পাবলৈ নাই।

১০। লিহিৰি বন চিৰিলি পাত
বেলি যায় লহিয়াই বিহু যায় ভটিয়াই, অগণি জ্বলিছে গাত্ৰ।

বিহু উকৰাবলৈ যাওঁতে বিহুঘৰৰ পৰা সত্ৰ বা নামঘৰলৈ যাত্ৰা কৰোতে পথত প্ৰতিঘৰ গৃহস্থই পদূলিমুখত বিহু দলটিক তামোল-পাণৰ শৰাইৰে আগবঢ়ায়। বিহু দলটিয়ে শৰাই লৈ ঘূৰি ঘূৰি গায় —

১১। হাঁচতি ঐ ৰাঙলী কোমোৰাৰ পাত, বিহু গৈ পালেগৈ বাৰমাহৰ বাট।

১২। হেই এতিয়া বহাগী যাবলৈ ওলালি, আমাকো আথানি কৰি,
হেই বহাগৰ বিহুটি ইমান দিন বিলালো, ৰঙে ধেমালিহে কৰি।

১৩। লাই লহৌ সাপৰ কলপ,
বিহু থৈ আহোংগৈ কাক তলত।

১৪। হাঁচতি ঐ লুইতৰ শিশু, আজিয়ে যাবগৈ বহাগৰ বিহু।

১৫। হেই হাঁচতি ঐ ধান খোৱা চৰাই,
অতি চেনেহৰে বহাগৰ বিহুখন হাততে মলঙি যায়।

১৬। গ'ল কুজী গ'ল চন্দন পিন্ধাবলে গ'ল
কৃষ্ণক দেখা পাই কুজী ধৰ্মনিবাই
ষোড়শী গাভৰু হ'ল।

বিহুগীতৰ সুৰ, নাচোনৰ ভঙ্গিমা, ঢোলৰ চাপৰ, হুতুলি, বাঁহী, পেঁপা আদিৰ জৰিয়তে কৃষিজীৱি মৰাণ সমাজখনৰ সহজ-সৰল জনজীৱনৰ একোখন প্ৰতিচ্ছবি পৰিস্ফুট ৰূপত প্ৰতিফলিত হয়। বিহুগীত কেৱল বিহুতলীতেই নহয় মাহুৰ শালিত, গৰু-ম'হ চৰাওঁতে পথাৰত, ভূঁইত ধান ৰখোতে, ধান দাওঁতে, বন নিৰাওঁতে হৃদয়ৰ নিভাঁজ কোণৰ পৰা স্বতস্ফুৰ্তভাৱে নিগৰি নিগৰি ওলাই অহা মুক্ত ভাৱেই হ'ল বিহুগীত। আনন্দ, বিৰহ-বেদনা, পোৱা-নোপোৱাৰ মুক্ত প্ৰকাশৰ মাধ্যমেই

হ'ল বিহুগীত।

১৭। নিতে মাজে নিশা চিলমিল টোপনিত
চেনাইৰ মাত শুনা যেন লাগে ঐ
সাৰে পাই বিছনাত শুনো কাণে পাতি
নিয়তি চৰায়ে কান্দে।

১৮। চৰাই ধৰিম বুলি চিটিকা পাতিলোং
দৰিকলৈ পাতিলোং জাণ্ডি
উঘা পকোৱাদি পকাই মই সুধিলোং
মনৰ কথা নকলি খুলি।

১৯। হেই - দিহিং নৈ পাৰতে হেলচ গছ এজুপি
তাতে মোৰ ওমলা ঠাই,
এইখনি গাঁৱতে তয়েচোন শুৱনি
তোৰে মান শুৱনি নাই।

২০। তই থাক ইপাৰত মই থাকু সিপাৰত
মাজত ইকৰাণি হাবি
ওচৰ হোৱা হলে সদায় গলোংহেঁতেন
দূৰ হৈ লাগিলে বাকী ।

২১। হাবিৰেনো পচা ডাং দেখিছনে মইনাজান
পাইছনে কিহবাত চিন,
জীয়া যৌৱন বুকুত লৈ মাৰৰে ঘৰতে
অবাবতে কটাইছ দিন।

২২। আগতে ঈশ্বৰে কাকোতো কোৱা নাই
কপালত কি আছে লিখন
দুয়োটি মনকে একেটি কৰিলে
কিয় জানু নহ'ব মিলন।

২৩। বগী হাঁহ কাজত লৈ তোমাকে আগত লৈ
কাহানি যাবলে পাম,
তুমি বান্ধি দিয়া আমাৰে ঘৰতে
কাহানি খাবলৈ পাম।

২৪। ঔতলৰ ঢেকীয়া বুটলিবি কেতিয়া
কেতিয়া ৰান্ধিবি ভাত
হাতে ধোৱা বুলি কাষতে লুটা দি
কেতিয়া লগাবি মাত ।

২৫। মই দিয়া চিঠিখনি পালি কি নাপালি
তই দিয়া চিঠিখনি পালোং
তোৰে চিঠিখনি পঢ়িব নাজানি
বিছনাত বহি লৈ কান্দোং।

২৬। ডাঙৰী নৈ এসুঁতি ব'ব ঐ লগৰী
দিহিঙে এসুঁতি ব'ব,
তাৰে এসুঁতি বৰলে এৰিলে
মোৰে কি গতি হ'ব।

২৭। কৈলৈ লগাইছিলোং কলীয়া বিহাখন
কৈলৈ বাচিছিলোং নাম,
এইটো জনমত নেপালোং জাহ্নবী
সিটো জনমত পাম ।

২৮। উলু মৰি মৰি দুৱৰি গজিলে
চুঁচৰি চৰিলে গুই,
বাইজে দেখাকে ফুৰোং হাঁহি মাৰি
দেহত বৰেকুৰা জুই ।

২৯। এৰা হেৰামণি মেছাকি মেজেঙা
বুঢ়া হেৰামণি কচু,
যাক চাং বোলোং তাকে নেদেখোং
কিনো জুই লগা চকু।

৩০। ডাঙৰী সুঁতিতে কাপোৰ ধুই আছিলোং
তুমি গৈ আছিলা চাই,
সেইদিনাৰে পৰা চকুৰে চিনাকি
মুখেৰে চিনাকি নাই ।

৩১। হেলচ গুটি বুটলি নো বুটলি
ল'ৰালিতে কৰিছিলো খেমালি

ঔ মৰম উকা দেহাত লাগিছিল ধূলি
এদিন দুদিনকৈ বছৰনো বাগৰিলে
উকা দেহাই যৌৱনত ভৰি দিলে।
ঔ মৰম গাত কাপোৰ মেৰিয়াই ললি।

৩২। ৰাতি সোমজীয়া অ' মৰমী যামে তোৰে ঘৰলে
সাৰে পাই ঐ থাকিবি শুই
লাহেকৈ উঠিবি অ' মৰমী ফুঁ মাৰি জ্বলাবি
ফলিয়ানো তুঁহৰে জুই।

৩৩। ৰাতি সোঁমজীয়া অ' চেনাইটি নাহিবি দেই অকলে
কেকায়েনো পাবহি দেখি,
ভুঁইৰে টঙিতে অ' চেনাইটি অকলে মই থাকুংতে
হেদাঙে ঐ হেদাঙে যাবি।

৩৪। হেই - হাবিৰ হাড়েকটা দি যাং বালিভেটা
জোনা শামুকৰে চূণ,
খাই পাহৰিলি হাতৰ কটা তামোল
.লৈ পাহৰিলি গুণ ।

৩৫। ইয়ো বোলে পগলা সিয়ো বোলে পগলা
কেনৈ মই পগলা হ'ম,
দেহৰে ভিতৰত জ্বলা জুই জ্বলিছে
কাৰ আগত উলিয়াই ক'ম।

৩৬। তোমালৈ মৰমী ইমান মৰম লাগে
· বুজাব নোৱাৰো কৈ,
তামোল হোৱা হ'লে ফালি চালিহেঁতি
হাততে কটাৰী লৈ।

৩৭। হাতী চিকাৰলৈ ওলাইছ দেহি ঐ
হাততে এডালি ফান
মতা হাতী থাকিলে ৰবৈঘৰ শুৱনি
দঁতালে ৰাখিব মান।

৩৮। ম'হ মেলিবলৈ ম'হৰে টিপলাং
হাতী মেলিবলৈ সাৰি

আশাদি নিৰাশা কৰিব লাগিলে
দাংবৰলা হ'বলৈ পাবি।

৩৯। হেই - পাহাৰৰে দেহা শুৱনি দেহা ঐ
বানে শিং শিলিখা দেহা ঐ
ভৈয়ামৰে শুৱনি চাম,
তয়েচোন দেহা অ মোৰ মৰমজান
দেহা ঐ মইতে যাম বুলিবি
দেহা ঐ তেহে তামোলখনি খাম।

৪০। হেই - পাহাৰৰে দেহা শুৱনি দেহা ঐ
বানে শিং শিলিখা দেহা ঐ
ভৈয়ামৰে শুৱনি ঝিম,
তয়েচোন দেহা অ' মোৰ মৰমজান
সইতে সইতে নিম বুলিবি
দেহা ঐ তেহে তামোলখনি দিম।

৪১। বৰেঘৰ সাজিলো নেখায় বহিখোৱা
নেখালে চমলা
মাৰলি নেখালে জোৰা,
পেটত ভয় লাগিছে নাহিছে কি হ'বলা
নিমিলিছে হ'বলা
কিজানি তোৰে মোৰে যোৰা।

৪২। কেতক ভাগি থাক ভঙাকৈ জেউৰা
দেহিটি চেনাই ঐ, ঐ দেহি
দেহিটি চেনাই ঐ
লোকে খৰি পুৰি খায়।

৪৩। কৈলৈ ভাব গুণ মাৰবে কথাবোৰ
দেহিটি চেনাই ঐ, ঐ দেহি
দেহিটি চেনাই ঐ
যৌৱন তোৰ ভটিয়াই যায়।

৪৪। নৈৰে ছাকলিত জাকে বাই আছিলো
ভৰাণি জোপোহাৰ আঁৰত,

তোকে ছল দিবলৈ বেনা ফাটিছিলো
নাহিলি কিহৰে ভয়ত।

৪৫। ছলে বুজিছিলো ওচৰ চাপিছিলো
নাছিলে কালৈকো ভয়,
তোৰে কাষ চাপিলে হুতৌপাতৌ লাগে মোৰ
ভৰিও নচলা হয়।

৪৬। ৰাতি সোঁ মজিয়া কান্দে পক্ষী ম'ৰা
কান্দিছে ফেন্দুঁৰা
কিজানি গাওঁ (গাঁও) ভাগি যাব,
পেটত ভয় লাগিছে আমাৰ ৰাহি যোৰা
তোৰে মোৰে যোৰা
নাহিলে কি গতি হ'ব।

৪৭। ৰাতি সোঁ মজিয়া হলৌ কান্দিছে
গাঙত (গাঁৱত) ওলাব কথা,
বাওঁ চকু লৰে দেহা কঁপি উঠে
কাৰ বা কি ওলাই লেঠা।

৪৮। বেৰৰ জোলোঙাৰে চিৰিকাঠি দলিয়াই
ধুমুহা ৰখালি তই,
মন মোৰ বান্ধিবৰ দে চিৰিকাঠি
অলীয়া বলীয়া হৈ।

৪৯। দাইল মাহ আলুগুটি দুসেৰত দুৰনা
বৰ বৰ চেহাবে খায়
তোৰে চোন নিচিনা গেন্ধেলী ফেদেলী
এৰনাত দুজনী পায়।

৫০। উজায়ে আহিলে কোম্পানী চেহাবটি
চেৰাপ খাই পেলালে চিচা,
মেমনী আহিলে চেহাবৰ পিছে পিছে
আঠু মূৰত মেখেলা পিন্ধা।

৫১। মেমনী পানী চুলে নৈ বালি চাপৰিত
মখনাই ফিন্দালে কাণ,

মাউতটি ভটঙা　　　বতৰটি উকঙা
　　এৰাই আহিবলৈ টান।

৫২। উকিয়াই উকিয়াই　　বেলগাড়ী চলিলে
　　মাকুমত গধূলি হ'ল,
দুহাতে দুমুঠি　　　চিকাৰুণ সাৰটি
　　সূৰুযেই শতৰু হ'ল।

কেঁচাইখাটী শালৰ পৰা নমাই বিহুঘৰলৈ বিহু অনা পৰম্পৰা আৰ্যায়ণ অৰ্থাৎ মায়ামৰা নামধৰ্ম গ্ৰহণ কৰাৰ পাছত সত্ৰ বা নামঘৰৰ চাৰিবেৰৰ মাজলৈ আহে। ধৰ্মহুঁচৰি আৰ্যায়ণৰ পাছৰ সৃষ্টি। সেয়েহে ধৰ্মহুঁচৰি সম্পূৰ্ণ সত্ৰীয়া নিয়ম-নীতিৰে গোৱা হয়। হুঁচৰিৰ পদসমূহ উল্লেখ কৰা হ'ল—

১। শ্ৰীচতুৰ্ভুজে অ' হৰিৰাম, দোমাহি পাতিলে অ' হৰিৰাম
আমিয়ে মৰিছো গায় অ' হৰিৰাম, গোপাল গোবিন্দাই ৰাম।

২। গেৰগোৱা পাতেৰে ঐ ৰাম, বিহুঘৰ সাজিলো ঐ ৰাম,
মাৰলী নেখালে জোৰা, গোপাল ঐ গোবিন্দাই ৰাম।

৩। শংকৰে চ'তি, মাধৱে মাৰলি, লগাই হৰি নামৰ খুটা,
গোপাল গোবিন্দাই ৰাম।

৪। ৰাইজৰ নামঘৰ দেখাতেই ভয়ংকৰ, ৰাঙলী বেতৰে গাঁঠি,
গোপাল গোবিন্দাই ৰাম।

৫। তুমি চিতে হৰি, কদম গছত নুঠিবি, কদমৰ চনকা ডাল ঐ
গোবিন্দাই ৰাম।

৬। অ' ৰাম গোসাঁই, আমাৰ দায় জগৰ নাই,
চাৰি জাতিকুলে, তোমাৰো স্বজনে, পৃথিৱীত নধৰে ঠাই।

৭। হেই লাই ল হ কলীয়াবৰ বিহু আহি পালেহি গোসাঁই নামঘৰ,
গোপাল গোবিন্দাই ৰাম।

৮। কৃষ্ণই মূৰতে অ' হৰি ৰাম
বকুল ফুল এপাহি অ' হৰি ৰাম
নিয়ৰ পাই মুকলি হ'ল ঐ
গোপাল গোবিন্দাই ৰাম।

৯। লুইতৰ চাপৰিত অ' হৰি ৰাম
ৰাঙলী চাপৰি অ' হৰি ৰাম

তাতে ৰাজহংস চৰে ৰামে হৰি
গোপাল গোবিন্দাই ৰাম। --- ইত্যাদি।

যোজনা ঃ

১। গৰু লৰে মাৰি ভাঙিল হুলেমাৰি
গাহৰিয়ে ভাঙিলে গড়াল;
শুক্ৰবাৰ দিনাখন কোলক্ষণ লাগিলে
কোঁৱৰ পানীত পৰি হেৰাল।

২। ৰামো কান্দিলে লক্ষ্মণো কান্দিলে
সীতানো কোনি গ'ল বুলি
ডালৰ হনুমন্তই ডালতে কান্দিলে
ৰাৱণে হৰিলে বুলি। --- ইত্যাদি ।

নামতি কৃষ্ণাই মৃৰতে অ' হৰি ৰাম
পদুম ফুল এপাহি অ' হৰি ৰাম
নিয়ৰ পাই মুকলি হ'ল ঐ গোবিন্দাই ৰাম।
(পদ)

পালি কৃষ্ণাই মৃৰতে অ' হৰি ৰাম
পদুম ফুল এপাহি অ' হৰি ৰাম
নিয়ৰ পাই মুকলি হ'ল ঐ
গোবিন্দাই ৰাম।

গুটি ভঙাৰ পিছত ফুলকোঁৱৰ, মণিকোঁৱৰৰ গীতসমূহ গোৱা হয়।

# মৰাণৰ ধৰ্ম-হুঁচৰি ঃ এক চমু আলোকপাত

- নবেন্দ্ৰ বড়া

'ধৰ্ম হুঁচৰি', মৰাণসকলৰ সংস্কৃতিৰ এক বৈশিষ্ট্যপূৰ্ণ উপাদান। সচৰাচৰ হুঁচৰিৰ দৰে এই হুঁচৰি গোৱা নহয়। অনেক নীতি নিয়ম, ধৰ্মীয় বাদ্ধোন মানি চলি এই হুঁচৰি গোৱা হয় বাবেই এই হুঁচৰিক ধৰ্ম হুঁচৰি বোলে। তিনিচুকীয়া জিলাৰ বাৰেকুৰি অঞ্চলৰ উনৈশখন গাঁও, বীতু কঠালগুৰি, বৰ্তানপথাৰ, সকমেছাই, মহং আদি মৰাণ গাঁওসমূহত এই হুঁচৰিৰ প্ৰচলন আছে। উল্লেখযোগ্য যে, প্ৰতি তিনি, পাঁচ বা সাত বছৰৰ মূৰে মূৰেহে অৰ্থাৎ বিযুৰীয়া বছৰেকৰ মূৰতহে এই হুঁচৰি গোৱা হয়। এই হুঁচৰিৰ আশীষ পালে মনোকামনা পূৰ্ণ হয় বুলি বিশ্বাস আছে বাবেই হুঁচৰি গোৱা গাঁওখনৰ লোকৰ বাদেও আন আন দূৰ দূৰণিৰ লোকেও হাঁহ পাৰ আদিৰে ভাৰ-ভেটি দি আশীষ বিচাৰে। আনহাতে, হুঁচৰি দলক আগভেটা কৰিলে বা অন্যপ্ৰকাৰে অৱমাননা কৰিলে অপায়-অমঙ্গল ঘটে।

ধৰ্ম হুঁচৰি গাবৰ বাবে গাঁৱৰ নামঘৰৰ বুঢ়া মেধা বা সত্ৰৰ গোসাঁইৰ পৰা উক্কা তিথিৰ দিনা ডেকাসকলে আজ্ঞা লয়। হুঁচৰি গাওঁতে যাতে কোনো ধৰণৰ অপায়-অমঙ্গল, বিশৃংখল নঘটে আৰু যিমতে হুঁচৰি গাবলৈ ওলাইছে সেইমতে গাই পুনৰ ভকতৰ চৰণ চুবহি পাৰে, তাৰে আশীৰ্বাদ বিচাৰে আৰু সেইমতে গুৰু বা ভকতেও আজ্ঞা দিয়ে।

গৰু বিহুৰ দিনাৰ পৰাই প্ৰথম হুঁচৰি গোৱা আৰম্ভ হয়। প্ৰথমে বিহু খোলাত সকলোটি গোটখাই হুঁচৰি দলৰ নাৰ্মতি, তামুলী, ধনভঁৰালী, ছাতিভৰী ইত্যাদি দায়িত্ববোৰ ভগাই লয় আৰু বিহুখোলাতে বিহু গাই লৈ গাঁৱৰ গাঁওবুঢ়াৰ (মুখ্য পুৰোহিত) ঘৰত হুঁচৰিৰ মুঠি মেলা হয়।

ধৰ্ম হুঁচৰিৰ বৈশিষ্ট্য এয়ে যে, এই হুঁচৰি শৰণ-ভজন লোৱা লোকে গাব নেপায়। শৰণ-ভজন নোলোৱাকৈ থকা বিবাহিত লোকেও এই হুঁচৰি গাব পাৰে, কিন্তু, হুঁচৰি আৰম্ভৰ পৰা শেষলৈকে অৰ্থাৎ বিহুগাই থকা দিনকেইটাত নিজৰ তিৰোতাৰ লগত একেলগে শোৱাটো নিষিদ্ধ। এই হুঁচৰিত কুঁজকোঁৱৰ, মণিকোঁৱৰ গীতৰ বাহিৰে অন্য প্ৰেম পিৰীতিমূলক বিহুগীত গোৱাটো নিষিদ্ধ।

মণিকোঁৱৰৰ গীত - *শঙ্কৰদেউৰ ৰজাৰ পুতেক মণিকোঁৱৰ*

*খেলতে খতিখন নাই*

*এবেলা ডোলাতে এবেলা কোলাতে...॥*

ফুলকোঁৱৰ-মণিকোঁৱৰ গীতৰ উপৰিও হুঁচৰিৰ পদ বা ঘোষাসমূহো গাঁৱৰ বিশিষ্ট লোকৰ মান অনুসৰি আৰু পৰিস্থিতি অনুসৰি গোৱা হয়। পৰিস্থিতি অনুসৰি বুলি কওঁতে - *কানাই গ'ল ফুলে পাৰিবলৈ*

*হাততে আঁকুহি লৈ।*

*ৰাম গ'ল বনলৈ.....।*

ইত্যাদি ধৰণৰ তাৎপর্য থকা গীতবোৰ বিধৱাসকলৰ ঘৰত গোৱা নহয়। কাৰণ, এনেবোৰ গীতে বিধৱা গৃহস্থগৰাকীৰ মনত দুখ দিব পাৰে।

ধৰ্ম হুঁচৰিৰ নামতিসকলৰ সাজ-পোছাক, নৃত্য ভংগীমাও সুকীয়া বৈশিষ্ট্যপূৰ্ণ। নামতিসকলে পিঠিলৈকে বৈ পৰা বগা পাগুৰি আৰু আগফাল থুৰীয়াকৈ চুৰীয়া পিন্ধি খালি গাৰে বিহু কৰে। উল্লেখযোগ্য যে পাছফালে টনা বা পোন্ধ আৰু আগফালে থুৰীয়া থাকিলে হুঁচৰি গাওঁতে খোজ সলাবলৈ সুবিধা হয়। নামতিৰ লেখত থকা ডেকাসকলে বিহুগোৱা দিনকেইটাত আনৰ ঘৰত তামোল-পাণৰ বাহিৰে অন্য চাহ জলপান খোৱাটো নিষেধ। গাভৰু ছোৱালীয়ে কটা তামোল-পাণো নাখায়। আনহাতে, হুঁচৰি দলটোক যদি কোনো গৃহস্থই চাহ-জলপান বা ভাত এসাজ খুৱাব বিচাৰে, তেতিয়াহ'লে এদিনৰ আগেয়েই জাননী দিব লাগিব। তেতিয়া, তামুলীয়ে নিৰ্দিষ্ট দিনা গৈ চাহ-জলপান আদি গৃহস্থৰ সহায়ত সাজু কৰি ৰাখে, আৰু হুঁচৰি দলটোক বটাই দিয়ে। কাৰোবাৰ ঘৰত হাঁহ-পাৰ আদিৰ ভাৰ দিলে সেইবোৰ তামুলীয়ে কটিয়াই লৈ ৰাজহুৱা স্থানত জমা ৰাখে।

অতীজতে হুঁচৰিৰ নৃত্য বা খোজ ১৮টা আছিল বুলি শুনা যায় যদিও যোৱা ষাঠিৰ দশকলৈকে ১১টা মানহে বৰ্তি থকাৰ পাছত এতিয়া মাত্ৰ ৯টামানহে আছেগৈ। উপযুক্ত চৰ্চা, অনুশীলনৰ অভাৱতেই আপুৰুগীয়া এই নৃত্য পৃথিৱীৰ বুকুৰ পৰাই হেৰাই গ'ল।

উৰুকা তিথিৰ দিনা হুঁচৰি গাবলৈ অনুমতি লোৱাৰ সময়তে হুঁচৰি কেইদিন গাব তাক ভকতসকলে ঠিক কৰি দিয়ে। এইদৰে নিৰ্দিষ্ট কৰি দিয়া দিনৰ ভিতৰত যদি হুঁচৰি গোৱা শেষ নহয়গৈ, তেতিয়া পুনৰ অনুমতি লৈ দিন বঢ়াই দিয়া হয়। বিহু উৰাবৰ দিনা পুনৰ বিহুখোলাত সকলোটি লগ হৈ হুঁচৰি গাই শোভাযাত্ৰা কৰি নামঘৰলৈ যায় আৰু নামঘৰৰ পদূলিমুখতে ঢোল-তাল থৈ ভকতৰ আগত সেৱা লয়। বিহু গাওঁতে কিবা দোষ কৰিলে তাক ক্ষমা কৰিবলৈ সেৱাত জাননী দিয়া হয়।

হুঁচৰিত উঠা দান-বৰঙণি ৰাজহুৱা কামত ব্যৱহাৰ কৰা হয় আৰু ভাৰত উঠা হাঁহ-পাৰবোৰ গোটাই ডেকা-গাভৰুৱে ভোজ খায়। ৭

# মৰাণসকলৰ ঢোলৰ খুট (চাপৰ)

- জিতু গোস্বামী

মৰাণসকলৰ ঢোলৰ চাপৰ সাৰ্বজনীন অসমীয়া ঢোলৰ চাপৰতকৈ বহুখিনি পৃথক। অসমৰ আন আন জনগোষ্ঠীসমূহৰ লগতো বিশেষ মিল থকা দেখা নাযায়। অৱশ্যে কেৱল ঢোলৰ ক্ষেত্ৰতে নহয়; বিহুগীত, নাচোনৰ ভংগীমা, তাল আদি সকলোবোৰে মৰাণসকলক স্বকীয় সাংস্কৃতিক মৰ্যাদা প্ৰদান কৰে।

মৰাণসকলে কিছু ধীৰ গতিৰে ঢোলৰ চাপৰ মাৰে। পৰম্পৰাগতভাৱে দেউৰী, মিচিং অথবা সাধাৰণ অসমীয়া ঢোলৰ আকাৰতকৈ মৰাণৰ ঢোল যথেষ্ট ডাঙৰ। সেয়েহে মৰাণসকলৰ ঢোলৰ মাত সাধাৰণতে অসমীয়া চাপৰত ব্যৱহাৰ হোৱা 'ঘেনদাওঁ' 'ঘেনচাক' আদি শব্দৰ পৰিবৰ্তে 'ঘিনজাং' 'তিঘিনজাং' আদি ধ্বনি পৰিস্ফুট হয়।

সহজ অৰ্থত মৰাণসকলে ঢোলৰ চাপৰক 'ঢোলৰ খুট' বুলিহে কয়। এই খুটসমূহক মুখ্যতঃ দুটা ভাগত (চুটি খুট বা চাপৰ আৰু দীঘল খুট বা চাপৰ) ভগোৱাৰ উপৰিও নাচনী খুট পানীতোলা খুট, বেইত ঘূৰা খুট আৰু কুলাবুটা খুট মৰাণসকলৰ মাজত সৰ্বজনবিদিত।

<u>চুটি চাপৰ :</u>

১। ঘিন্ খিতি তিঘিন জাং/ঘিন্ ঘিন্ জাং জাং/ খিতি ঘিন্ জাং জাং/ খিত্ ঘিন্ খিতা তিঘিন্ জাং/ঘিন্ ঘিন্ জাং জাং/খিতি ঘিন্ জাং জাং/খিত্ ঘিন খিতা তিঘিন জাং/ঘিন্ জাং তিঘিন্ জাং/ঘিন ।

২। ঘিন্ খিতা তিঘিন্ জাং/ ঘিন্ জাং তিঘিন্ জাং/ঘিন তিঘিন্ জাং জাং/খিত্ ঘিন্ খিতা তিঘিন্ জাং/ঘিন্ জাং তিঘিন্ জাং/ঘিন তিঘিন্ জাং জাং/ খিত ঘিন্ খিতা তিঘিন্ জাং/ঘিন্ জাং তিঘিন জাং/ঘিন্ ।

৩। ঘিন্ খিতা তিঘিন্ জাং/ঘিন্ জাং জাং জাং তিঘিন্ জাং জাং জাং/ খিত্ ঘিন্ খিতা তিঘিন্ জাং/ঘিন্ জাং জাং জাং তিঘিন জাং জাং জাং/খিত ঘিন্

খিতা তিঘিন জাং/ঘিন্ জাং তিঘিন্ জাং ঘিন্ ।

৪। ঘিন খিতা তিঘিন জাং/ঘিন্ দিখিত জাং জাং/তিঘিন দিখিত জাং জাং/খিত ঘিন্ খিতা তিঘিন জাং/ঘিন দিখিত জাং জাং/তিঘিন্ দিখিত জাং জাং/খিত ঘিন্ খিতা তিঘিন জাং/ঘিন জাং তিঘিন জাং ঘিন।

৫। ঘিন খিতা তিঘিন জাং/ঘিন দিখিত খিতি ঘিন্/তিঘিন দিখিত জাং জাং/খিত ঘিন খিতা তিঘিন জাং/ঘিন দিখিত খিতি ঘিন্/তিঘিন দিখিত জাং জাং/খিত ঘিন খিতা তিঘিন্ জাং/ ঘিন জাং তিঘিন জাং/ঘিন।

৬। ঘিন খিতা তিঘিন জাং/নাঙা খিত ঘিনা খিত/ঘিনা ঘিনা ঘিনা খিত/ঘিনা তিঘিন জাং জাং/খিত ঘিনা খিতা তিঘিন জাং/নাঙা খিত ঘিনা খিত/ঘিনা ঘিনা ঘিনা খিত/ঘিনা তিঘিন জাং জাং/খিত ঘিন খিতা তিঘিন জাং/ঘিন জাং তিঘিন জাং/ঘিন।

৭। ঘিন খিতা তিঘিন জাং/তিঘিন জাং জাং জাং/খিত ঘিন খিতা তিঘিন জাং/তিঘিন জাং জাং জাং/খিত ঘিন খিতা তিঘিন জাং/ঘিন জাং তিঘিন জাং/ঘিন।

৮। ঘিন খিতা তিঘিন জাং/ঘিন ঘিনা ঘিন ঘিনা/ঘিন ঘিনা খিত জাং/দিতি খিতা দিত্ খিতা/খিতি ঘিনা ঘিন জাং/খিতঘিন খিতা খিতঘিন খিতা/তিঘিন জাং/ঘিন ঘিনা ঘিন ঘিনা/ঘিন ঘিনা খিত জাং/দিতি খিতা দিত খিতা/খিতি ঘিনা ঘিন জাং/খিতঘিন খিতা খিতঘিন খিতা/তিঘিন জাং ঘিন জাং তিঘিন জাং/ঘিন।

৯। ঘিন খিতা তিঘিন জাং/দিখিত দিখিত খিতি ঘিন জাং জাং/দিখিত দিখিত খিতি ঘিন জাং জাং/খিতঘিন খিতা তিঘিন জাং/দিখিত দিখিত খিতি ঘিন জাং জাং/দিখিত দিখিত খিতি ঘিন জাং জাং/খিতঘিন খিতা তিঘিন জাং/ঘিন জাং তিঘিন জাং/ঘিন ।

১০। ঘিন খিতা তিঘিন জাং/ঘিন ঘিন ঘিন জাং/ঘিন ঘিন ঘিন জাং/তিঘিন জাং জাং/খিতঘিন খিতা তিঘিন জাং/ঘিন ঘিন ঘিন জাং/তিঘিন জাং জাং/ঘিন ঘিন ঘিন জাং/তিঘিন জাং জাং/খিতঘিন খিতা তিঘিন জাং/ঘিন জাং তিঘিন জাং/ঘিন।

১১। ঘিন খিতা তিঘিন জাং/তিঘিন তিঘিন খিতি ঘিন জাং জাং/তিঘিন তিঘিন খিতি ঘিন জাং জাং/খিতঘিন খিতা তিঘিন জাং/তিঘিন তিঘিন খিতি ঘিন জাং জাং/তিঘিন তিঘিন খিতি ঘিন জাং জাং/খিতঘিন খিতা তিঘিন জাং/ঘিন জাং তিঘিন জাং/ঘিন।

ঢোলৰ দীঘল চাপৰৰ ক্ষেত্ৰত 'লাট চেও' জোৰা লগাই প্ৰায়বোৰ চাপৰৰ শেষৰ ফালে বজোৱা হয়। সেয়েহে দীঘল চাপৰ উল্লেখ কৰাৰ আগেয়ে প্ৰায়বিলাক চাপৰৰ শেষত বজোৱা 'লাট' অংশ প্ৰথমে উল্লেখ কৰাৰ প্ৰয়োজন অনুভৱ কৰা হ'ল।

লাট ১। ঘিন তিঘিন জাং জাং তিঘিনিতি তিঘিন জাং ঘিন তিঘিনিতি ঘি তিঘিন তিঘিন নিতিঘিন তিঘিনিতি তিঘিন জাং/জাং/ঘিন তিঘিনিতি ঘিন তিঘিন জাং/জাং/ঘিন জাং তিঘিন জাং/ধিন তিতা ধিনি জাং/খিতিঘিন তিঘিনিতি তিঘিন জাং/ধিন তিতা ধিনি জাং/খিতিঘিন তিঘিন তিঘি নিতি ঘিন/তিঘিনিতি তিঘিন জাং/ধিন তিতা ধিনি জাং/ধিন তিতা ধিনি জাং/তিতা ধিনি জাং ধিনি জাং ঘিন।

লাট ২। ১ নং লাটৰ শেষৰ "তিতা ধিনি জাং ধিনি জাং, ঘিন" অংশ বাদ দি তলত উল্লেখ কৰা অংশ জোৰা দি বজোৱা হয়।

তিঘিনিতি ঘিনগিগি ঘিন জাং/ধিন তিতা ধিনি জাং/খিতিঘিন তিঘিন জাং/ধিন জাং তিঘিনিত জাং জাং/তিঘিনিতি ঘিন ঘিনি খিতিঘিন/তিঘিনিতি ঘিনা ঘিনি খিতিঘিন/তিঘিনিতি ঘিনতিঘি নিতিঘিন/জাং ধিনি জাং/ঘিন জাং খিত জাং/ঘিনতিঘি নিতিঘিন তিঘিন তিঘিন জাং/ধিন তিতা ধিন জাং নিধিনিত জাং জাং/ঘিন জাং খিত জাং/ঘিন জাং খিত জাং/ঘিনতিঘি নিতিঘিন তিঘিন তিঘিন জাং/ধিন তিতা ধিন জাং নিধিনিত জাং জাং/ঘিন জাং খিতি ঘিন ঘিন জাং/ঘিন জাং ঘিন জাং ঘিন ঘিনা খিত জাং/খিতঘিন খিতা তিঘিন জাং/ঘিন জাং তিঘিন জাং/ঘিন ।

## দীঘল চাপৰ

১। ঘিনিত খিতা তিঘিন জাং/ঘিন খিতা ঘিন খিত/খিতিঘিনা তিঘিন খিত/জাং ধিনি ঘিন খিতা ঘিন খিত/ধিন তিতা ধিনি জাং/নিধিনিত জাং জাং।

ওপৰত উল্লেখিত চেওবোৰ পুনৰ ঘূৰাই বজাই ১ নং লাট অংশ বজাব লাগে। প্ৰয়োজন অনুযায়ী ১ নং লাটৰ শেষত ২ নং লাট অংশও বজাব পৰা হয়।

২। ঘিন জাং জাং জাং তিঘিনিতি ঘিন/ঘিনজাং জাং জাং তিঘিনিতি ঘিন/ঘিনজাং জাং জাং তিঘিনজাং জাং জাং/তিঘিনিতি ঘিন তিঘিনিতি ঘিন।

৩। ঘিনিখিতি তিঘিন জাং/ঘিনখিতি খিতিঘিন/খিতিখিতি খিতিঘিন তিঘিনিত তিঘিনিতি/ঘিনখিতি খিতিঘিন খিতিখিতি খিতিঘিন/তিঘিনিত তিঘিনিত/ঘিনতিঘি নিতিঘিন ঘিন।

৪। ঘিন জাং খিতিঘিন তিঘিন জাং জাং/ঘিন জাং খিতিঘিন তিঘিন জাং জাং/ঘিনজাং খিতিঘিন তিঘিন জাং খিতিঘিন/তিঘিন তিঘিন তিঘিন জাং জাং।

৫। ঘিনিতখিতি তিঘিন জাং/তিনিজাং নিতিজাং ঘিনানিতি জাং জাং/

ঘিনিতখিতি তিঘিনজাং/নিতিজাং নিতিজাং ঘিনাখিনি জাং জাং/ঘিনিতখিতি তিঘিনজাং/নিতিতিঘিন নিতিঘিন জাং।

৬। ঘিনিতখিতি তিঘিনজাং/ঘিন জাং নিতিজাং তিঘিনজাং নিতিজাং/ ঘিনানিতি জাং ঘিনানিতি জাং/ঘিনঘিনা নিতিজাং ঘিনানিতি জাং/ধিনতিতা ধিনিজাং তিতাধিনি জাং জাং/ঘিনিতখিতি তিঘিনজাং/ঘিনজাং নিতিজাং তিঘিনজাং নিতিজাং/ ঘিনানিতি জাং ঘিনানিতি জাং/ঘিনঘিনা নিতিজাং ঘিনানিতি জাং/ধিনতিতা ধিনিজাং তিতাধিনি জাং জাং/ঘিনিতখিতি তিঘিনজাং/ঘিতিতিঘিন নিতিঘিন জাং। লাট-১

৭। ঘিনিতখিতি তিঘিন জাং/ঘিনঘিন খিতিঘিন জাং জাং/ঘিনিতখিতি তিঘিনিতি/ঘিনঘিন খিতিঘিন জাং জাং/ঘিনিতখিতি তিঘিনিতি/ঘিনতিঘি নিতিঘিন জাং। লাট-১.......

৮। ঘিনিতখিতি তিঘিন জাং/ঘিনঘিনি তাক তাক/ঘিনঘিনি তাক তাক/ ঘিনঘিনি তাকাঘিনি তাকাঘিনি/তিঘিনতিঘিন জাং/ধিনতিতা ধিনিজাং তিতাধিনি জাং জাং। লাট-১....

৯। ঘিনতিঘি নিতিঘিনা তাকতাক তাকতাক/ঘিনতিঘি নিতিঘিনা তাকতাক তাকতাক/ধিনতিতা ধিনিজাং তাকতাক তাকতাক/ধিনতিতা ধিনিজাং তাকতাক তাকতাক/ঘিনঘিনা খিতজাং খিতিঘিনা খিতজাং/ঘিনজাং তিঘিনজাং ঘিন।

১০। ঘিনঘিন ঘিনিতজাং তিঘিনিতি ঘিনিতজাং/তিধিনিত তিঘিনিত তিঘিনিত জাং/ঘিনতিঘি নিতজাং ধিনজাং জাং/খিতিতিঘি নিতজাং ঘিনজাং জাং/ ঘিনতিঘি নিতজাং খিতিতিঘি নিতজাং/ঘিনজাং জাং/ধিনতিতা ধিনিজাং তাকতাক তাক/ধিনতিতা ধিনিজাং তাকতাক তাক/ধিনতিতা ধিনিজাং/ধিনতিতা ধিনিজাং তাকতাক তাক/খিততিঘি নিতিঘিনি নিঘিননিঘিন জাং জাং/খিততিঘি নিতিঘিনি নিঘিননিঘিন জাং জাং/খিততিঘি নিতিঘিনি নিতিঘিনা খিত/ঘিন।

১১। তিঘিনতিঘিন নিতিঘিন তিঘিনতিঘিন জাং জাং/তিঘিনাখিতা ঘিঘিনজাং ঘিনাতিঘিন জাং জাং/তিঘিনতিঘিন নিতিঘিন তিঘিনতিঘিন জাং জাং/ ঘিনাখিতা ঘিঘিনজাং ঘিনাতিঘিন জাং জাং/তিঘিনিতিঘিন খিতিঘিন তিঘিনতিঘিন নিতিঘিন/তিঘিনিতি তিঘিনজাং জাং। লাট-১ অংশ.....

নাচনী চাপৰ : বিহুগীতৰ প্ৰতিটো কলিৰ শেষত সাধাৰণতে তলত দিয়া তিনিটা চাপৰ মৰা হয়। বিহুগীতকাঁকিৰ শেষত পাঁচটা তালৰ লগত সংগতি ৰাখি এই খুটবোৰ মৰা হয়।

ক) ঘিনজাং তিঘিনজাং ঘিন

খ) খিতিতিঘি নিতিঘিন ঘিন

গ) খিতিঘিন খিতিঘিন ঘিন

ওপৰত যিকোনো এটা চাপৰ বজোৱাৰ পাছত তলৰ অংশ বজোৱা হয়।

ঘিনতিঘি নিতিঘিনা

জাংতিঘি নিতিঘিনা

জাংতিঘি নিতিঘিনা

ঘিনাঘিনা খিতিঘিনা

খিতিঘিনা খিতিঘিনা

মৰাণ সমাজত প্ৰচলিত ববিয়াত ঢোলৰ ব্যৱহাৰ লেখত ল'বলগীয়া। এই ববিয়াত নৈৰ ঘাটৰ পৰা পানী আনিবলৈ যাওঁতে পানীতোলা চাপৰ বেইৰ কাষত ঘূৰোতে বেই ঘূৰোৱা চাপৰ আৰু কুলাবুঢ়ী নচোৱাওঁতে কুলাবুঢ়ী চাপৰ বজোৱা হয়।

**পানীতোলা চাপৰ :**

ঘিনজাং জাং জাং তিঘিনজাং জাং (১৫বাৰমান বজাব লাগে)

ঘিনঘিনা খিতিঘিন ঘিনাতিঘিন জাং

জাং জাং

ধিনাতিতা ধিনিজাং তিতাধিনি জাং

জাং জাং

ধিনতিতা ধিনিজাং তিতাধিনি জাং (১০ বাৰমান বজাব লাগে)

ঘিনঘিনা খিতিঘিন তিঘিনিতি ঘিন

ঘিনঘিনা খিতিঘিন তিঘিনিতি ঘিন

ঘিনজাং নিতিজাং তাকতাক ঘিন। (১০ বাৰমান বজাব লাগে) পিছত লাট-১ অংশ বজাই শেষ কৰিব লাগে।

**বেইত ঘূৰা চাপৰ :**

ঘিন ঘিনজাং খিতজাং ঘিনজাং

খিতিঘিন নিতজাং ঘিনিত জাং

ঘিন ঘিনজাং খিতজাং ঘিনজাং

খিতিঘিন নিতজাং ঘিনিতজাং

ঘিনজাং নিতজাং ধিনিধিনি জাং

তাপ তাক ঘিনিত জাং

(একেবাহে ১০ বাৰমান বজাই লাট-১ অংশ বজাই শেষ কৰিব লাগে।)

**কুলাবুঢ়ী চাপৰ :**

ঘিনজাং জাং জাং ঘিন জাং জাং জাং (একেৰাহে ১০ বাৰমান বজাব লাগে)

ঘিন ঘিন ঘিনিত জাং

তিঘিনিতি ঘিনিতজাং (একেৰাহে ১৫ বাৰমান বজাব লাগে। শেষৰ ফালে ক্রমশঃ খৰ কৰিব লাগে।)

তিঘিনজাং তিঘিনজাং জাং জাং

খিতঘিনাখিতা তিঘিনজাং

তিঘিনজাং জাং জাং

খিতঘিনখিতা তিঘিনজাং

ঘিনজাং তিঘিনজাং ঘিন।

উল্লেখযোগ্য যে কথিত ৰূপত মৰাণসকলে 'বাতুলফুটা' শব্দ এটাৰ প্রয়োগেৰে ঢোলৰ চাপৰ বজাইছিল। এই শব্দটোৰ পৰিবর্তে 'খিতৃঘিন্‌খিতা' কৰিবলৈ যত্ন কৰা হৈছে। যিটো শব্দৰ প্রয়োগ মৰাণসকলৰ ঢোলৰ চাপৰত আটাইতকৈ বেছি। ইয়াৰোপৰি ঠাইভেদে মৰাণসকলে ঢোলৰ চাপৰত কথিত ৰূপত একাধিক শব্দ প্রয়োগ কৰি ধ্বনিৰ সৃষ্টি কৰি আহিছে। লিখিতৰূপ দিবলৈ যাওঁতে তেনে শব্দবোৰৰ বিলুপ্তি ঘটাটোৱেই স্বাভাৱিক।

আমি এই লেখাত আমাৰ নিজমনে সিদ্ধ তথা আমাৰ অঞ্চলটোত প্রচলিত নির্দিষ্ট কেইটামান চাপৰহে সন্নিবিষ্ট কৰিবলৈ প্রয়াস কৰিছো। সমগ্র মৰাণ জনগোষ্ঠীটোত প্রচলিত ঢোলৰ চাপৰ সংগ্রহ কৰাতো আমাৰ বাবে অতি দুঃসাধ্য। তথাপিঃ পৰৱৰ্তী সময়ত এনে প্রচেষ্টা হাতত লোৱাৰ সংকল্প পুহি ৰাখিলো। ■

**সম্পাদনা সমিতিৰ সংযোজন :** ঢোলৰ খুটৰ তাৰতম্য থকাৰ বাবে নিম্নলিখিত খুটকেইটাও তলত দাঙি ধৰা হ'ল —

**ঢোলৰ দীঘল খুট (চাপৰ)**

ধুন দাওঁ ধুন দাওঁ ধুন দাওঁ ধুন দাওঁ

গেনাখুট টিঘেন দাওঁ ঘেন দাওঁ দাওঁ খুট

টিঘেন দাওঁ দাওঁ খুট

টিঘেন টিঘেন দাওঁ ঘেন দাওঁ খুট

ধিনে ধিনে ধিনে দাওঁ

টিঘেন দাওঁ গেন দাওঁ দাওঁ খুট

টিঘেন দাওঁ দাওঁ খুট

টিঘেন টিঘেন দাওঁ গেন দাওঁ খুট
ধিনে ধিনে ধিনে দাওঁ
টিঘেন দাওঁ গেন দাওঁ টিঘেন দাওঁ দাওঁ গেন গেনা খুট
টিঘেন দাওঁ ঘেন দাওঁ দাওঁ খুট
টিঘেন দাওঁ দাওঁ খুট
টিঘেন টিঘেন দাওঁ ঘেন দাওঁ খুট
ধিনে ধিনে ধিনে দাওঁ
টিঘেন দাওঁ গেন দাওঁ দাওঁ খুট
টিঘেন দাওঁ দাওঁ খুট
টিঘেন টিঘেন দাওঁ গেন দাওঁ খুট
ধিনে ধিনে ধিনে দাওঁ
টিঘেন দাওঁ ঘেন দাওঁ টিঘেন দাওঁ ঘেন ট্রিয়া
ধিন তিধিন দাওঁ দাওঁ তিধিন দাওঁ তিধিন দাওঁ
ধিন তিধিন দাওঁ ধিন্ তিধিন তিধিন দাওঁ ধিন
তিধিন দাওঁ তিধিন দাওঁ দাওঁ
ধিন তিধিন দাওঁ ধিন তিধিন দাওঁ
ধিন তিতি ধিন দাওঁ
টিধিন দাওঁ দাওঁ তিতি ধিন দাওঁ দাওঁ
ধিন তিধিন দাওঁ তিধিন দাওঁ
দাওঁ তিতি ধিন দাওঁ
দাওঁ ঘেন টিঘেন টিঘেন দাওঁ
ধিন তিধিন দাওঁ তিধিন দাওঁ
দাওঁ তিতি ধিন দাওঁ তিতি ধিন দাওঁ দাওঁ তিতি ধিন দাওঁ দাওঁ
তিধিন দাওঁ ধিন তিতি ধিন দাওঁ দাওঁ তিতি ধিন দাওঁ
দাওঁ ধিন তিধিন দাওঁ ধুন দাওঁ তিতি ধিন দাওঁ দাওঁ
তিধিন দাওঁ ধিন ধিনা উট ধিন উট ধিন
তিধিন দাওঁ ধিন ধিনা উট ধিনা উট ধিন
তিধিন দাওঁ ধিন তিধিন দাওঁ
ধিন দাওঁ ধিন

নাচনী খুট

ঘেনা খুট তিঘেন দাওঁ তিঘেন দাওঁ দাওঁ
ঘেনাখুট তিঘেন দাওঁ তিঘেন দাওঁ দাওঁ
ঘেনাখুট তিঘেন দাওঁ ঘেন দাওঁ
তিঘেন দাওঁ ঘেন
ঘেনাখুট তিঘেন দাওঁ তিঘেন দাওঁ দাওঁ
ঘেনাখুট তিঘেন দাওঁ তিঘেন দাওঁ দাও
ঘেনাখুট তিঘেন দাওঁ ঘেন দাওঁ
তিঘেন দাওঁ ঘেন।

*(বাৰেকুৰি তৰাজান গাঁৱৰ শ্ৰীযুত হেৰম্ব দুৱৰাৰ পৰা সংগৃহীত)*

নাচনী খুট

খিঁতি খিতা তিঁঘিনাত তিঘিনাত নাত নাত খিতিখিতা
তিঁঘিনাত ঘিন নাত তিঁঘিনাত ঘিন (দুবাৰ)
ধুং জাও ধুং জাও খিত তিঘিনাত খিতি খিতি তাঘিনা তিঘিনিকি তাঘিনা
তিঘিনিকি তিঘিনাক নতঘিনা খিতি খিতি তিঘিনাত ঘিন দাও তিঘিনাত ঘিন
(দুবাৰ)

কুলাবুঢ়ী চাপৰ :

জাং গুৰু জাং গুৰু জাং গুৰু (তিনিবাৰ)
ঘিন ঘিন ঘিন তাক তিঘিনিতি ঘিন দাং (তিনিবাৰ)
তিঘিনিতি ঘিন দাং তিঘিনিতি দাং দাং

পানীতোলা চাপৰ :

ঘিন গুৰু ঘিন গুৰু ঘিন দাও-দাও (দুবাৰ)
ঘিন দাও ধুন জাও জাও। (দুবাৰ)
ঘিন ঘিন ঘিন কেতে কেতে ঘিন (দুবাৰ)
দাও দাও দাও তিঘিনাক তিঘিনাক ঘিন (দুবাৰ)
দাং ধুন দাং তাং ঘিন তিঘিনাত ঘিন (দুবাৰ)
ঘিন ঘিন ঘিন দাও তাক ঘিন তিঘিনাত ঘিন (দুবাৰ)
তাক তিতা ধিন দাও দাও তাক ঘিন তিঘিনাত ঘিন (দুবাৰ)
তিখিতাও তাকঘিনা খিত ঘিন ঘিনাত তাক ঘিনাখিত ঘিন নাত ঘিন।

*(বাৰেকুৰি লেছেংকা গাঁৱৰ শ্ৰীযুত বশেশ্বৰ চুতীয়াৰ পৰা সংগৃহীত)*

('মৰাণ লোক-সংস্কৃতি সম্ভাৰ' নামৰ গ্ৰন্থৰ পৰা সংগৃহীত)

# মৰাণসকলৰ বস্ত্ৰসম্ভাৰ

- থুলেশ্বৰ চেতিয়া

প্ৰাচীনকালৰ মানৱৰ স্বভাৱজাত বিচৰণ আৰু অনুসন্ধিৎসুতাই খ্ৰীষ্টজন্মৰ বহু হাজাৰ বছৰ পূৰ্বেই সুদূৰ চীনৰ হুকং উপত্যকাৰ পৰা [illegible]ৰ পূৰ্বপুৰুষসকল পৰিয়ালসহ সবল নেতৃত্বত ব্ৰহ্মপুত্ৰ উপত্যকালৈ আহিছিল। বৃহৎ মঙ্গোলীয় প্ৰজাতিৰ এটি ঠাল মৰাণসকলে ব্ৰহ্মপুত্ৰ উপত্যকাত জীৱিকাৰ সুচলতা দেখি স্থায়ীভাৱে বসবাস কৰিবলৈ লয়। মৰাণসকলে দলপতি বা মুৰব্বীৰ তত্ত্বাৱধানত আৰু পাছলৈ নিজ ৰজাৰ অধীনত গাঁও পাতি, ৰাজ্য স্থাপন কৰি বসবাস কৰিছিল। মৰাণৰ অন্তিম ৰজা বদৌচাৰ পূৰ্বে ব্ৰহ্মপুত্ৰ উপত্যকাত ৩৩ জন মহাপৰাক্ৰমী মৰাণ ৰজাই ৰাজত্ব কৰিছিল বুলি মৰাণ বসতিপ্ৰধান অঞ্চলৰ বয়সস্থসকলৰ মাজত প্ৰবাদ আছে। মৰাণৰ নিজা কোনো লিখিত বুৰঞ্জী পাবলৈ নাই। আনহাতে মৰাণৰ বিষয়ে বিতংভাৱে বিৱৰণি থকা সমস্ত পুথি-পাঁজি, বুৰঞ্জী মোৱামৰীয়া গণ বিপ্লৱৰ সময়ত আহোম মন্ত্ৰী কীৰ্তিচন্দ্ৰ বা গেন্ধেলাই সৈন্যবাহিনী লগাই গোটাই মেলি পুৰিলে। সেয়েহে মৰাণৰ প্ৰাগঐতিহাসিক ৰাজত্বকালীন সময়ৰ সবিশেষ তথ্য পাবলৈ নাই।

প্ৰাগ্‌ঐতিহাসিক যুগৰে পৰা প্ৰচীন সৌমাৰখণ্ডত বসবাস কৰি অহা মৰাণসকল ৰাজকীয় মৰ্যাদাসম্পন্ন, সকলো দিশতে ঐতিহ্যমণ্ডিত জাতি। অতীজৰে পৰা জীৱনযাত্ৰাৰ প্ৰতিটো দিশত নিজৰ পদ্ধতিৰ আধাৰত মৰাণসকলে নিজাববীয়াকৈ জীৱন-যাপন কৰি আহিছে। অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত প্ৰধান অৰিহণা যোগোৱা থলগিৰি মৰাণৰ ব্যৱহৃত বস্ত্ৰ সম্ভাৰৰ বিষয়ে এই লেখাত আলোচনা কৰিবলৈ লোৱা হৈছে। কোৱা নিষ্প্ৰয়োজন যে থকাঘৰ আৰু খাদ্যৰ পিচত মানুহৰ তৃতীয় প্ৰয়োজনীয় সামগ্ৰীটো হ'ল পৰিধেয় বস্ত্ৰ।

বস্ত্ৰসম্ভাৰ হ'ল একোটা জাতি বা জনগোষ্ঠীৰ চাক্ষুষ সাংস্কৃতিক পৰিচয়। বস্ত্ৰৰ বোৱন পদ্ধতি, সূতাৰ প্ৰকাৰ, ৰং, ফুল, নক্সা, কাপোৰৰ আকাৰ-প্ৰকাৰ আৰু পিন্ধনৰ ৰীতিয়ে জাতীয় সাংস্কৃতিক পৰিচয় বহন কৰে। মৰাণৰ ইতিহাসৰ

লগত বস্ত্ৰশিল্প তথা কাপোৰ-কানিৰ ইতিহাসো জড়িত হৈ আছে। কোন সময়ৰ পৰা সূতা কাটি কাপোৰ বোৱা প্ৰথা এই সমাজত প্ৰচলন হ'ল তাক নিৰ্ণয় কৰা কঠিন। মৰাণসকল মঙ্গোলীয় গোষ্ঠীৰ অন্তৰ্ভূক্ত; সেইহেতু মঙ্গোলীয় সভ্যতাৰ লগত মৰাণসকল জড়িত। সি যি কি নহওক শীততাপৰ পৰা ৰক্ষা পাবলৈ আৰু লজ্জা নিবাৰণৰ বাবে প্ৰয়োজনীয় আভৰণ প্ৰস্তুত কৰি লোৱাত মৰাণসকল অতীজৰে পৰা আত্মনিৰ্ভৰশীল আছিল। বিভিন্ন কৌশলেৰে গছৰ ছালৰ আঁহৰ পৰা, পাট-এড়ী পলুৰ পৰা, কপাহৰ পৰা মৰাণে সূতা কাটি বিধে বিধে বস্ত্ৰসম্ভাৰ তৈয়াৰ কৰি আহিছে। প্ৰকৃতিৰ ৰঙীন ৰম্যভূমিৰ মনোগ্ৰাহী সীমাহীন ৰং-বিৰঙৰ প্ৰতি আকৃষ্ট হৈ ইয়াক জীৱনৰ চিৰলগৰীয়া কৰা মানসেৰে নিষ্কাষিত সূতাত মৰাণসকলে বিধে বিধে ৰং বোলাই বিধে বিধে কাপোৰ তৈয়াৰ কৰি আহিছে। নিজৰ প্ৰয়োজনীয় বস্ত্ৰসম্ভাৰ - মেখেলা, কঁকালমৰা, পাৰকানি, বৰকাপোৰ, এড়ীয়া কাপোৰ, গাটি কাপোৰ, তলিছা, চাদৰ, পাগুৰী, চাপকন চোলা, ছয়গুণ চোলা, এঙাৰ চোলা, ধূতী, জেমা, টঙালী, চালিধৰা, গামোচা, হাঁচতি, গিলিপ কাপোৰ, কবচ কাপোৰ, আঠোৱা কাপোৰ আদি নিজস্ব বৈশিষ্ট্যতাৰে তৈয়াৰ কৰি আহিছে। এই সাজপাৰসমূহৰ পৰিধানৰ উপলক্ষ আৰু ৰীতিয়েও মৰাণৰ বৈশিষ্ট্যতা বহন কৰি আহিছে।

মৰাণসকলৰ লোক সংগীততো কাপোৰ কানিৰ সঘনে উল্লেখন পোৱা যায়। বিহুনাম, বিয়া খেৰী (নাম), নিচুকনি গীত, ধৰ্মীয় গীত, ফকৰা-যোজনা আদিত কপাহ, মুগা, পাট আদিৰ পৰা আৰম্ভ কৰি তাঁত বোৱা সঁজুলিলৈকে সমস্ত বিৱৰণ ঠাহ খাই আছে। মৰাণ জনজীৱনৰ লগত অবিচ্ছেদ্যভাৱে বস্ত্ৰসম্ভাৰে অতীজৰে পৰা জড়িত হৈ আছে।

অনুমান কৰিব নোৱাৰা দিনৰে পৰা নৈ, জান, জুৰি, জীৱ-জন্তু, গছ-গছনিৰে ভৰা সেউজী ধৰণীৰ বুকুত মৰাণসকলে বসবাস কৰি আহিছে। তেওঁলোকে প্ৰকৃতিৰ বিনন্দীয়া কাননৰ কেঁচাপতীয়া, ৰঙা, নীলা, হালধীয়া, কমলা, গেৰুৱা, ক'লা, বগা, বেঙুনীয়া আদি ৰং খুব ভাল পায়। প্ৰকৃতিৰ চিক্‌মিকিয়া, জকমকীয়া ৰং দেখি বিমুগ্ধ হৈ প্ৰকৃতিৰ পৰাই ৰং আহৰণ কৰি, উলিয়াই তেওঁলোকৰ বস্ত্ৰসম্ভাৰত ৰং বোলাই আহিছে। থলুৱাভাৱে পোৱা বনৰীয়া তৰু, তৃণ, ফল, ফুল, গছ, পাত, ছাল, শিপা, আমলখি, জামুক, কেহেৰাজ, জেতুকা, বৰহমথুৰী, মধুৰী, হালধী, শিলিখা, হেলচ, থেৰেজু আদিৰ পৰা ৰং তৈয়াৰ কৰি সূতাত, কাপোৰত বোলাই প্ৰয়োজনীয় বিভিন্ন ৰঙৰ কাপোৰ প্ৰস্তুত কৰি আহিছে। কাপোৰৰ উপৰিও এনেদৰে প্ৰস্তুত কৰা ৰং দাঁত, ওঁঠ, হাত, ভৰি আদি শৰীৰৰ বিভিন্ন অংগতো নক্সা আঁকিছিল।

মৰাণ শিপিনীয়ে বস্ত্রত ব্যৱহাৰ কৰা বিভিন্ন ফুলৰ চানেকি, নক্সা, আৰ্হিবোৰত বিশেষত্ব আছে। ত্রিকোণ, চতুষ্কোণ, কেঁচবছা, চামকৰা, বৃটাবছা, ফুটুকি ফুলৰ নক্সাৰ উপৰিও ফুল বাচোতে টেঙেচিপাত, বাবৰি, কেৰেলা, বগৰী আদি নানান লতা, গছ-গছনি আদি চৌপাশৰ প্রকৃতিৰ পৰাই চানেকি লোৱা দেখা যায়। জীৱ-জন্তুৰ ভিতৰত হাতী, হৰিণা, ঘোঁৰা, মকৰা, পখিলা, কপৌ আদিৰ নক্সা ফুলত তোলে। তদুপৰি অলংকাৰৰ ভিতৰত দুগদুগী, ঢোলবিৰি, জোনবিৰি, পুখীয়া, জাংফাই, নেজপতা, মণি আদি মৰাণ শিপিনীৰ ফুলত প্রতিফলিত হয়। এনেবোৰ ফুলৰ, নক্সাৰ চানেকিৰ, আকাৰৰ সূক্ষ্মতা, ৰঙৰ কোমলতা আৰু ফুলৰ মাজত ফুটি উঠা বিশুদ্ধ জ্যামিতিক লেখ-জোখ অতি মনোগ্রাহী। জনজাতীয় মূলৰ মৰাণ শিপিনীৰ বস্ত্রৰ এনে বৈশিষ্ট্যতাই সুকীয়া মৰাণ বস্ত্র সংস্কৃতিৰ পৰিচায়ক।

ওপৰত উল্লেখ কৰা হৈছে যে মৰাণসকলৰ বস্ত্রসম্ভাৰ বহুবৰ্ণী। কিন্তু পূৰ্বৰ শাক্ত ধৰ্মৰ পৰিৱৰ্তে বৈষ্ণৱ পন্থা গ্রহণ কৰাৰ পাছৰ পৰা সহজ, সৰল স্থিতপ্রজ্ঞ মৰাণসকল প্রবলভাৱে গুৰুমুখী হৈ পৰে। গোসাঁইক ভগৱানৰ অংশ বা দূত বুলি মৰাণ শিষ্যই ভাবিছিল। গুৰুৰ বচন অমান্য কৰা মহাপাপ, পৰলোকতো নিস্তাৰ পোৱা নাযায় বুলি মৰাণ শৰণীয়া ভকতগণৰ মাজত বিশ্বাস সোমাইছিল। বৈষ্ণৱী সত্র বা নামঘৰত সত্রীয়া শুভ্র বস্ত্র সংস্কৃতিয়ে বিৰাজ কৰিছিল। জনজাতীয় মৰাণসকলে ব্যৱহাৰ কৰা বিভিন্ন ৰঙীন বস্ত্র সত্র বা নামঘৰত প্রৱেশ কৰিবলৈ দিয়া নহৈছিল। সেয়েহে বৈষ্ণৱ ধৰ্ম গ্রহণ কৰা পাছৰ পৰা ক্রমে ৰঙীন বস্ত্রসম্ভাৰৰ পৰিৱৰ্তে সৰ্বত্র শুভ্র বস্ত্র ব্যৱহাৰ কৰিবলৈ ল'লে। সত্র বা নামঘৰ, ধৰ্মানুষ্ঠানৰ দূৰত্বত কেৱল কলীয়া বিহা, গাজ মেখেলা, মেজাংকৰী মেখেলা, চাটনৰ মেখেলা, মুগা মেখেলা, সেউজীয়া মেখেলা, ভাত ফুটুকীয়া বিহা আদি মৰাণ মহিলাৰ মাজত বৰ্তি থাকিল।

মৰাণ বস্ত্রৰ এখন সাধাৰণ তালিকাৰ পৰা মৰাণ বস্ত্রসম্ভাৰৰ সুকীয়া সাংস্কৃতিক পৰিচয় পাব পাৰি। গামোচাই মৰাণৰ মাজত বিশেষ স্থান দখল কৰি আছিছে। গামোচাৰ ভিতৰত ফুলাম গামোচা, তিয়নি গামোচা, চালি গামোচা, পাৰি দিয়া গামোচা, ফুটুকী গামোচা আদিয়েই প্রধান। প্রাক্ বৈষ্ণৱী কালত মৰাণ গামোচা সাধাৰণতে সেউজীয়া, বগা আৰু গেৰুৱা ৰঙৰ আছিল। এই গামোচাত ক্রমে জিকা ফুলীয়া, ৰঙাফুলীয়া, মুগা ফুলীয়া ৰঙৰ ফুল আছিল। বৈষ্ণৱোত্তৰ কালতো সেউজীয়া পাৰি দিয়া, গাৰি দিয়া জিকা ফুলীয়া গামোচা চেপা চোবোকাকৈ প্রচলন হৈ আছে। এই গামোচাখন তিয়নি গামোচা হিচাপেও ব্যৱহাৰ কৰা হয়। বগা ৰঙৰ গামোচাত ৰঙা পাৰি আৰু ফুল থকা গামোচাখন অতীতৰ দৰেই আজিও সৰ্বত্র প্রচলন হৈ

আছে। এইখন গামোচা ডেকা-গাভৰু, আদহিয়াৰ পৰা আৰম্ভ কৰি সকলো স্তৰৰ লোকেই লয়। মৰাণৰ সৃষ্টি এই গামোচাখনে অসমীয়া বস্ত্র সংস্কৃতিতো বিশেষ স্থান পাইছে। বৈষ্ণৱ হোৱাৰ পাছত পূৰ্বৰ পাৰি নথকা গেৰুৱা ৰঙৰ গামোচাখন, পাৰি নথকা বগা ৰঙলৈ ৰূপান্তৰ ঘটে আৰু এই গামোচাত মুগা সূতাৰ বা গেৰুৱা ৰঙৰ ফুল থাকে। এইখন গামোচা বয়োজ্যেষ্ঠ, ভকত, বুঢ়ামেথিসকলে সাধাৰণতে ব্যৱহাৰ কৰে। চালি গামোচা হিচাপেও ব্যৱহাৰ হয়। চালি গামোচা চালি ধৰাখনত থকা গুৱাপাণ, চালি, চূণ, ধপাত আদি বন্ধা হয়। চালিধৰাখন দুভাগ কৰি ফুলতোলা হয়। আধা অংশ পৰম্পৰাগত ত্রিকোণ, চতুষ্কোণ নক্সা, চাম বচা, বুটা বচা হয়।

মৰাণ মহিলাই মেখেলা বুকুত খুচোনা (মেথনি) মাৰি পৰিধান কৰে। এই মেখেলা কেইবা প্রকাৰো- সেউজীয়া কপাহী মেখেলা, গাজ মেখেলা, চাটনৰ মেখেলা, মেজাঙ্কৰী মেখেলা, মুগা মেখেলা, বগা কপাহী মেখেলা আদি। বগা মেখেলাৰ বাহিৰে আন মেখেলাত চাম কৰা ফুল, বুটা বচা, কেচ বচা, ফুটুকী আদি ফুল বচা হয়। কঁকালত কঁকালমৰা আৰু উত্তৰাৰ্ধত পাৰকানি কাপোৰ মহিলাই লয়। কঁকালমৰাত পাৰি থকা নথকাৰ কোনো ধৰা বন্ধা নিয়ম নাই। বগা ৰঙৰ কঁকালমৰাত চামকৰা - চতুষ্কোণীয়া ফুল, কেচ বচা, দবোৱা, বাবৰি আদি ফুল থাকে। পাৰকানিতো পাৰিৰ নিৰ্দিষ্টতা নাই। পাৰকানি দুকাঠিৰ পৰা তিনিকাঠিলৈকে থাকে। এই পাৰকানিখনৰে উৰুণীও ল'ব পাৰে। মৰাণ জীয়াৰী-বোৱাৰীয়ে এনে বস্ত্র পৰিধান কৰিলেও জীয়াৰীসকলে পাৰকানিখন কঁকালমৰাত গুজি মেৰিয়াই উত্তৰাৰ্ধ বাওসিলৈকে ঘূৰাই লোৱাও দেখা যায়। জীয়ৰী-ঘোৱাৰীয়ে বাওঁসি, বুকুৰ পৰা কঁকাল তপিনালৈকে ঘূৰাই ঘূৰাই বিহা লয়। বিহাৰ একাঁচল কঁকালমৰাত খুচি সন্মুখৰ ফালে সামান্য ওলোমাই থোৱা হয়। বুটাবচা, কেচবচা, গাৰি দিয়া, চাম কৰা, ফুল থকা, দম্বি বটা কাৰণে ওলমি থকা এই বিহাৰ আঁচলটোৱে আচ্ছাদনৰ শোভা বঢ়ায়। বিহাৰ পৰিধানত শৰীৰ ঋজুতা আৰু শৰীৰৰ বিভিন্ন অংশৰ ৰেখাসমূহ ৰমনীয়ভাৱে উদ্ভাসিত হয়। কলীয়া বিহা, পাৰি দিয়া বিহা, কেচবচা বিহা, ভাট ফুটুকী থকা বিহা আদি কেইবাবিধো বিহা মৰাণ নাৰীৰ পৰিধেয় বস্ত্র। বিহা নেওঠনিত পেৰা কপাহৰ পৰা সূতা কাটি ৰং ঘোলাই বোৱা হয়। বোৱাৰী, বয়সস্থ মহিলাই বিহাৰ ওপৰত পাঁচকঠীয়া, ছয়কঠীয়া চেলেং বিহুৱে-সংক্রান্তিয়ে, উৎসৱে-অনুষ্ঠানে লয়। বৰবিয়াত কলীয়া বিহাৰ ওপৰত গুটিফুলৰ চেলেং, শান্তি বিয়া তোলা দিনা কলীয়া বিহাৰ ওপৰত গুটিফুলৰ চেলেং মূৰলৈকে ঢাকি চাটন মেখেলা বা গাজ মেখেলা বা মেজাংকৰী মেখেলা পিন্ধাই কইনা সজোৱা হয়। তদুপৰি শৰণ লোৱাৰ

সময়ত ৰিহাৰ ওপৰত চেলেং কাপোৰে মূৰলৈকে ঢাকি লোৱা হয়। ই সৰ্বাঙ্গ আচ্ছাদনৰ বস্ত্ৰ। লোক চক্ষুৰ পৰা নাৰী দেহৰ কোনো অংগই যাতে গোচৰীভূত নহয়, সেইবাবে মৰাণ নাৰীয়ে এনেদৰে ৰিহা, চেলেং আদি পৰিধান কৰে।

মৰাণ সমাজৰ বস্ত্ৰসম্ভাৰৰ ভিতৰত অতি উল্লেখযোগ্য বস্ত্ৰ হ'ল কৱচ কাপোৰ। এটা সন্তানৰ পাছত পুনৰ ঋতুমতী নোহোৱাকৈ অন্য সন্তান জন্ম হ'লে, মৰাণ সমাজত সেই সন্তানক মগুৱা সন্তান বোলে। এনেদৰে জন্ম হোৱা সন্তান ধেৰেকেনি সৰগ পৰাৰ পৰা আৰম্ভ কৰি আন আন অপায়-অমঙ্গল হ'ব পাৰে বুলি লোকবিশ্বাস আছে। বিশেষ পদ্ধতিৰে মৰাণ মহিলাই মগুৱা যেৰী গাই একে ৰাতিৰ ভিতৰতে নেওঠনিত কপাহ পেৰি, সূতা কাটি, পকাই কৱচ কাপোৰ বৈ এনে সন্তানক অপায়-অমঙ্গল, বিজুলী পৰাৰ পৰা ৰক্ষা পাবৰ নিমিত্তে দিয়ে। এই কাপোৰ তাঁতশালত বোৱা নহয়। ই মৰাণ শিপিনীৰ বস্ত্ৰশিল্প দক্ষতাৰ পৰিচয় দিয়ে।

কৃষিজীৱি মৰাণ পুৰুষৰ পৰিধেয় বস্ত্ৰ সামাজিক মৰ্যাদা, ধৰ্মীয় আৰু সাংস্কৃতিক পৰম্পৰাৰ লগত জড়িত। পুৰুষে আঁঠুৰ তলত পৰাকৈ ধুতী আৰু চাপকণ, ছয়গুণ, কামিজ আদি পৰিধান কৰে। কামৰ সময়ত মূৰত আৰু সাধাৰণ অৱস্থাত গামোচা ডিঙিত লয়। গোসাঁই, পুৰোহিত, গাঁওবুঢ়া আদিয়ে মূৰত মুগাৰ পাগুৰী মাৰে। এখেতসকলে মৰ্যাদা বিশিষ্ট বিশেষভাৱে নিৰ্মিত ছয়গুণ চোলা পৰিধান কৰে। সাধাৰণতে ভকতসকলে কপাহী পাগুৰী মাৰে। পাগুৰীত পাৰি নাথাকে। দীঘ বাৰ হাত, বহল এহাত বা এমুঠেন আকাৰৰ। হালধীয়া, কমলা, মুগা ৰঙৰ পৰম্পৰাগত ফুলৰ চানেকি পাগুৰীত তোলা হয়। পাগুৰীৰ ৰং বগা, হালধীয়া, মুগা, কমলা আদি। গায়ন-বায়ন উঠিবৰ সময়ত ঘেৰ থকা জেমা, টঙালি, পাগুৰী, চাপকন চোলা, গাত পাহমাৰি চেলেং কাপোৰ লোৱা হয়। জেমা বিশেষ পদ্ধতিৰে কুচি কুচি কৈ, ঘেৰ থকাকৈ প্ৰস্তুত কৰা হয়। ইয়াৰ বাবে কাপোৰ বিশ/বাইশ হাত আৱশ্যক হয়। টঙালিত পাৰি নাথাকে। দহিবটা টঙালিত ত্ৰিকোণ, চতুষ্কোণ, ষষ্টকোণৰ বুটা বচা, চাম কৰা, মৰাণ-কছাৰী ফুল আৰু লতা জাতীয় ফুল থাকে। জেমাৰ ওপৰত, কঁকালত টঙালি আঁচল দুটা তললৈ বৈ পৰাকৈ পৰিধান কৰা গায়ন-বায়নৰ পোচাক অতি মনোমোহা। এই টঙালি পূৰ্বতে যুদ্ধলৈ যাওঁতেও পৰিধান কৰা হৈছিল। সম্ভ্ৰান্তসকলে যিকোনো সময়তে টঙালি পৰিধান কৰিছিল।

মৰাণ হুচৰি গোৱা সময়ত নামতিয়ে পাগুৰী, চাপকন চোলা, ভৰিৰ সৰু গাঁঠি পৰ্যন্ত ধুতী, চেলেং, গামোচা লয়। ঢোলীয়া, তালিয়া, পালিসকলে আঁঠুৰ তললৈ ধুতি, চাপকন, কামিজ, মূৰত পাগুৰী বা গামোচা আৰু কঁকালত গামোচা লয়।

মৰাণ বিহুৰ জাতীয় সাজ হিচাপে বিহুৱাই মুগাৰ চোলা, ধূতী, মূৰত আৰু কঁকালত গামোচা মাৰে। গাভৰুৱে মুগাৰ মেখেলা, ৰঙা হাত কিলাকুটিৰ ওপৰত পৰা ব্লাউজ, বুকুত বগা মেখেলাৰ খুচোনা, কলীয়া ৰিহা পৰিধান কৰে। তদুপৰি গাভৰুসকলে ডিঙিত কণ্ঠহাৰ, ঢোলবিৰি, দুগ্‌দুগী, ফুটিমণি, দুকাণত জাংফাই কেৰু, থুৰীয়া, নেজপতা আদি কেৰু আৰু দুহাতত সোণ-ৰূপৰ আঙঠি, গামখাৰু পিন্ধে। অৱশ্যে বিহুঘৰত বিহু মাৰিবলৈ যাওঁতে গাভৰুৱে চাটন মেখেলা, গাজ মেখেলা, মেজাংকৰী মেখেলা, মুগা মেখেলা, কলীয়া ৰিহা, ফুটুকী কেচ বচা ৰিহা, পাৰকানি, কঁকালমৰা আদি মৰাণৰ জাতীয় পোচাকো পৰিধান কৰে।

শীতৰ পৰা ৰক্ষা পাবলৈ এৰাপাত, কেচৌগছ (কেচেৰুগছ)ৰ পাতখোৱা মুগাৰ পৰা সূতা কাটি এড়ীয়া কাপোৰ প্ৰস্তুত কৰা হয়। এড়ী কাপোৰ দুতৰপীয়াকৈ লোৱা হয়। উলৰ কম্বলৰ সমপৰ্যায় এড়ীয়া কাপোৰ প্ৰচিন কালৰ পৰাই মৰাণসকলে তৈয়াৰ কৰি আহিছে। তদুপৰি এড়ী কাপোৰৰ পৰা ছয়গুণ, চাপকন চোলা প্ৰস্তুত কৰাৰ উপৰিও সম্ভ্ৰান্তসকলে এড়ী ধূতীও পিন্ধে। কপাহ নেওঠনিত পেৰি, সূতা কাটি বৰ কাপোৰ তৈয়াৰ কৰিও জাৰত লোৱা হয়। বৰকাপোৰ পুৰুষ মহিলা উভয়ে লয়। বিয়া সোমোৱা আগেয়ে তিনিখনকৈ বৰকাপোৰ বৈ স্বামীগৃহলৈ গাভৰুৱে নিয়াতো বাধ্যতামূলক। এনেকৈ নিয়া বৰকাপোৰ এখন দৰাক কইনাই গৈয়েই দিব লাগে।

মৰাণ সমাজৰ প্ৰতিগৰাকী জীয়ৰী, বোৱাৰীৰে কাপোৰ বোৱাটো এটা অত্যাৱশ্যকীয় গুণ হিচাপে স্বীকৃত হৈ আহিছে। বস্ত্ৰশিল্পৰ, তাঁতশালৰ লগত মৰাণ নাৰীৰ আজীৱন সম্বন্ধ আছে। যি ছোৱালীয়ে তাঁত বব নেজানে, তেনে ছোৱালীক থুপৰি বা অকাঁজি বোলা হয়। এনে ছোৱালী বিয়া দিয়াটোও এটা প্ৰধান সমস্যা। কাপোৰ বৈ প্ৰস্তুত কৰা তাঁতশালৰ সঁজুলিসমূহক মৰাণ মহিলাই অতি পবিত্ৰ বুলি মানি আহিছে। কপাহ চপোৱা, নেওঠনিত সূতা পেৰা, তুলা জোৰে কপাহ ধূনা, পাঁজি তোলা, সুতুলাহিত, যঁতৰত সূতা কটাৰ পৰা আৰম্ভ কৰি কাপোৰ বৈ প্ৰস্তুত কৰালৈকে এই সমস্ত ব্যৱস্থাটোৰ প্ৰতিটো স্তৰৰ কামভাগিকে অতি নিয়াৰিকৈ অত্যন্ত শুচিতাভাৱে কৰি যোৱা হয়। বস্ত্ৰশিল্পৰ সঁজুলিসমূহ গা নোধুৱাকৈ নুচুৱে, দেই নাযায়; তাঁতৰ পাতত নবহে। মৰাণ নাৰীয়ে তাঁতশালৰ কামসমূহ পৰম নিষ্ঠাৰে ধৰ্মীয় কাম বুলিয়েই সম্পাদন কৰে। শনি আৰু মঙ্গলবাৰে তাঁত লগোৱা, সূতা সিজোৱা, কপাহ পেৰা আদি কাম আৰম্ভ কৰা নহয়। তাঁতৰ সূতা ছিগিলে, আউল লাগিলে, কোণীয়া হ'লে শিপিনী আইলৈ তামোল-পাণ আগবঢ়াই পৰম ভক্তিভাৱেৰে

সেৱা জনোৱা হয়; যাতে সকলো দোষ পিপিনী আয়ে নিজগুণে মৰিষণ কৰি সকলো আউল, কেনা নাইকিয়া কৰে। মুঠতে বয়ন শিল্পক মৰাণ সমাজত ধৰ্মীয় মৰ্যাদাসহকাৰে লোৱা হয়।

ওপৰত উল্লেখিত বস্ত্ৰসম্ভাৰৰ সকলোৰে সবিস্তাৰ বিৱৰণ এই সীমিত আলোচনাত কৰাটো সম্ভৱ নহয়। যি কি নহওক, বস্ত্ৰশিল্প এটা জাতি বা জনগোষ্ঠীৰ সংস্কৃতিৰ প্ৰধান অংগ। মৰাণসকলৰ ব্যৱহৃত বস্ত্ৰসম্ভাৰে সুকীয়া মৰাণ বস্ত্ৰ সংস্কৃতিৰ পৰিচয় বহন কৰিছে।

*প্ৰসঙ্গ : (১) মৰাণ প্ৰধান অঞ্চলৰ পৰা সংগ্ৰহীত তথ্য*
*(২) নগেন শইকীয়াৰ প্ৰবন্ধ "অসমীয়া মানুহৰ ইতিহাস।"*

# মৰাণৰ বৰ বিয়াৰ নীতি-নিয়ম

- বশিষ্ঠ গোস্বামী

ঐতিহ্যমণ্ডিত মৰাণ সকলে চাৰি নিয়মে বিয়া কৰে। বৰবিয়া, সৰুবিয়া, তোলনিবিয়া আৰু চুৰবিয়া। বৰবিয়া ব্যয়বহুল কাৰণে সৰহ ভাগেই চুৰ বিয়াহে কৰে। সৰু বিয়া আৰু তোলনি বিয়া ব্যয় কম যদিও খুব কম লোকেহে কৰে। এই প্ৰবন্ধত পূৰ্বৰ বৰবিয়াৰ নীতি-নিয়মৰ কথাহে আলোচনা কৰা হ'ব।

মৰাণ বৰবিয়া আচলতে ডেকা-জীয়ৰীয়ে গুপুতে বন্দবস্ত কৰাৰ পিছতহে হয়। ল'ৰাৰ বাপেকে সেই কথা গম পোৱাৰ পিছত ছোৱালীৰ বাপেকৰ লগত আলোচনা কৰি ছোৱালী খোজাৰ দিন ঠিক কৰে। নিৰ্দিষ্ট দিনত দৰাঘৰৰ আৰু গাঁৱৰ তিনি-চাৰিজন মানুহ লগত লৈ ছোৱালী খোজেগৈ। ছোৱালীৰ বাপেকে নিজৰ বংশৰ মুৰব্বীসকলৰ লগত কোৱা-মেলা কৰি "যোৱাই যদি যায় আৰু নিয়াই যদি নিয়ে, আমাৰনো কি কথা আছে ?" বুলি কৈ বিয়াত সম্মতি প্ৰদান কৰে। বিয়া বন্দবস্ত হোৱাৰ পিছত দৰাঘৰৰ মানুহে ঘৰ উঠাৰ কথা সোধে। কন্যাঘৰে কয় - "জোনটোৰ ভিতৰত ঘৰ উঠি যাবহি পাৰিলে ভাল হয়।" আৰু সেইমতে মাহটোৰ ভিতৰতে দিন-বাৰ ঠিক কৰে।

ঘৰ উঠিবলৈ আহোতে হাঁহৰ ভাৰ এখন, তামোল-পাণৰ টোপোলা আৰু গুড়, কল, গাখীৰৰ ভাৰ এখনো আনিব লাগে। ল'ৰাৰ লগত মাক বা খুৰীয়েক আৰু গাঁৱৰ দুই তিনিজন লগৰীয়াৰ সৈতে ঘৰ উঠিবলৈ যায়। ঘৰ উঠাৰ দিনাই প্ৰথম মিতু খোৱা আৰু জোঁৱাই চিনাকি হোৱাৰ দিন। ছোৱালীৰ মাকে বা খুৰীয়েকে নিজৰ বংশৰ বয়োজ্যেষ্ঠসকলৰ লগত জোঁৱাইক চিনাকি কৰাই দিয়ে। আনকি মাকৰ ফালৰ (ছোৱালীৰ মোমায়েক) মুৰব্বীসকলকো তামোলৰ মাননী দি জোঁৱাই দেখুৱায়। এৰাতি থাকি ল'ৰা ঘৰৰ মানুহ ঘূৰি যায়। ঘৰ উঠাৰ পিছৰ পৰা বিয়া নোহোৱালৈকে মাজে-সময়ে জোঁৱায়েকে শহুৰৰ ঘৰলৈ অহা-যোৱা কৰি থাকিব লাগে। বিয়া নোহোৱা দিনৰ ভিতৰত বিহুৰ দিন পৰিলে বিহুৰ ভাৰ (হাঁহৰ) নিব

লাগে। জীয়েকে জোঁৱায়েকৰ লগত খাব পাৰিব নে নোৱাৰে পৰীক্ষা কৰিবলৈ কন্যাঘৰে বিয়াৰ দিন দীঘলীয়া কৰে। সেই সুযোগতে জীয়েকৰ লগত দিবৰ বাবে দুই এপদ বস্তুও যোগাৰ কৰে। বছৰেকৰ মূৰত ল'ৰা ঘৰৰ পৰা কেইজন মান মানুহ কন্যাঘৰলৈ পঠিয়ায়। তেওঁলোকে তামোল-পাণৰ টোপোলা লৈ ছোৱালী খোজেগৈ। কন্যাঘৰে নিজৰ ঘৰুৱা আৰু গাঁৱৰ বুঢ়া ভকতক ভাৰ-টোপোলা খাবলৈ মাতে। দুয়োঘৰে কোৱা-মেলা কৰি ভাৰ-টোপোলা খায়। পিছত দৰাঘৰে দিন-বাৰ ঠিক কৰি 'ক'জা' (খৰচৰ হিচাপ) আদিও কৰি দিবলৈ কয়।

'ক'জা' কৰা দিনা লগত আত্মীয় আৰু গাঁৱৰ বুঢ়া-মেথাসকলক লৈ দুয়োপক্ষ কন্যাঘৰত মিলিত হয়। দৰাঘৰে ৰাইজৰ মাজতে খুম এটা দি সেৱাৰে বিয়াৰ দিন আৰু 'ক'জা' আদি কৰি লেঠা মাৰি দিবলৈ কয়। কন্যাঘৰে "ৰাইজে কি খাই, কি নাখাই আৰু পূৰ্বৰ কি ৰীতি-নীতি আছে সেই মতেই 'ক'জা' কৰি দিয়ক" বুলি কৈ ৰাইজক গটাই দিয়ে। তেতিয়া উভয় পক্ষ লগলাগি সুবিধানুযায়ী বিয়া কেইদিনীয়া হ'ব ঠিক কৰে আৰু সেই মতেই কন্যা ফৈদৰ ৰাইজে 'ক'জা' কৰে। বিয়া জনাবলৈ তামোল একাউন (১৬ পোন তামোলে একাউন হয়) পাণ এবিহা (৮০ গুচি পাণে এবিহা হয়) পাত দুভাৰ মান আৰু হাঁহ দহটা বিয়াৰ পোন্ধৰ দিনৰ আগতে দিবহি লাগিব। বিয়াৰ কেইদিন ৰাইজে খাবলৈ তামোল একাউন, পাণ এবিহা লাগে। 'ঘাইবিয়া' (দৰাকন্যা লগ্ন দিনা)ৰ দিনা খোলাত দিবলৈ তিনি কাউন তামোল, তিনি বিহা পাণ আৰু তিনি ভাৰমান পাত লাগে। আলহী অহা দিনা (ঘাইবিয়াৰ আগৰাতি) ভোজৰ কাৰণে চাউল দহ পাচি (তিনি বস্তা), হাঁহ ত্ৰিশটা, শাক-পাচলি, গুড়, চাহপাত, কেৰাচিন তেল আৰু পাত পাঁচ ভাৰমান দিব লাগে। এইখিনি বস্তুৰে নাটিলে ৰাইজে তাৰ ব্যৱস্থা ল'ব বুলি 'ক'জা' কৰি দিয়ে।

বিয়া জনাবলৈ তামোল, পাণ, পাত আদি দিয়াৰ পাছৰ দিনাই কন্যাঘৰে গএগাক তামোল বান্ধিবলৈ মাতে। কন্যাঘৰে কাক কাক মাতিব তাৰ নামৰ তালিকা এখন কৰি দিয়ে। ৰাইজে সেই নামে কোনে কি মান খাই সেই মতে তামোল বান্ধে। চুবুৰীক বিয়াৰ এটা আৰু বিয়াৰ কাম-বন কৰিবলৈ এটা, মুঠ দুটা তামোল দি জনাব লাগে। পিছৰ দিনাৰ পৰাই চুবুৰীৰ ৰাইজে বিয়াৰ ৰভাঘৰ, খোলা, চকোৱা আদি দি বিয়াৰ দুই এদিনৰ আগতে বিয়াৰ সকলো কাম শেষ কৰে। টেকেলি দিয়াৰ দিনা কন্যা দৰা দুয়ো ঘৰতে বেৰি সাজে। বেৰিৰ আগতে ঢোপ তুলিবলৈ 'উঠন-পূৰণ' (ৰৰবিয়া কৰা আৰু মাক-বাপেক থকা) মানুহ এজন তামোলৰ মাননী দি মাতি আনে। বেৰিটো ঘৰৰ আগ-চোতালত হ'ব লাগে। মাটিৰ সমানত তামোল-পাণ

এহাল, লো এডোখৰ আৰু হাঁহৰ কণী এটা দিয়ে। দহ ফুটমান বহলে ওপৰলৈ জোঙা কৰি দুফুটমান ওখ কৰি চাৰিওফালৰ পৰা মাটি দি ঢোপ তোলে। ঢোপ তোলোতে বুঢ়ীহঁতে খেৰি গাই থাকে -

*পূবে ঐ পশ্চিমে উত্তৰে ঐ দক্ষিণে*
*তুলে চাৰি চাপৰ মাটি,*
*বাৰ্কৈ ঐ তুলিবি পাতালৰে নাগ*
*গঙ্গাই ভাঙি নিব ভেটি।*

ঢোপ তুলি শেষ কৰাৰ পাছত অন্য মানুহে কলপটুৱাৰ দলিচা আৰু কল পুলি চাৰিটা আৰু কুঁহিয়াৰ চাৰিডাল বান্ধি দি চকলং বেৰি সাজে আৰু বুঢ়ীহঁতে খেৰি গাই থাকে -

*বাৰীৰ কলে কাটি পটুৱা ঐ পাৰিছে*
*সীতাই/ৰামে বাট বুলিব বুলি,*
*পটুৱা ঐ নহ'লে সীতাই/ৰামে বাট নুবুলে*
*পিছলি পৰিমে বুলি।*

বৰ বেৰি সাজোতে আৰু ওপৰলৈ উঠাই বান্ধোতে খেৰি গায়

*স্বৰ্গত ঐ আছিলে দেৱ দামে কলা*
*আহে ভাৰতলৈ নামি,*
*চাৰিজন ভকতে কৰে দামে কলা*
*সবজি কথাকে মানি।*

বিয়াৰ প্ৰতিটো কামৰ আৰম্ভত আৰু শেষত উৰুলি দিয়ে; প্ৰায়বোৰ কামৰ আৰম্ভত খেৰি আৰু শেষত তিনিবাৰ উৰুলি দিয়ে। 'এৰীঁ সূতা' (কপাহী সূতা সাধাৰণতে পানীত উতলাই সিজাই লৈহে ব্যৱহাৰ কৰা হয়। মৰাণসকলে নিসিজোৱা সূতাক এঁৰা সূতা বোলে) বাটি লৈ বনিয়াই বনিয়াই (দুই বা ততোধিক সূতা লগ লগাই এডাল ডাঙৰ সূতা বাতি থকা কাৰ্যক মৰাণসকলে 'বনিয়া' বুলি কয়। ইয়াত আমপাত, ধানৰ ঠোক; কপাহ ঝুলা আদি ইটোৰ পাছত সিটো সূতাৰে বান্ধি থকা কাৰ্যক বুজাইছে) আমপাত, ধানৰ ঠোক আৰু কপাহ ঝুলা (এটা কপাহ গুটিত যিমান পৰিমাণৰ কপাহ থাকে তাক এঝুলা বোলা হয়) বান্ধি বেৰি আৰু বিয়াৰ আটাইবোৰ ঘৰৰ দুৱাৰৰ ইমূৰে সিমূৰে বান্ধি দিয়ে।

বিয়াৰ প্ৰথম দিনা দৰাঘৰৰ পৰা টেকেলি দিবলৈ আহে। কন্যাঘৰত গাঁৱৰ ৰাইজ গোট খাই থাকে। সেইদিনাই দৰা আৰু কন্যাক নিজৰ গুৰুক সেৱা

কৰোৱায়। টেকেলি দিবলৈ আহোতে বুঢ়ী, বোৱাৰী, জীয়ৰী আৰু মতা মানুহ কিছুমান আহে। সম্পূৰ্ণকৈ সজোৱা দুলনী এখন, টেকেলি এটা আৰু কন্যা নুওৱা (কইনাক গা ধোৱাই থকা কাৰ্যক 'নুওৱা' বোলা হয়) বস্তুবোৰ আনে। দুলনীখনত 'পৰলীয়া' (ধান আৰু চাউল সমান পৰিমাণত থাকিলে তাক 'পৰলীয়া চাউল' বোলে। পৰলীয়া চাউল ঢেঁকীৰে তিনি পৰাল দিয়া হয়) চাউল, মূৰ কটা কলডিল দুটা, বিছনী এখন, ফণি এখন, চেনিকল এবাণী (বিয়োৰ হ'ব লাগে) থাকিব। কলডিল এটাত এৰী সূতা এনেছা আৰু আনটোত খাৰ এপাট, চাৰি আঙুল পৰিমাণৰ উলু খেৰৰ কাঠি তিনিডাল, 'তেলটাৰী' (মিঠা তেলৰ বটল) এটা আৰু চাকি এটা থাকিব লাগে। টেকেলিটোৰ মুখত আমপাতৰ ঠাল আৰু এৰী সূতাৰে আমপাত, ধানৰ ঠোক আৰু কপাহৰ ঝুলা বান্ধি টেকেলিৰ [illegible]ত এপোৱামান, সম পৰিমাণৰ কেঁচা হালধি, বৰঘিলা, 'গাঠিয়ন' (গাঠিয়ন এবিধ বহুত গোন্ধিযুক্ত সুগন্ধি শিপা। কিন্তু মৰাণসকলৰ গাঁঠিয়ন খুন্দ মানে কেৱল এই শিপাকে খুন্দা নুবাজায়। ইয়াৰ লগত দুৰৰিবন আৰু কেৱল শিলতহে খুন্দা নিয়ম) খুন্দিবলৈ গাঠিয়ন, কপাহ গুটি, ফুটছাঁই, দুৰৰীবন একচা, মেখেলা, কংকালত মৰা কাপোৰ আদি, এঁয়াচি (দাপোণ) ফণি, মূৰত লোৱা তেল আৰু ছাতি এটা দিব লাগে। টেকেলি দিয়াৰ দিনা গধুলি প্ৰথম সাজ দৰাঘৰৰ খাব লাগে। টেকেলি দিয়া দিনাৰ পৰাই কন্যা দৰাঘৰৰ হৈ পৰে। গধুলি ভাতসাজ খাবৰ বাবে আমখৰি, আমগছৰে খুটি, বেঙেনা শাক আৰু হাঁহৰ কণী এটা আনে। ৰান্ধনী ঘৰৰ মজিয়াৰ এচুকত বেলেগকৈ কন্যাক সিজাই খুৱাব লাগে। উক্ত বস্তুবোৰ এবিধ এবিধ কৈ দেখুৱাই কন্যাঘৰক সোদাই দি (গটাই দি) দৰাঘৰৰ বুঢ়ী-জীয়ৰীসকলে ভিতৰলৈ গৈ কন্যাক আঙুঠি পিন্ধাই মুখত তেল দি নিজৰ কৰি লৈ দৰাঘৰীয়া মানুহ বিদায় লয়।

ৰাতিলৈ বিয়াৰ প্ৰথম আৰম্ভ। বুঢ়া ভকত আৰু গায়ন-বায়নসকল আহি বিয়া খোলাত বহাৰ লগে লগে গৃহস্থই তামোল 'শাল' (চাৰিখন কলপাতৰ আগলীত ভকতৰ আগত কোনো সকামৰ তামোল-পাণ, মাহ-প্ৰসাদ আদি নি সজাই-পৰাই থোৱাকে 'শাল' পতা বুলি কোৱা হয়) পাতি দিয়ে। ধৰ্মীয় নিয়মেৰে তাল-মৃদং বজাই হৰিৰ নাম-কীৰ্ত্তন কৰে। নাম-কীৰ্ত্তন শেষ হোৱাৰ লগে লগে দুলনী-টেকেলি লোৱা ছোৱালীবোৰে আৰু কইনাই ভকতক সেৱা লয়। দুলনী-টেকেলি লোৱা ছোৱালীবোৰ ভিতৰলৈ গৈ কইনা আৰু দুলনী-টেকেলি সজোৱাত লাগেগৈ। দৰাঘৰৰ পৰা দিয়া দুলনী-টেকেলি হাল ল'বৰ বাবে উঠন-পূৰণ ছোৱালী দুজনী কন্যাঘৰে তামোলৰ মাননী দি ঘৰৰ পৰা খুজি ল'ব লাগে। অতিৰিক্ত দুই

তিনি যোৰা দুলনী-টেকেলি লোৱাৰ বাবে থলীতে ৰাইজে বাচি দিয়ে, নতুবা নিজে নিজেও ওলাই আহে। কন্যাঘৰত লোৱা দুলনী-টেকেলিযোৰ দৰাঘৰৰ পৰা দিয়া ঘাই দুলনী-টেকেলি হ'লৰ দৰেই সজাব লাগে। সাধাৰণতে দুলনী পাঁচখন, টেকেলি পাঁচটা আৰু লোটা এটা লোৱাৰ নিয়ম। ঘাই টেকেলিটো নিয়মমতে কইনাৰ মাকে আৰু দৰাঘৰত দৰাৰ মাকে ল'ব লাগে। মাকৰ অনুপস্থিতিত মাক স্বৰূপ আন কাৰোবাক লোৱা হয়। লোটা লোৱা ছোৱালীজনী দুখনীয়া কাপোৰ লোৱা পাটগাভৰু হ'ব লাগে।

গাঁৱৰ আৰু ওচৰ-চুবুৰীয়াৰ আমন্ত্রিত ঢুলীয়া ডেকা-জীয়ৰী অহাৰ লগে লগে নওলামুখৰ পৰা তামোলৰ মাননী দি আগবঢ়াই আনে। চোতালতে সকলোকে এখন্তেক বহুৱাই কইনাক সেৱা কৰোৱাই আৰু ডেকা-জীয়ৰীসকলৰ হাতত 'কন্যা পেলাই' (গটাই) দিয়ে। ভিতৰৰ পৰা কইনা উলিয়াই আনোতে আগত ঘাই দুলনীখন পিছত বাকী দুলনী লোৱাসকল আহিব। দুলনীৰ পিছত টেকেলি লোৱাসকল আহিব। ঘাই টেকেলি লোৱাজনীয়ে কন্যাৰ আঁচলত ধৰি কন্যা আনে, কন্যাৰ পিছত লোটা লোৱাজনী আহে। কইনাক ককায়েকে বা ভিনিয়েকে বুকুচাত আনি ৰভা বা চ'ৰাৰ মাজত পাৰি থোৱা পাটীত চাউল ছটিয়াই বহোৱায়। দুলনী টেকেলিবোৰ কইনাৰ আগত থয়। তাতেই কইনাক হাতত গামখাৰু, কাণত থুৰীয়া বা নেজপতা কেৰু, ডিঙিত গলপতা মণি বা ডালমণি আৰু মিনাকৰা বাদলী পিন্ধায়। খেৰিও গায় -

*মাজে ঐ মজিয়াত পিন্ধাই খাৰু-মণি*

*সকজী আছিলে চাই........*

অলঙ্কাৰ পিন্ধাই কন্যাক উঠাই পাটীখন জোকাৰি পুনৰ চাউল ছটিয়াই কন্যাক বহোৱায়। ঘাই দুলনীত থকা তেলৰ 'টাৰি' (বটল)ৰ পৰা তেল লৈ ঘাই টেকেলি লোৱাজনীয়ে কইনাৰ মুখত তেল দিয়ে। লগে লগে পানী তুলিবলৈ 'সজগৰ' (সাজু) হয়। পানী তুলিবলৈ যাওঁতে বাঁহৰ খৰি একচা জুই লগাই লয়। বুঢ়ীহঁতে খেৰি গায় -

*পানী তুলিবলৈ ওলা খৰে কৰি*

*লগা খৰে কৰি খৰি.*

*পানী তুলিবলৈ ওলাইছে দৈৱকী*

*কাষতে কলসী লৈ.......*

বিয়া ঘৰৰ উজনি ঘাটত পানী তোলাৰ নিয়ম। ভিতৰৰ পৰা কইনা উলিয়াই

আনোতে যিদৰে দুলনী-টেকেলি আনে, পানীতোলা, বেৰিত ঘূৰা আদিতো 'সদমে' (সদাই) একেদৰেই থাকিব, কোনো পৰিবৰ্তন কৰাৰ নিয়ম নহয়। পানী তুলিবলৈ যাওঁতে ঢুলীয়াসকল ঢোল-তাল লৈ লানি পাতি ঢোলৰ পানীতোলা লেহেতীয়া খোটৰ চেৱে চেৱে খোজ দি আগত যায়। ঢুলীয়াৰ পিছত দুলনী-টেকেলি লোৱাসকল আৰু বুঢ়ী-জীয়ৰী আৰু আন আন ডেকাসকল যায়। বুঢ়ীসকলে জুই কচা লৈ খেৰি গাই যায় -

*পানী তুলিবলৈ ওলাইছে মকৰা*
*পকৰা গমনে ধৰি,*
*দেউতাৰ পুখুৰী দূৰৈকৈ খন্দালি*
*বন্ধালি সেন্দূৰৰ আলি,*
*হেনেটি আলিতে যাবকে নোৱাৰো*
*খৰিকা বতালি ভৰি ।*
*যাওঁ বেগে ধৰি নেপাওঁ হাতে মেলি*
*ক'ত আছে যমুনা নৈ*
*যমুনা দেখিছো ৰিণিকি ৰিণিক*
*আছে কদম তলে বৈ।।*

পকৰা লানি পাতি যোৱাৰ দৰে ঢোলে-দগৰে, খেৰিয়ে-মাতে আৰু হাই-ফুৰুলীয়ে নদীৰ ঘাট পোৱাৰ লগে লগে বাটত নাচ-বাগ কৰি থাকে। দুলনী-টেকেলিবোৰ ঘাটত থৈ ধাই দুলনী লোৱাজনীয়ে পানীৰ যুৰলীত বালিৰ ঢিপ এটা তোলে। ঢিপৰ ওপৰত দুলনীত থকা উলুখেৰৰ খৰিকা তিনিফালে তিনি খুটি পুতি এঁৱা সূতাৰে তিনিপাক মেৰিয়াই বান্ধে। ধাই টেকেলি লোৱাজনীয়ে দুলনীত থকা খনিয়া তামোলখন দুহাতে আঁচল পাতি মুখৰ আগত লৈ থাকে আৰু তেনে ভঙ্গিতে ধাই টেকেলিৰ পানী হাতৰ আঁচলত বাকি টেকেলি লোৱাজনীয়ে সোধে - "কি শুনি আহিছ ?"

তাই কয় - "বিয়া শুনি আহিছো।"

"কাৰ বিয়া ?"

"বেলিদৈৰ বিয়া।" (কন্যাৰ গুপুত নাম)

"কি কি আনিছ ?"

"হাঁহৰ মূৰা, কুকুৰাৰ মূৰা।"

"দৰাঘৰৰ কিমান ?"

"এক অঁৰা এফাল।" (৬টা)

"কইনা ঘৰৰ কিমান ?"

"লাখ লাখ কোটি কোটি।"

তেতিয়া টেকেলিৰ মুখত থকা আম ঠালেৰে হাতৰ আচলত কোবাই দিয়ে। তেতিয়া থুৰীয়া তামোলখন সূতাৰে মেৰিয়াই থোৱা টিপৰ তিনি খুঁটিৰ মাজত পেলাই দিয়ে। একেদৰে আটাইবোৰ দুলনী-টেকেলি লোৱাই তিনিবাৰকৈ কৰে। শেষত ঘাই দুলনী, টেকেলি আৰু লোটা লোৱা কেইজনীয়ে দুলনীত থকা ফণিখনত তিনিও একে লগে ধৰি টিপটো তিনিবাৰ ফণিয়াই, তিনিবাৰ উৰুলি দি পানীলৈ পেলাই দিয়ে। পিছত তিনিওজনীয়ে ঘাই টেকেলিটো একেলগে ধৰি তিনিবাৰ পানী ভৰাই তিনিবাৰ উৰুলি দি পানীতোলা কাম শেষ কৰে। পানী তুলি যোৱাৰ নিয়মেৰে ঘূৰি আহি আটাইয়ে বেৰিৰ ওচৰত বৈ থাকেহি। ঘাই টেকেলিৰ পানী ঘৰৰ আগচালৰ ওপৰৰ চুকলৈ তিনিবাৰ মাৰি তিনিবাৰ উৰুলি দিয়ে। পিছত কইনাক কাপোৰৰ আগ এটা হাতৰ তলুৱাত পাৰি ওপৰত কলহটো দি ধৰি আনে। ককায়েকে বুকুচাত আনি বেৰিত নমাই দিয়েহি। ঢুলীয়াসকলে নুৱনী লেহেতীয়া ঢোলৰ খোট মাৰি খোটৰ চেৱে চেৱে খোজ দি আগত যায়। ঢুলীয়াৰ পিছত দুলনী-টেকেলি লোৱাসকল যায়। ঘাই টেকেলি লোৱাজনীয়ে কইনাৰ কাপোৰত ধৰি যায়। লোটা লোৱাজনীয়ে কইনাৰ পিছফালে গাত পানী ছটিয়াই যায়। দুলনী লোৱাজনীয়ে দুলনীৰ পৰা বেৰিৰ ওপৰলৈ চাউল ছটিয়াই যায়। বেৰিৰ চাৰিওফালে তিনিপাক ঘূৰি দুলনী-টেকেলি লোৱাসকল বেৰিৰ আগফালৰ খুটাৰ ভিতৰেদি সৰকি বৈ যায়। লোটা লোৱাজনীয়ে লোটাটো খুটাৰ ভিতৰেদি তিনিবাৰ সৰকাই কইনাক ঢোপৰ ওপৰত পাৰি থোৱা চামকাঠৰ পীৰাত বহুৱায়। কইনা নুওৱাই থাকোতে বুঢ়ীসকলে খেৰি গাই থাকে -

*বেৰিতে ৰুকুণী (ৰুক্মিণী) ঘূৰে*  
*পাৰবাট বোলাদি বোলে,*  
*বেৰিৰ চৌপাশে ঘূৰাই লৈ ফুৰিছে*  
*কাপোৰৰ আঁচলত ধৰি ;*  
*বেৰি পাই ঘূৰিলে, পীৰা পাই বহিলে*  
*গাত পাই মেলিলে ভৰি।*  
*বেৰিতে ঘূৰি ঐ বৰ দুখে পালে*  
*সোমাই চামৰ পীৰাত বহে।*

কইনা পীৰাত বহি ভৰি থবৰ কাৰণে আগলী কলপাত এখন পাৰি পাতৰ ওপৰত ধানখেৰৰ জুমুঠি দুটা দিয়ে। জুমুঠি দুটাৰ মাজত সৰু শিল দুটা দিয়ে। ঢোপৰ ওপৰত থিয় হৈ কইনাই গা ধুওঁতে ধৰি থাকিবলৈ এপাট 'নগা যঠী' (বৰবিয়াত ব্যৱহাৰ কৰা যঠী পাত নগাসকলৰ যঠীৰ দৰেই। যঠীৰ নালত নানা ৰঙৰ চৰাই পাখি বান্ধি থোৱা থাকে) গোজ মাৰি থয়। যঠী পাটৰ লগত 'দৰিকা' (গুৰি ফালে সৰু আৰু আগফালে ডাঙৰ আকাৰৰ দা) দা এখনো ঢোপৰ কাষতে থয়। মাটিমাহ; বৰঘিলা খুন্দি বাটি এটাত কইনাৰ সোঁহাতে আৰু হালধি খুন্দি বাওঁহাতে বাটি এটাত থয়। প্ৰথমে ঘাই টেকেলি লোৱাজনীয়ে কইনাৰ আঁঠুত আৰু বাউসীত মাহ-হালধি সেনায়, দুলনীৰ পৰা চাউল ছটিয়ায়। দুলনী-টেকেলি লোৱা সকলোৱে অনুৰূপ ধৰণে মাহ-হালধি দি চাউল ছটিয়ায়। বুঢ়ীসকলে খেৰি গায়

*কোনে বটা মাহে ঘিলা ঐ খৰচিয়া হ'ল*
*শীতলীয়া গা পাই পিছলিয়ে গ'ল।*

মাহ-হালধি সেনাই এটোৱাৰ (শেষ কৰাৰ) পাছত ঘাই টেকেলি লোৱাজনীয়ে কইনাৰ চুলিকুচা মূৰৰ ওপৰেদি ওভতাই আনি কপালত ধৰি থাকে। হালধি বাটিৰ মুখত ফণি এখন ধৰি কপালৰ ওপৰত বান্ধি দিয়ে। লগে লগে টেকেলিৰ পানী মূৰত আৰু আউসাত (বাউসী) বাকি দিয়ে। পিছত কইনা ঢোপৰ ওপৰত থিয় হৈ যঠীডালত ধৰি থাকে। অন্য এজনীয়ে মূৰত তিনি কলহ পানী ঢালি গা ধোৱায়। পানী ঢালি থাকোতে টেকেলি লোৱাজনীয়ে কইনাৰ চুলিকুচা জোকাৰি থাকে। বুঢ়ীহঁতে খেৰি গাই থাকে -

*নোৱাই - ধোৱাই ককুণীয়ে মূৰত দিলে হাত,*
*সৰগৰ পৰা ইন্দ্ৰৰজাই দিয়ে আশীৰ্বাদ।*
*কাঁহৰে কলহে বাকে ধকে-ধকী*
*যমুনা নদীৰে জল,*
*ককুণীৰে পদূলিত হালি আছে নল*
*কলহে কলহে ঢালে যমুনাৰে জল।*
*পামৰে গামোচা লৈ আন ধুনুচা*
*তিতা গা মচিব লাগে*
*গা ধুই ককুণীয়ে মাকক সুধিলে*
*কি সাজ সলাব লাগে ?*
*ছাঁতত শুকুৰা মুঠিতে লকুৰা*

*হেনো সাজ সাজ সলাব লাগে।*

নোৱাই-ধোৱাই নতুন কাপোৰ পিন্ধাই পুনৰ ঢোপৰ ওপৰত বহুৱাই খেৰি গাই আশীৰ্বাদ কৰে।

*আমি দিছো ফটিক মালা*
*তুমি দিছা কি ৰাম ৰাম তুমি দিছা কি ?*
*সত্যে সত্যে বিয়া দিছো*
*সত্য আলিঙ্গী ৰাম ৰাম সত্য আলিঙ্গী।*
*সোপ কটা জালি কটা*
*ৰূপ বটা লাহি ৰাম ৰাম ৰূপ বটা লাহি*
*পুখুৰীৰ চৌপাশে খাগৰিব বেৰা*
*তাতে পখী গণে*
*উৰে জাকে জাকে, ৰাম ৰাম উৰে জাকে জাকে।*
*ৰুকুণীৰে পদূলিতে মৃগ পশু চৰে*
*তাকে দেখ ৰামচন্দ্ৰই*
*শৰধেনু ধৰে, ৰাম ৰাম শৰধেনু ধৰে।*
*নধৰিবা শৰ ধেনু,*
*নামাৰিবা যাঠী ৰাম ৰাম নামাৰিবা যাঠী*
*আপোনাকে বৰি বহি সীতাই*
*শৰে দৰা বাছি, ৰাম ৰাম শৰে দৰা বাছি।*
*চাৰিওফালে বেৰি আছে*
*মাজত আছে ক্বলি, ৰাম ৰাম মাজত আছে ক্বলি*
*শৰে ধেনু ধৰি আছে*
*হৰি নিব বুলি ৰাম ৰাম হৰি নিব বুলি।*
*আমি তিনিভনী আশীৰ্বাদ কৰিছো*
*সোমলৈ উভটি যক।*

খেৰি শেষ হোৱাৰ লগে লগে তিনিবাৰ উৰুলি দি কইনা নুওৱা শেষ কৰে। কইনা নুৱাবলৈ অনাৰ দৰেই পুনৰ চৰালৈ নি বহুৱাই মূৰ ফণিয়াই ওৰণি দি বহুৱাই থয়।

দৰাকো একেদৰেই নুওৱা-ধুওৱা কৰে, কিন্তু দৰা ধৰাজনক নোনুৱাই। বেৰিৰ ওচৰতে কলপাতৰ আগলি এটাত থিয় কৰাই থয় আৰু তাতে গা পা

ধোৱায়। দৰা নুওৱা শেষ হ'লে একে লগে আনি চৰাত বহুৱাই গৈ। কড়ি খেলৰ বন্দবস্ত থাকিলে কড়ি খেলিবলৈ শিকায়। কড়ি যোল্লটা আৰু ৰূপৰ সৰু কটাৰী এখনৰ লগত 'ৰূপৰ তামোল' (তামোলৰ আকৃতিৰ ৰূপেৰে তৈয়াৰী বস্তু বিশেষ। ইয়াৰ মাজৰ অংশ ফোপোলা) এটা যুতি থোৱা থাকে। কটাৰী, তামোল আৰু কড়ি একে লগে ধৰিব লাগে। তাৰে দৰা-কইনাৰ বাজি হয়। ইফালে ডেকা-জীয়ৰীসকলে নাচি-বাগ আনন্দ-ফূৰ্তি কৰি ৰাতিপুৱাই দিয়ে। ৰাতিপুৱাৰ লগে লগে কইনা সোমোৱাই প্ৰথম নিশাৰ বিয়া সামৰে। কিছুমান খেলে 'ঝপা' (বাঁহ বা বেতেৰে সজা বাকচ বিশেষ) ধুৰায়। 'ঝপা' ঘূৰালে শিকিবলগীয়া নাথাকে। ধানৰ আখৈ ফুটাই পাচি-তোম এটাত ভৰাই ওপৰত পাতদি বান্ধি ৰাখে। পাচি বা ঝপাটোৰ চাৰিওফালে দৰা কইনা পাঁচ পাক ঘূৰি পাঁচমুঠি আ[illegible] আনিব লাগে। দুয়োৰে আখৈখিনি বাটিৰে জোখে। যাৰ বেছি হয় সিয়েই জিকে।

প্ৰথম দিনা যেই নুৱন দিয়ে সদনে (সদায়) একে সমানেই নুৱায়। ঘাই বিয়াৰ দিনাহে (শেষৰাতি) আগৰ কেইদিনতকৈ নিয়ম কিছু বেছি হয়। ঘাই বিয়াৰ আগৰাতি আলহী অহা দিনা ভোজ খুওৱা হয়। খাই বৈ শেষ হোৱাৰ পিছত দৰা-কইনা উলিয়াই নুওৱা-ধোওৱা কৰে। কইনা নুৱাই শেষ কৰি ৰভাতলীত বহুৱাই 'গাঠিয়ন' খুন্দে। কইনাৰ পিছফালে চাউলৰ তোম এটাত ঘাই টেকেলি লোৱাজনীয়ে বহি লৈ কইনাৰ কঁকালত সাৱট মাৰি ধৰি থাকে। আগফালে বুঢ়ী বা জীয়ৰী পাঁচজনী বহি লয়। আনদুজনীয়ে কাপোৰ এখনৰ দুই মূৰে বহলকৈ মেলি 'গাঠিয়ন' খুন্দাসকলৰ ওপৰত জোকাৰি জোকাৰি ধৰি থাকে। কাপোৰখনৰ ওপৰত চাউল, কপাহগুটি, ফুটছাঁই অলপ লৈ একেলগে টোপোলা বান্ধি লয় আৰু দুবৰিবন একছাৰ লগত পাণ এখিলা যুতি লয়। গাঠিয়ন খুন্দোতে যেঁৰি গায় থাকে-

*শদিয়া ৰাজাৰে ঘুনেকৈ গাঠিয়ন*
*নামনি ৰাজাৰে পটা, ৰামে হৰি নামনি ৰাজাৰে পটা।*
*ধৱলা বিলৰে কজলা শিঙৰা*
*মহঙা ৰাজাৰে লোণ, ৰামেহৰি মহঙা ৰাজাৰে লোণ।*
*পানী পাই পুণীয়ে কৰে তলে বলে, (পুণী প্ৰধান, সৰু পুণী আৰু ডাঙৰ পুণী। ইয়াত সৰু পুণীৰ কথাহে কোৱা হৈছে)*
*ৰামপাই মেলিলে শিয়া (শিপা) ৰামে হৰি ৰামেপাই মেলিলে শিয়া*
*শামুকৰ পেটতে মাণিক ওপজিলে,*
*মৰি ওপজিলে জোনে ৰামে হৰি মৰি ওপজিলে জোন।*

*তেলত বন্দী হ'লে তেলনী পৰুৱা*
*শালত বন্দী হ'লে হাতী ৰামে হৰি শালত বন্দী হ'লে হাতী*
*মকৰা জালতে ৰামে বন্দী হ'লে*
*কিনো ৰুকুণীৰ মায়া, ৰামে হৰি কিনো ৰুকুণীৰ মায়া।*
*ৰুকুণীৰ মাকে অতি সুলক্ষণা*
*আপুনি (নিজে) ধৰিছে পটা, ৰামেহৰি আপুনি ধৰিছে পটা।*
*আমি পাঁচো ভনী গাঠিয়ন খুন্দিঁছো*
*উৰুলি এজোকা দিয়া ৰামে হৰি উৰুলি এজোকা দিয়া।*

'গাঠিয়ন' খুন্দি এটোৱাৰ (শেষকৰা) পিছত স্বৰ্গ আৰু পৃথিৱীৰ চিত্ৰ এখন আঁকি কইনা বা দৰাৰ মুখে মুখে খুটাত আঁৰি দিয়ে। চিত্ৰ অঁকা ফলকৰ চাৰিওফালে দুফুটকৈ বাঁহৰ ঢৰা এখন বৈ মাটি লিপি শুকুৱাই থয় চিত্ৰ পত্ৰত ৰাতিপুৱাৰ উদীয়মান সূৰ্য্য, অৰ্ধচন্দ্ৰ, গ্ৰহ-নক্ষত্ৰ, হাতী এটা, কলগছ এজোপা (ঠোকেৰে সৈতে) আৰু বননিৰ চিত্ৰ আঁকি দিয়া নিয়ম।

ইয়াৰ পাছত কইনাৰ আগত কুলা-বুঢ়ী নাচে। 'গাঠিয়ন' খুন্দোতে কাপোৰৰ ওপৰত লোৱা বস্ত্ৰখিনিকে ডলা এখনত তুলি লৈ ছোৱালী এজনীয়ে ডলাখন মূৰত তুলি সোঁহাতে যঠী এপাত, বাওঁহাতে ডলাখন ধৰি ঢোলৰ খোঁটৰ চেৱে চেৱে ঘূৰি ঘূৰি নাচে। প্ৰতিবাৰতে আঠু লৈ কইনাৰ আগত বহে। যঠী আৰু ডলাখন আনে ধৰি দিয়ে। বুঢ়ীহঁতে খেৰি গাই থাকে -

*সৰগৰ পৰা নামে কুলা-বুঢ়ী*
*লাফ মাৰি লাখুটি ধৰে*
*ৰুকুণীৰ আগতে নাচে কুলা-বুঢ়ী*
*ৰুকুণীয়ে অতি ৰং কৰে।......*

কুলা-বুঢ়ীয়ে কইনাৰ আগত আঠু লৈ বহি ডলাত থকা পাণ আৰু দুবৰি বনেৰে 'দয়ণ' (নিৰ্দিষ্ট নিয়মানুসাৰে খেৰি আদি গাই দুলনী-টেকেলিৰ পানী, আমপাত বা দুবৰি বনেৰে কইনাৰ গাত ছটিওৱাৰ কাৰ্য। দয়ণ দিওঁতে উৰুলিও দিব লাগে) দিয়ে। নাচোনৰ প্ৰতিটো খোঁটতে 'দয়ণ' দিয়ে আৰু আন এজনী ছোৱালীয়ে টেকেলিৰ আমঠালেৰে হাতত কোবাই দিয়ে। ৰাতিপুৱাৰ আগে আগে দুলনী, টেকেলি, লোটা লোৱা আৰু বুঢ়ী কেইজনীমানে 'চুৰ-পানী' (আন কোনো মানুহে নেদেখাকৈ দোকমোকালিতে নদীৰ উজনি ঘাটৰ পৰা আনে। চুৰপানী আনোতে খেৰিগোৱা বা উৰুলি দিয়া নিষেধ। চুৰপানী আলহী অহা দিনা তোলা হয়। চুৰপানী

তোলাৰ পাছত আৰু পানী তোলা নিয়ম নহয়) তুলি আনেগৈ। বুঢ়ীইঁতে খেৰি গাই আহে আৰু যায় -

*কুঁৱলী আঁৰতে চুৰ পানী তোলে*
*সূৰ্য্যৰ কাণে ফাটে বুলি,*
*শিলৰ সাঁকো দি চুৰ-পানী তোলে*
*দুহাতে ভৰাইছে পুণী।*
*উঠিয়া দৈৱকী ঘৰে যাওঁ ঘূৰি*
*ৰুকুণীক নুৱাব লাগে।.....*

টেকেলি লোৱাজনীয়ে টেকেলিত পানী ভৰাই গা ধুই তিতা গাৰেই পানী আনিব লাগে। পানী অনাৰ পিছতে 'দয়ণ' দিব লাগে। 'দয়ণ' কইনাৰ মাকে দিব লাগে। কিন্তু মাক স্বৰূপ ঘাই টেকেলি লোৱাজনীয়েহে দিয়ে। চৰাৰ পৰা কইনাক 'দয়ণ' দিবলৈ নিওঁতে গাৰ কাপোৰখনকে মাটিত পাৰি দি কাপোৰৰ ওপৰেদি তিনি খোজ কৰাব লাগে। ঘৰৰ ঘাই দুৱাৰমুখত বহুৱাই লৈ 'দয়ণ' দিয়ে। কইনা নুওৱাৰ দৰেই মাহ, হালধিৰ বাটি দুটা লৈ সাঙুৰি (জপাই) থোৱা পাণখিলা আৰু দুবৰিবন কচা বাটি দুটাত জুবুৰিয়াই কইনাৰ দুই বাউসীত আৰু দুই আঠুত কোবাই। বাটিত পাণ আৰু দুবৰি জুবুৰিয়াই লওঁতেই টেকেলিৰ আমঠালেৰে আন এজনীয়ে হাতত কোবাই দিয়ে। এইদৰে তিনিবাৰ 'দয়ণ' দিয়ে। বুঢ়ীইঁতে খেৰি গাই থাকে -

*দয়ণ দিয়া দয়ণ দিয়া আপোনাৰ আই*
*ভালে কৰি দয়ণ দিয়া শৰীলক জোৰাই।*
*দুৱাৰ মুখত মাৰে দয়ণ দিলে*
*মাৰক কি গুণে দিলি,*
*বাৰীৰ লতা-পাণ পাতালৰ দুবৰি*
*মাকে দিছে দয়ণ*
*এখুজি কাৰিয়ে কাৰে তিনি খুজি*
*জয় কৃষ্ণক কৰিছে তুতি।........*

বাতিপুৱাৰ লগে লগে ডেকা-জীয়ৰীসকলে নাচ-বাগ এৰে আৰু কইনা ভিতৰত সোমোৱাই শেষ বাতি বিয়া সামৰে।

বাতিপুৱা যৌতুকৰ বস্তুবোৰ যথা নিয়মেৰে ভাৰ বান্ধে। প্ৰথম ভাৰখনত চাৰিটা খুৰা থকা ডাঙৰ চামৰ পীৰা এখনৰ ওপৰত ঝপাটো (বেতৰ বাকচ) দি তাৰ ওপৰত নিহালী এখন আৰু নিহালীখনৰ ওপৰত ঢাপলি এখন দি সাঙ্গীভাৰ বান্ধে।

পিছত কাঁহী-বাটি বাকচ আৰু তাঁতৰ শাল আদি ভাগে ভাগে বান্ধি চৰাঘৰতে ৰাখে। দৰা আহি চৰা ঘৰত সোমোৱাৰ লগে লগে বস্তুবোৰ খোলাৈল নিয়ে। কলহৰ ভাৰখনৰ পৰা কলহ এটা কইনাই উলিয়াই থৈ যায়।

ইফালে দৰাঘৰতো বুঢ়াইঁতে ৰাতিয়ে দৰাৰ কাৰণে মালা গাঁঠে, 'বামুণৰ ভাৰ' (বামুণৰ ভাৰ কোনো ব্ৰাহ্মণ পুৰোহিতক দিয়া ভাৰ নহয়। এই ভাৰ ভকতকহে দিয়া হয়। ইয়াত হাঁহৰ কণী, বেঙেনা, খোলা লাউ এটাত পানী, শিল এটা আৰু পুঠিমাছ থাকে। সাঙ্গীভাৰ হ'ব লাগে) বান্ধে আৰু তামোলৰ টোপোলা, শৰাই আদি বান্ধি ঠিক কৰি থয়। কইনা ঘৰতো কইনাৰ কাৰণে মুৰিয়ল সাজে। এক হাতমান দীঘল বাঁহৰ কাঠি দুডাল ওপৰলৈ এফুটমান আৰু তললৈ আধা ফুটমান লৈ পূৰণ চিনৰ দৰে বান্ধি লয়। তলৰ ভাগত বৰগছৰ পাত, কলডিলৰ পটুৱা, কঠালপাত আৰু কেণাই গছৰ পাত সূতাৰে ইকঠীৰ পৰা সিকঠীলৈ বনিয়াই বনিয়াই শিঙি দিয়ে। ওপৰৰ কঠী দুডালত ৰঙীন কাগজেৰে মেৰিয়াই কাঠীৰ মূৰত চোৱা ফুল ওলমাই বান্ধি দি মুৰিয়ল সাজে। কুইলা গছৰ মজিকা (মজ্জা) এক ইঞ্চিমানকৈ টুকুৰা কৰি বাঁহৰ কাঠী এডাল মূৰৰ জোখৰে ঘূৰণীয়া কৰি কুইলাৰ টুকুৰাবোৰ শিঙি মালা গাঁথে। ঘাইবিয়া দিনা দৰা-কইনা দিনতে নুওৱা-ধোওৱা কৰে। সেইদিনা দৰা-কইনাক নুৱাওঁতে মাককে আদি কৰি সম্পৰ্কীয় আৰু শুভাকাংক্ষীসকলে কাপোৰ, পইচা আদি উপহাৰ দিয়ে। উপহাৰ দিওঁতাসকলক তামোলৰ মাননি দিয়ে। নুৱাই-ধোৱাই শেষ কৰি দৰা-কইনাক নতুনকৈ সজায়। দৰাক ধূতী পিন্ধাই থুৰিয়াই (মৰাণসকলৰ ৰীতি অনুসৰি চুৰিয়াৰ সোঁ ভৰিৰ কুচনীয়ে টনা মাৰে আৰু বাওঁভৰিৰ কুচনী আগফালে থুৰিয়াই থয়) দিয়ে। গুটিফুল বছা ছকঠীয়া চেলেং কাপোৰ এখন গাত মেৰিয়াই দিয়ে। মূৰত পাগুৰি এটা মাৰি পাগুৰিৰ ওপৰত সোঁৱে-বাঁৱে বাঁহৰ কঠী এডাল এফুটমান ওখকৈ ঘূৰণীয়া কৰি গুজি দি কঠীৰ ওপৰেদি মুখ ঢাকি ওৰণি দিয়ে। ওৰণিৰ ওপৰত মালা পিন্ধাই দিয়ে। ৰভাতে গায়ন-বায়ন আৰু গীত-মাত ধৰি সকলোৱে আহিবলৈ সজগৰ (সাজু) হৈ থাকে। ক্ৰমান্বয়ে গায়ন-বায়ন, ঢুলীয়া, ঘাই দুলনী-টেকেলি লোৱা দুজনী, তাৰ পিছত দৰা-ধৰা, বুঢ়ী আৰু ডেকা-জীয়ৰীসকল কইনা নিবলৈ আহে। দৰাৰ লগত দৰা নুৱাওঁতে লোৱা যঠী আৰু দৰিকা দাখনো আনে। হাঁহ কণী এটা, পুঠীমাছ, বেঙেনা, লাউ আৰু শিল এটাৰে সাঙ্গীভাৰ কৰি বামুণৰ ভাৰ এখন আনে। ভাৰখন মাটিত থোৱা নিয়ম নহয় কাৰণে বস্তুবোৰৰ দুই পাৰে দুটা বাঁহৰ কেং (আগকটা দুচিটা বাঁহৰ মাৰি আগ দুটা পৰস্পৰ চেপি ৰাখি বনোৱা বাঁহৰ সজুলি বিশেষ) ভাৰৰ

কাণমাৰিত ওখঁকৈ বান্ধি দিয়ে। দৰাই মানুহৰ আগেদি আহোতে গৃহস্থই তামোলৰ শৰাই দি আগবঢ়ায়। আগবঢ়োৱা মানুহজনক দৰাৰ ফালৰ পৰাও তামোলৰ মাননি দিয়া হয়। দৰা ঘৰৰ পৰা ওলাই নঙলামুখ পাওঁতেই মাকে দুৱাৰমুখৰ পৰা নাম ধৰি তিনিবাৰ মাতে; কিন্তু দৰাই নেমাতে। দৰা ঘৰৰ পৰা দিয়া আ-অলঙ্কাৰ আৰু কাপোৰ কানিৰে কইনা সজাই পৰাই দৰাৰ অপেক্ষাত বহি থাকে। দৰা-কইনা লগ্ন কৰি কইনা উলিয়াই দিবৰ বাবে খোলা এখন থাকে। ধৰ্মীয় নিয়মেৰে খোলাত তামোল-পাণ আৰু চাউল আদিৰে শালপাতি ভাগৱত থাপনা কৰি ভকতসকল বহি থাকে। তামুলীয়ে (যি তামোল বিলায়) শালৰ দ্ৰব্যাদি বিলাই থাকে। যৌতুকৰ বস্তুবোৰ খোলালৈ নিয়ে। যিসকলক হাঁহৰ ভাৰ দি জনাইছিল আৰু দৰাঘৰৰ পৰা দিয়া মাননি কাপোৰ দিয়াৰ পাছত তেওঁলোকৰ খেনুৰে বাটি, খেনুৰে কাঁহী উছৰ্গা কৰে।

দৰা আহি গাঁৱত সোমোৱাৰ লগে লগে কইনা ঘৰৰ ডেকা-ঢুলীয়াসকলে ঢোলে-দগৰে নাচি-বাগি তামোলৰ মাননি দি দৰাক আগবঢ়াই আনেগৈ। দৰাঘৰৰ পৰাও ডেকা ঢুলীয়াসকলক মাননি দিয়ে। দৰাক আদৰি আনি কলপুলি পুতি থোৱা নঙলামুখত এৰি দিয়ে। দৰাৰ লগত অহা গায়ন-বায়নসকল খোলালৈ গৈ গীতৰ ভমিতা (কোনো এটা পদ গাই শেষ কৰাক ভমিতা পেলোৱা বোলা হয়) পেলাই বহে। নঙলা মুখত দুফালে দুটা কলপুলি পুতি কইনা নুৱাওঁতে লোৱা কাপোৰ এখনে আঁৰ কাপোৰ দি থয়। কইনাৰ ভনীয়েকে (ভনীয়েক নাথাকিলে ভনী সম্বন্ধীয় আন ছোৱালী) দৰাক ভৰি ধোৱাই দিয়ে আৰু দৰাই পইচা দিয়ে। কইনাৰ ককায়েকে (জেঠেৰী) কাঁহৰ কাঁহী এখনত চাকি তিনিটা জ্বলাই লৈ দৰা আগবঢ়ায়। চাকিকেইটা বিছনী এখনে আঁৰ কৰি নিয়ে। তদুপৰি গামোছা এখনৰ এমূৰে তামোল এটা আৰু আনটো মূৰত পাণ এখিলা বান্ধি দৰাৰ ডিঙিত আঁৰি দি দৰাক আগবঢ়াই আনি ঘৰৰ দুৱাৰ মুখত আঁৰি থোৱা 'আঁৰ কাপোৰ'ৰ আগত এৰি দিয়েহি। আঁৰ কাপোৰৰ পৰা কইনাই তামোলৰ মাননি দি আগবঢ়াই নিয়েহি। দৰাইও একেই মাননি কইনাক দিয়ে। তাৰ পাছত দুয়ো একেলগে বহে। দৰা-কইনা বহাৰ লগে লগে খেৰি গায় -

*ৰামৰ সোঁহাতে লক্ষ্মণ বহিছে*
*বাওঁহাতে বহিছে সীতাই,*
*সীতাৰ আগতে সহস্ৰ গোপিনী*
*মুখে হৰি নাম গাই।*

*শিকিল পিঠা গুড়ি নাখাবি ৰাম ঐ*
*পাৰ ভাত নাপাব্ৰ মানে*
*ৰুকুণীয়ে বুলিছে খাবহে লাগিব*
*আদি অন্তৰ বেলা।*

দৰা-কইনা একেলগে বহি 'কন্যা-কোলা' লোৱা কৰে। কাপোৰৰ পুতলা এটা সাজি কইনাৰ কোচত দিয়ে। কইনাই দৰাৰ কোচত দিয়ে। এইদৰে তিনিবাৰ দিয়া-লোৱা কৰে। পিছত সৰু ল'ৰা-ছোৱালী এহালক দৰা-কইনাক চুমা খুওৱায়। দৰা-কইনাক ৰান্ধনী ঘৰলৈ নিয়ে। ৰান্ধনী ঘৰৰ দুৱাৰমুখত দুকাষে দুটা টেকেলিত পানী ভৰাই লপৰত আঁৰি থয়। সোঁহাতৰ টেকেলিত মণি এডাল, বাওঁহাতৰ টেকেলিত কটাৰী এখন ভৰাই থয়। দৰা-কইনা সোমাই যাওঁতে দৰাই সোঁহাতৰ টেকেলিৰ পৰা মণিডাল হাত ভৰাই উলিয়াই নিয়ে। কইনাই বাওঁহাতৰ টেকেলিৰ পৰা কটাৰীখন উলিয়াই নিয়ে। ৰান্ধনীঘৰৰ মজিয়াত চাউল এখৰাহী আৰু শাক এখৰাহী শাৰী কৰি পাতেৰে ঢাকি থয়। টেকেলিৰ পৰা উলিয়াই নিয়া দৰাৰ মণিডাল কইনাক দিয়ে আৰু কইনাৰ কটাৰীখন দৰাক দিয়ে। ৰান্ধনী ঘৰৰ ভিতৰতে দৰা-কইনাই মাক-দেউতাকক সেৱা কৰে আৰু বিদায় দিয়ে। ৰান্ধনী ঘৰৰ পৰা ওলাই আহি ভঁৰালৰ আগত চাউল ছটিয়াই বিয়া উলিয়াই দিয়া (দৰা-কইনা লগ্ন খোলা) খোলালৈ লৈ যায়। খোলাত দৰা-কইনা বহাৰ লগে লগে আমন্ত্ৰিত বামুণ (ভকত) জনে গামোচা দুখন জোৰা দি দৰা-কইনাক ডিঙিয়ে-ডিঙিয়ে যুতি দি শ্লোক মাতে।

*আঙুলি আঙুলি পেলাইছে সাঙুৰি*
*বিধিচুৰ বামুণে পাই,*
*ৰূপৰে-সোণৰে দুখনি টুকাৰী*
*আহে ভাৰত্তলৈ নামি,*
*এখনি গ'লৈগৈ পগলা লগলৈ*
*এখনি চাৰি বেদৰ সাক্ষী।*
*এহি বুলি অন্তৰ্ধ্যানে ভৈলা মহা হৰি।*
*বেদত দেখিলে ব্ৰহ্মা আজ্ঞাশিৰে ধৰি।।*
*চাৰি বেদ চৈধ্য শাস্ত্ৰ ভৈলে কণ্ঠগত।*
*দেখি হাত মেলি ৰাজা সৃষ্টি ত্ৰিজগত।।*
*দেখি হাত মেলি ৰাজা লৈলন্ত কোলাত*
*ৰুকুণীৰ হাতে দিল কৃষ্ণ হাত।*

ভূ নল জলধৰ চক্রধৰ
হাতত হেঁচা মৰা কাণত মিন কৰা
দহো আঙুলিত সুবৰ্ণৰ আঙুঠিৰ ৰং
কপালত মুৰিয়ল পিন্ধাই থং (থওঁ)॥

শ্লোক মাতি শেষ কৰি কইনাৰ কপালত মুৰিয়ল বান্ধি পুনৰ শ্লোক মাতে

কইনা হ'লে দিব পিতা চাৰি যুগে বৰ।
পুত্র ভৈলে পৰ কন্যা আনি দিবে ঘৰ॥
শিশু কালে বাপ-মাওঁ পোহে যত্ন কৰি।
তেও কালত নাৰী নহয় স্বতন্ত্ৰী ॥
বাল্য কালে থাকে কন্যা বাপ-মাও ঘৰে।
যৌৱন হ'লে যাব লাগে স্বামী ৰবিবলে॥
বামুণৰ গুৰুজানা অগ্নি হাৰেহাৰ।
শূদ্রসকলৰ গুৰু বামুণে সবাৰ॥
তিৰিসকলৰ গুৰু স্বামীহে নিশ্চয়।
সবাক সকলৰ গুৰু অতিথি বোলয়॥
শদিয়াৰ চকৰি নামৰূপৰ চকা।
গোসাঁই কৃষ্ণ ঈশ্বৰে পাতিছে যোৰা॥
লাউ তল নাযায় মানে শিল নোপঙে মানে
সাত পুৰুষলৈ শিলৰ সাকো বান্ধি থওঁ
গৃহস্থ তৃণং সদাঃ সখি তাৰং,
গঃ বঃ বানেং তৃকে চাকেনং,
পদ্মিনী সেই কংতেখা আয়োসে,
দুনিপুত্র যুতং, বিদ্যাতে বিদুৰ ভাৰতে ভাৰণা॥

শ্রীনাৰায়ণ যথা ঃ- আশীৰ্বাদং দুগতি খন্দিয়োক

সীতা পৰায়ণা কৰন্তু হৰি হৰি,
অক্ষ যত জয় জয় শুনা প্ৰাত
সমস্ত লোকে বোলন্তু জয় জয় ॥

আশীৰ্বাদ দি দৰা-কইনাৰ ডিঙিত যুতি দিয়া গামোছাৰ গাঠি খুলি থাকোতে গায় -

*দেখি গুৰু চাপিলন্ত সেই লগ্ন পথ,*

*মেলিলন্ত লগ্ন গাঁথি দ্বাৰকাৰে পথ ॥*

দৰা-কইনা লগ্ন কৰি বামুণৰ ভাৰখন লৈ বিদায় লয়। কইনা আৰু দৰাৰ দুয়ো বাপেকে দৰা কইনাক ভকতক সেৱা কৰাই আশীৰ্বাদ লয়। লগে লগে কইনাৰ যৌতুকৰ বস্তুবোৰ খোলাৰ পৰা লৈ যায়। কইনাৰ ককায়েকে দৰা-কইনাক আগবঢ়াই বিদায় দিয়ে। কইনা যোৱাৰ পিছ্ত কইনাৰ ঘৰত ভকতক গুঁৰ আৰু চাউলৰ প্ৰসাদ দি 'কইনা দান' খোৱায়।

দৰাঘৰীয়া কইনালৈ গায়নে-বায়নে, ঢোলে-দগৰে দৰাঘৰত গৈ গায়ন-বায়নৰ গীতৰ ভনিতা পেলাই আৰু ডেকাসকলেও ঢোল-তাল এৰে। দৰাঘৰতে গুঁৰ আৰু চাউলৰ প্ৰসাদ দি ভকতক সেৱা কৰাই কইনাক নিজৰ 'কুলত তুলি লয়' কইনাৰ লগত যোৱা যতকা (কইনা ঘৰলৈ যোৱাসকলক যতকা বুলি কোৱা হয়) সকলক খোৱাই দিহা কৰি দিয়ে। দৰা-কইনাক ভিতৰলৈ গৈ দৰাৰ কাপোৰ কানি খুলি (দৰা সজোৱা কাপোৰ) কইনাৰ কুলাত দিয়ে। কইনাই শাহুৰেকৰ হাতত দিয়ে। কইনাক যতকা যোৱাসকলে দৰাৰ কোঠাত বিছনা আদি কৰি বস্তুবোৰ সজাই পৰাই ঠিক কৰি দিয়ে। যতকাসকলে প্ৰথম ভাত সাজ লগত খোৱাৰ নিয়ম নহয় কাৰণে নিজে সিজাই খায়। পিছদিনা যতকা যোৱাসকল ঘূৰি আহে। তিনি দিনৰ মূৰত জী-জোঁৱাই ভাৰ-ভেটি (হাঁহৰ) লৈ ঘৰ উঠিবলৈ আহে। আঠ মঙ্গলা খাই যোৱাৰ কিছুদিনৰ পিছত দৰাৰ মাক-দেউতাকে মিতু খাবলৈ আহে। শেষত কইনাৰ বাপেক-মাকেও মিতু খাবলৈ যায় আৰু বিয়াৰ পৰ্বও ওৰ পৰে। ☐

*'সৌমাৰ গিৰী' সদৌ অসম মৰাণ ছাত্ৰ সন্থা তৃতীয় সংখ্যা ১৯৯০ত প্ৰকাশিত।*

# মৰাণ সমাজৰ তুলনিয়া বিয়া

সুধীশ্বৰ দহোতীয়া

অসমৰ অন্যান্য আদিম জনগোষ্ঠীসমূহৰ মাজত নিজা নিজা কৃষ্টি-সংস্কৃতি থকাৰ দৰে অসমৰ আদিম অধিবাসী মৰাণ জনগোষ্ঠীয়ো নিজা কলা-কৃষ্টি, সংস্কৃতি, লোক-কলা, লোক-বিশ্বাস, সমাজ ব্যৱস্থা, ধৰ্মীয় ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, সাজ-পোচাক আদি স্বকীয় বৈশিষ্ট্যৰে মহীয়ান। সামাজিক ৰীতি-নীতি, অতীত পৰম্পৰা আজিও বিদ্যমান।

মৰাণ জনগোষ্ঠীৰ মাজত সুদূৰ অতীজৰ পৰা চলি অহা পাট গাভৰুৰ পৰা গাভৰু হোৱাৰ সময়ত (প্ৰথম ঋতুমতী হোৱা সময়ত। ইয়াক মৰাণ সমাজৰ প্ৰচলিত ভাষাত 'মানু' হোৱা বুলিও কোৱা হয়) কেনে নীতি নিয়মেৰে এই 'চুৱা-বিয়া'ৰ কাম-কাজসমূহ সমাপন কৰে তাৰে কিছু আভাস দিয়াৰ চেষ্টা কৰা হৈছে। এই নিয়মসমূহৰ কোনো লিখিত বিৱৰণী নাই। হাজাৰ বছৰৰ ইতিহাসৰ পৰা মুখে মুখে প্ৰচলিত হৈ অহা, ইচামৰ পৰা সিচামে দেখি শিকা পদ্ধতিৰ মাজেৰেই চলি আহিছে।

লচপচীয়া সুঠাম পাট গাভৰু ছোৱালীজনী যিদিনা ঋতুমতী হ'ব (জীয়াৰী হ'ব) সিদিনাই তৎ মুহূৰ্ততে (খবৰ পোৱাৰ লগে লগেই) গাঁৱৰ চুবুৰীয়াৰ গোপিনী, গাভৰু ছোৱালী, পাট গাভৰু ছোৱালীবোৰ আহি ঋতুমতী হোৱা ছোৱালীজনীক নিজা ঘৰৰ এটা আচুতীয়া কোঠালিৰ এটা চুকত সুমুৱাব। এখন ঢাৰিৰে আঁৰ দিব। হাতত এখন কটাৰী আৰু এটা তামোল দিব। এখন আগলি কলাপাত আনি পূব দিশে মুখ কৰি মাটিত তিনিডাল আঁচ পাৰিবলৈ দিব। আঁচ তিনিডালৰ ওপৰত কলপাতখন পাৰি ঋতুমতীক বহুৱাব। ঘৰৰ গিৰিহঁতে এটা তামোল পানৰ টোপোলা আয়তীসকললৈ আগবঢ়াই দিব। আয়তীসকলে ভনৰ খেৰী গাব সুৰ লগায় -

ঈশ্বৰৰ মহিমা দেৱৰে কন্যা
আঁচে তিনিডাল লাগে।
তিনিডালি আঁচতে আগলি কলপাতে
তাতে ৰুকুণী বহে।
তামোলে কটাৰী লোৱা মুঠি মাৰি
মূৰতে ওৰণী লোৱা,
তিনিটি খুটিত আঁৰ কাপোৰ তৰি
উৰুলি তিনিজোকা দিয়া।
পূবে মুখ কৰি ৰুকুণী বহিছে
খণ্ডাব জনমৰ দুখ,
ঈশ্বৰৰ নামতে তামোল কাটি খাইছো
ৰুকুণীৰ হওকে সুখ।

বাঁহৰ তিনিটা খুটি মাৰি বৰকাপোৰ এখনেৰে আঁৰ কাপোৰ দি তামোল-পাণৰ টোপোলাটো আয়তীসকলে কাটি খাই 'কইনা বন্দী কৰা' অনুষ্ঠান সিদিনাৰ বাবে সমাপন কৰিব।

এই দিনটোৰ পৰা কইনাই বাহিৰলৈ ওলোৱা নিষেধ। সিদ্ধ বস্তু খাব নোৱাৰে, তিৰোতা মানুহৰ বাদে পুৰুষ মানুহক দৰ্শন কৰিব নোৱাৰে। ঢেঁকীত চাউল খুন্দি গুড়ি কৰা পিঠা, বুট, পকা কল আদি খাই তিনিদিন চুকতে থাকিব।

এই অনুষ্ঠানৰ তিনিদিনৰ পাছত কন্যাৰ পৰিয়ালৰ লোকে গাঁৱৰ লোকসকলৰ ঘৰে ঘৰে গৈ এখন খনীয়া তামোল দি বিয়াৰ জাননী দিব।

সেই দিনাই নিশালৈ গাঁৱৰ বুঢ়ী-মেথি, গাভৰু-বোৱাৰীসকল কন্যাৰ ঘৰলৈ আহিব (এই অনুষ্ঠানলৈ পুৰুষ মানুহ যোৱা নিষেধ।) এখন দুলনিত ধানে-চাউলে (সমপৰিমাণৰ), কলডিলৰ পিছৰ অংশ দুটা (কলডিলটোৰ সোঁমাজত কাটি আনে) আনি কলডিলৰ জোঙা অংশটো ওপৰলৈ কৰি চাউলৰ ওপৰত বহুৱাব। এটা কলডিলত এডাল খাৰু আনটোত এডাল ফুলৰ মালা পিন্ধাব। এটা চাকি জ্বলাই চাউলৰ ওপৰত থব। এখন বিচনী থব, বিচনীখনত এডাল বগা সূতাৰে গঁথা আমপাত, কপাহ, ধানৰ ঠোক থাকিব। এটা চিচাৰ বটলত অথবা সৰু বাঁহৰ চুঙাত অলপমান সৰিয়হৰ তেল ল'ব। কপাহৰ এটা তেলৰ ঠাবি ল'ব। এখন ফণি থ'ব। এক আখি পুৰঠ চেনিকল ল'ব। (কল আখিটো বিজুৰীয়াকৈ কল থকা হ'ব লাগিব। অৰ্থাৎ ১৩-১৫ টা এনেধৰণৰ) এটা মাটিৰ টেকেলি ল'ব। বগা সূতাৰে আম-

পাত, কপাহ, ধানৰ ঠোক গঁথা এডাল মালা টেকেলিৰ ডিঙিত মেৰিয়াই ল'ব। এটা কাঁহৰ লোটা ল'ব। এইখিনি বস্তু সজাই থাকোতে আয়তীসকলে গায় -

আজি তিনিদিনে ক'তে সোমাই আছা
কপৌ বাঁহ এখনি সাজি,
শালতে এৰিলি চেলেং চাবি কাঠি
যঁতৰত এৰিলি পাঁজি।
ইকৰা বেৰলৈ হাতে নেমেলিবি
মাৰিব চিকৰাই খাই,
ভিতৰত বহি লৈ কিনো ভাবি আছা
বাহিৰত সমাজখন নাই।
চুঙাতে কান্দিলে চুঙাৰে বাদুলি
বৈ বৈ কান্দিলে জীয়া,
ওলায় জাকি মাৰি ৰঙানৈৰ মোৱা মাছ
ওলাই জাকি মাৰি ভৰা;
ওলাই জাকি মাৰি আমাৰে ককুণী
অযোধ্যা নগৰৰ পৰা।

দুণৰি আৰু টেকেলি গাভৰু ছোৱালীয়ে ল'ব। লোটা পাট গাভৰু ছোৱালীয়ে ল'ব। দুণৰি, টেকেলি, লোটা লৈ আয়তীসকলৰ সমন্বিতে পানী তুলিবলৈ যাব। পানী তুলিবলৈ যাওঁতে শুকান বাঁহৰ একোছা জুৰ লৈ যাব। পানী তুলিবলৈ যাওঁতে তলৰ খেৰী গাই গাই যোৱাৰ নিয়ম -

ওলাই আহা গৃহস্থনী লগতে যাঠি লৈ
সুৰক্ষণে যত্ন কৰি গলে আনোগৈ,
ওলাই আঁহা দৈৱকী যমুনালৈ যাওঁ
মূৰত লোৱা মালা,
যমুনালৈ যাব লাগে নকৰিবা হেলা
সজোৱা দুণৰিক
ঘটত মঙ্গল কথা
লগোৱা ৰহস্য বন্দী
যিটো তৈলে দিয়া।

নাদৰ পৰা পানী তোলাৰ আগতে নাদটোত এটা ৰূপৰ পইচা পেলাব।

নাদৰ পাৰত উলু খেৰৰ তিনিটা খুটি মাৰি যঁতৰত কটা কপাহৰ বগা সূতাৰে মেৰিয়াব আৰু তাতেই আয়তীসকলে কন্যাৰ এটা গুপুত নাম দিব 'অমুক দৈ' বুলি। পানী তুলি থাকোতে এনেদৰে ক'ব -

এজনী আয়তীয়ে সুধিব - কি কৰিছা ?

আন এজনীয়ে উত্তৰ দিব - অমুকদৈক গা-ধুৱাবলৈ পানী তুলিছো। আকৌ - কলৈ আহিছা? উত্তৰত ক'ব - অমুকদৈৰ চুৱা বিবাহ সমাধা কৰিবলৈ - এনেদৰে তিনিবাৰ ক'ব। মাটিৰ ঘটটোত আৰু লোটাটোত পানী ভৰাই ঘৰলৈ ঘূৰি আহি নিৰ্দিষ্ট কৰি থোৱা ঠাইত থ'ব।

আমগছৰ খুটি, আমগছৰ খৰি, আমগছৰ তাও মাৰি লৈ এজনী পাট গাভৰু ছোৱালীয়ে ভাত ৰান্ধিব। ভাত ৰান্ধিবলৈ লোৱা চাউলখিনি এনেদৰে ল'ব হাতৰ পিঠিফালে (হাতৰ তলুৱাৰে নহয়) চাউলৰ পাটিটোৰ পৰা তিনিবাৰ ল'লে যিমান চাউল হ'ব সেই চাউলহে ৰান্ধিব। চাউলৰ লগত বেঙেনা আৰু এটা হাঁহৰ কণী ৰান্ধিব। ভাত ৰন্ধা হ'লে ৰান্ধনীজনীয়ে হাতেৰে তিনিমুঠি কৰিব। কন্যাৰ সমুখত গোবৰ-মাটিৰে সুন্দৰকৈ লিপি তাত ভাত তিনিমুঠি থৈ দিব। কন্যাই আঠুকাঢ়ি হাতেৰে নচুৱাকৈ ভাত তিনিমুঠি খাব। ইয়াক 'কন্যাক ভাত খুওৱা অনুষ্ঠান' বোলে।

ঘাটৰে মটীয়া পিঁজলা শিঙৰা
বৰশীৰ দড়িতে পুঠি
মাকে সিজাইছে কণী বেঙেনাৰে
খাবলৈ নেপাইছে জুতি । আদি

এই দিনটোতেই বগা সূতাত আমগছৰ পাত, কপাহ, ধানৰ থোক গঁথা মালা ঘৰৰ দুৱাৰ মুখে মুখে আঁৰিব।

পানী তুলি আহি চুকৰ কন্যাজনীক বাহিৰলৈ আনিব। ভিতৰৰ পৰা বাহিৰলৈ আনোতে নিম্ন উল্লেখিত খেৰি পৰিবেশন কৰিব -

বাৰীতে বঢ়ালা, বাৰীৰ ভীমে কল
মূৰতে বঢ়ালা চুলি,
তুমিচোন ককুণী চুকতে বাঢ়িলা
যেনে ভীমেকলৰ পুলি।
বাল্য জীৱনটি হাততে হেৰালে
আধা আনৰে হ'লা,

দুবছৰ পাছতে নিজৰ ঘৰ এৰি
দৰালৈ বিয়া হৈ যাবা।
দেউতাক দি যাবা চেলেং চাৰিকাঠি
মাৰাক দি যাব মন,
ককাইদেউক দি যাবা ঘৰৰ সম্পত্তি
বৌয়েৰক দি যাবা বন।
দুৱাৰৰে দলি পাৰ হৈ ককুণী
আলহী দৰেহে হ'বা,
মাৰাৰ ঘৰতে এসাজ খায়ে যাবা
মজিয়াত মাৰি লৈ খুটি।

গাঁৱৰ কোনোবা বৰবিবাহ কৰি থোৱা পুৰুষ এজনক কন্যাঘৰৰ লোকে এটা তামোল-পাণৰ টোপোলা দি মাতি আনি ঘৰৰ সন্মুখ চোতালৰ এডোখৰ নিৰ্দিষ্ট ঠাইত এটা মাটিৰ টিপ তুলি তাত কুঁহিয়াৰ তিনিডাল (অভাৱত মেগেলা গছ দিয়ে) তিনঠেঙীয়াকৈ বান্ধি টিপৰ ওপৰত দিব। টিপটোৰ ওপৰত এখন আগলি কলপাত পাৰি, তাৰ ওপৰত কন্যাক থিয় কৰাই উৰুলি মঙ্গল ধ্বনিৰে মাহ, হালধি সানিব। ওপৰুল্লেখিত তুলি অনা টেকেলিৰ পানীৰে প্ৰথমে মূৰত ঢালি গা ধোৱাব, তাৰ পাছত অন্য পানীৰে ভালকৈ ধুৱাই নতুন মেখেলা, কঁকাল মৰা পিন্ধাই কন্যাজনীক এগৰাকী বয়োজ্যেষ্ঠ মহিলাই বোকোচাত ল'ব। আগত দুণৰি লোৱা গাভৰু গৰাকী, তাৰ পিছত, টেকেলি লোৱা গাভৰু গৰাকী, তাৰ পিছত বোকোচাত লোৱা কন্যাজনী, তাৰ পাচত লোটা লোৱা পাট গাভৰু ছোৱালীসহ অন্য কিছুমান গাভৰু ছোৱালীয়ে টিপটোৰ চাৰিওফালে ঘূৰি ঘূৰি ছটিয়াব আৰু লোটা লোৱা পাট গাভৰু ছোৱালীজনীয়ে কন্যাৰ পিঠিত লোটাৰ পৰা অলপ অলপকৈ পানী ছটিয়াই যাব। এনেদৰে টিপটোত তিনিপাক ঘূৰিব। ঘূৰি থাকোঁতে আয়তীসকলে উৰুলি দি থাকিব। খেৰি গাই থাকিব।

নোৱাই ধোৱাই শেষ কৰি কন্যাক আনি নিৰ্দিষ্ট কৰি থোৱা এখন পাটিৰ ঢাৰিত বহুৱাব। ইয়াৰ পাছতে গাঁথিয়ন খুন্দিব। গাঁথিয়ন খুন্দোতে কন্যাজনীৰ ওপৰত এখন চেলেং মেলি ধৰি চেলেঙখনৰ দুই মূৰে দুগৰাকী আয়তীয়ে থিয় হৈ ধৰি থাকিব। কাপোৰখনৰ তলত কন্যাৰ ওচৰত তিনিগৰাকী আয়তী বহি লৈ গাঁথিয়ন, গাখীৰ, দুৱৰিবন, পাণ দুইখিলা, এঁৱাসূতা আদি সামগ্ৰী লৈ গাঁথিয়ন খুন্দিব, খেৰি গাব আৰু উৰুলি দি থাকিব।

সেই দিনটোত গাভৰু, পাটগাভৰু ছোৱালীহঁতে বিভিন্ন জোৰানাম গাই নাচ-বাগ কৰিব। সেই দিনটোৰ পৰাই কন্যাই সিদ্ধ বস্তু খাব পাৰিব।

এনেদৰেই মাজতে এদিন এৰি তাৰ পিছদিনা উপৰুল্লেখিত নিয়মেৰে কন্যা নোৱাব। কিন্তু দ্বিতীয় দিনা টিপত কন্যাক গা ধুৱাওঁতে ত্ৰখন আগলি কলপাতৰ পৰিবৰ্তে এখন চামৰ পীৰা টিপটোৰ ওপৰত পাৰি ল'ব। টিপৰ ওপৰত গা ধুৱাওঁতে কন্যাৰ ওচৰত প্ৰতিদিনেই এপাট যঠী আৰু ফাঁকত সুমুৱাই ৰখা এখন খামতি দা ৰাখিব। (এই প্ৰথা অপৰিহাৰ্য) প্ৰতিদিন গা ধুৱাওঁতে ধানখেৰ পুৰি তাৰ খাৰৰ পানী অলপ আৰু ঔ টেঙাৰ বীজ অলপ গা ধুৱাবলৈ লোৱা পানীত মিহলাই ল'ব। তিনি নোৱন, পাঁচ নোৱন এনেদৰে বিযুৰীয়াকৈ কন্যা নোৱায়। এই কন্যা নোওৱা অনুষ্ঠান নিশা কৰে।

কিন্তু বৰ্তমান সময়ৰ পৰিস্থিতিৰ নিৰ্মম প্ৰতিঘাতত গাঁওভেদে, ঠাইভেদে দিনৰ সময়তো কৰা দেখা গৈছে।

তিনি বা পাঁচ নোৱন দিয়াৰ পাছত কন্যাৰ বংশ পৰিয়ালে গাঁৱৰ ভকত আমন্ত্ৰণ কৰি আনি বাৰীৰ এডোখৰ নিৰ্দিষ্ট স্থানত ভকতক বহুৱাব। এখন শাল পাতি তাত তামোল-পাণ, গুড়, চাউল দিব। মৰাণ জনগোষ্ঠীৰ ধৰ্মীয় আদিগুৰু শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱে ৰচনা কৰা 'আদি ঈশ্বৰ' পুথিখন আনি থাপনা কৰি থ'ব। থলিত ভকত বহি থাকি চাহ, তামোল খোৱা-বোৱা হৈ থাকিব। আৰু ইফালে কন্যাক আগৰদৰেই নোৱাই-ধুৱাই নতুন মেখেলা, কঁকালমৰা পিন্ধাব। তাৰ ওপৰত এখন ফুল বচা ফুটুকী কলিয়া ৰিহা পিন্ধাব। তাৰ ওপৰত গুটি ফুল বচা এখন পাঁচ কঠীয়া খনিয়া কাপোৰে ওৰণি দিব। (এইদিনা কন্যা নোওৱাৰ সময়তে লগৰ লগৰীয়া, মিতিৰ-কুটুম, বংশৰ পৰিয়ালৰ লোক আৰু গঞা লোকসকলে কন্যাক একোটিকৈ উপহাৰ দিব।)

আয়তীসকল, দুণৰি, টেকেলি, লোটা লোৱা গাভৰুসকল আৰু অন্যান্য কিছুমান লোকে কন্যাজনীক ভকত উপবিষ্ট হৈ থকা ঠাইলৈ লৈ আহিব। কন্যাৰ মূৰৰ ওপৰত এটা ছাতি মেলি ধৰি আহিব। আহোঁতে দুণৰিৰ পৰা চাউল লৈ কন্যাজনীয়ে ধানৰ ভঁৰালৰ মুখত চাউল ছটিয়াই থৈ আহিব।

ভকত বহি থকা থলিত কন্যাসহ কন্যাৰ মাক, দুণৰি, টেকেলি, লোটা লোৱা ছোৱালীকেইজনী আৰু পৰিয়ালৰ অন্য কিছু লোকে ভকতক সেৱা কৰিব। কন্যাৰ দেউতাক অথবা তেনে কোনো সম্বন্ধীয় লোকে ভকতৰ ওচৰত ঋতুমতী হোৱা কাৰ্য সমাপনৰ জাননী দিব। ভকতেও গাভৰু ছোৱালীজনীৰ ভৱিষ্যতে মঙ্গল

কামনা কৰি আশীৰ্বাদ যাচিব। শালত থকা চাউল, গুড়, তামোল-পাণ খাই সমাপন কৰিব। সেইদিনাই দুণৰি ভঙা অনুষ্ঠানত আয়তীসকল লগ হৈ টিপত দিয়া কুঁহিয়াৰ তিনিডাল টিপৰ পৰা তুলি আনিব। দুণৰিত দিয়া সামগ্ৰীসমূহ তাৰ পৰা আঁতৰাব। কন্যাজনীসহ মাকে আয়তীসকলক তামোল-পাণৰ টোপোলা লৈ সেৱা কৰিব, বিবাহ কাৰ্য সমাপন কৰোঁতে আপ্যায়নত কিবা দোষ-ত্ৰুটিৰ মাৰ্জনাৰ বাবে। আয়তীসকলেও আশীৰ্বাদ দি বিদায় ল'ব।

অসমৰ মৰাণ জনগোষ্ঠীৰ লোকসকলৰ মাজতো পূৰ্বপুৰুষৰ অতীত পৰম্পৰা খোপনি পুতি আছে। অতীজ পৰম্পৰা নিজা কৃষ্টি-সংস্কৃতিৰ মাজেদিয়েই জনগোষ্ঠীটোৰ জনসাধাৰণে সমন্বয়, ঐক্য, প্ৰেমৰ বান্ধোনেৰে বান্ধ খাই আহি আছে। আধুনিক যুগৰ পৰিবৰ্তিত সময়ৰ পৰিস্থিতিয়েও - সময়ৰ ধুমুহাইয়ো এই চেনেহৰ এনাজৰিডাল, সামাজিক ৰীতি-নীতিৰ এনাজৰিডাল ছিঙিব পৰা নাই।□□

টোকা :-

খেৰি :- মৰাণ সমাজৰ মহিলাসকলে ধৰ্মীয় কাম-কাজ, বিয়া আদিত গোৱা এবিধ বিশেষ নাম বা গীত।

কঁকাল মৰা :- মৰাণ মহিলাসকলে মেখলিৰ তলত কঁকালত পিন্ধা এখন কাপোৰ।

*'সৌমাৰ কণ্ঠ' দ্বিতীয় সংখ্যা ২০০৩ চনত প্ৰকাশিত*

# মৰাণ মহিলা সমাজৰ ৰীতি-নীতি আৰু অনুষ্ঠানসমূহ

- **হেমপ্ৰভা মৰাণ**

মৰাণ মহিলা সমাজত পৰম্পৰাগতভাৱে চলি অহা কেইটিমান অনুষ্ঠান আছে। শাস্ত্ৰীবিয়া বা চুৱা বিয়াৰ উপৰিও মৰাণ মহিলা সমাজত লখিমী সবাহ, আপেশ্বৰী সবাহ, আইমতা সকাম, ভোৰ্জনি খুওৱা সকাম, বুঢ়ী-মেথি কাম বা বিঘিনি বিয়পা সবাহ, মুগুা কাপোৰ বা কৱচ কাপোৰ দিয়া অনুষ্ঠান। শিল বৰষুণৰ সময়ত চোতালত ডলা-চালনি দলিয়াই পেলোৱা, বতাহ ধুমুহাৰ সময়ত ঘৰ সৰা সোতা ওভোতাই ঘৰৰ খুটা চ'তি মাৰলিত বন্ধা আদি কেৱল মহিলা ভিত্তিক কিছুমান লোকাচাৰো মৰাণ মহিলা সমাজত বৰ্তমান। মহিলাসকলৰ মাজত থকা কেইটিমান অনুষ্ঠানৰ এটি থুল-মূল ধাৰণা ইয়াত বৰ্ণোৱা হৈছে। উল্লেখনীয় যে মৰাণ মহিলা সমাজৰ প্ৰায় সকলোবোৰ অনুষ্ঠানতে খেৰি-মাত পৰিৱেশন কৰা হয়।

**বুঢ়ী-মেথি কাম বা বিঘিনি বিয়পা সবাহ :** প্ৰতি বছৰে পোহনীয়া জীৱ-জন্তু আৰু কৃষি কৰ্মৰ শ্ৰীবৃদ্ধি হ'বলৈ আৰু বেমাৰ-আজাৰ মাৰি-মৰক আদিৰ পৰা হাত সাৰি থাকিবলৈ বুলি এই সবাহ মহিলাসকলে পাতে। দেশৰ ৰাইজৰ সকলো প্ৰকাৰৰ বিপদ-বিঘিনি আঁতৰাই কুশলে-মংগলে বাস কৰি থকাৰ কামনাৰে বুঢ়ী-মেথিসকলে ৰাজহুৱাকৈ এই সবাহ পাতে। পুৰুষসকলৰ মাজতো পৃথকে বিঘিনি বিয়পা সবাহ পাতে। মহিলাসকলৰ লগত উদ্দেশ্য একে হ'লেও পুৰুষসকলৰ এই সবাহৰ স্থান কাল আৰু নিয়ম পদ্ধতিৰ কিছু পাৰ্থক্য আছে। মহিলাসকলে সাধাৰণতে গাঁৱৰ এমূৰত তিনি বটীয়াত এই সবাহ পাতে। ৰাজহুৱাকৈ চাউল-পাত সংগ্ৰহ কৰি যিমান পাৰে এক কম বয়সীয়া ল'ৰা-ছোৱালীৰ পৰা গোপনে মহিলাসকলে বছৰি এই সবাহ পাতে।

বিঘিনি বিয়পা সবাহৰ বাৰ্ষিক এবাৰ পতা নিয়মৰ ব্যতিক্ৰম ঘটে দেশৰ

অপায় অমংগলৰ সময়ত। অচিন ৰোগৰ প্ৰাদুৰ্ভাৱ হ'লে, মহামাৰী ৰূপত বসন্ত, হাইজা, কলেৰা আদি হ'লে আৰু গুচৰৰ কোনোবা অঞ্চলত গৰু-ম'হৰ মহামাৰী ৰোগ হ'লে যিকোনো সময়ত বুঢ়া-মেথিসকলে গোট পিট খাই গাঁৱৰ মূৰত নিৰ্জন তিনিবটীয়াত এই সবাহ পাতে। দেশত যুদ্ধ-বিগ্ৰহ, অসূয়া-অপ্ৰীতি হ'লে, ভূমিকম্প ধূমকেতুৰ অশুভ প্ৰভাৱ, প্ৰাকৃতিক দুৰ্যোগ আদিৰ দৰে কোনো বিপদজনক ভৱিষ্যতবাণী জ্যোতিষীসকলে কৰিলেও নিলগৰ টৌ নিলগতে মাৰ নিয়াই নিজৰ জাতি-মাতি সাম্ভাব্য বিপদৰ পৰা ৰক্ষা কৰিবলৈ বুঢ়া-মেথিসকলে নেদেখাজনলৈ তুতি কৰি কোনো কোনো অঞ্চলত এই সবাহ পাতে। আগৰ দিনত কোনো কোনো অঞ্চলত নিশাৰ ভাগত এই সবাহ পতাৰ কথাও শুনা যায়। আজিকালি স্থান ভেদে এই সবাহ তিনিবটীয়াৰ পৰিবৰ্তে ৰাজহুৱা ৰভাঘৰত পতাও দেখা যায়।

**লখিমী সবাহ :** লখিমী সবাহ পুৰুষ আৰু মহিলাসকলে পৃথকে পৃথকে পতা ৰাজহুৱা অনুষ্ঠান। এটি আনটিৰ পৰিপূৰক অনুষ্ঠান। পুৰুষসকলে নামঘৰত লখিমী সবাহ পাতে। মহিলাসকলে সাধাৰণতে ন-ৰোৱা সজালি উঠা পথাৰৰ মাজত এই সবাহ পাতে। আজিকালি জুম খেতিৰ অৱসান আৰু পথাৰৰ মাজত ওখ ঠাই হাফলু আদি নোহোৱা হৈ অহাৰ ফলত এই সবাহ ৰভা খোলাত পতা দেখা যায়। মহিলাসকলে ৰাজহুৱাকৈ চাউল-পাত সংগ্ৰহ কৰি গাঁৱৰ মুখীয়াল বুঢ়ী এগৰাকী বা দুগৰাকীমানৰ ঘৰত পিঠা খুন্দি পথাৰলৈ লৈ যায়। পিঠাগুড়ি, কল, গাখীৰ, গুড় বা চেনী আদি দি এই সবাহ পতা হয়। প্ৰথমতে গোপিনীসকলে তামোল-পাণ কাটি আই লখিমীলৈ বুলি আগবঢ়ায়। পথাৰত ন-ৰোৱাই সজাল ধৰাৰ সময়তে চেঙেকা থুৰি পোকে খোৱা আদি ধানৰ বেমাৰ হয়। মৰাণ সমাজৰ জনবিশ্বাস মতে আই লখিমীক তুতি কৰি তুষ্ট কৰিব পাৰিলে ধানৰ বেমাৰ আপোনাআপুনি আঁতৰি যায়। এই উদ্দেশ্যে নিৰ্জন পথাৰৰ মাজত গোপিনীসকলে লখিমীক কাতৰ প্ৰাৰ্থনা জনাই খেৰি গায় —

থুৰি পোক মেলিলা      সনাহী মেলিলা
নৰৰ কি গতি হ'ব ?
গো-জী সকলে      কৰে তুতি প্ৰাৰ্থনা
কলে পিঠাগুড়ি লৈ
গোপিনীসকলে খালে      তামোল কাটি
সনাহী ভটিয়াই যাব।

বৰ্তমান বিজ্ঞানসন্মত উন্নত কৃষি পদ্ধতিৰ যুগত দুই এজন খেতিয়কে নিজৰ

ধাননী পথাৰত ঔষধ ছটিয়ালেও ঔষধ ছটিওৱাৰ আগতে পথাৰত গৈ আই লখিমীক দায়-দোষ ক্ষমিবৰ বাবে তুতি কৰি গুৱা-পাণ আগবঢ়ায়।

**আইমতা সকাম :** আই ওলালে, চকুৰ অসুখ হ'লে, জ্বৰ কাঁহ নাইবা অন্য অসুখ-বিসুখ হ'লে গাঁৱৰ গোপিনীসকলক মাতি আনি সকাম পতাটো মৰাণ সমাজত পূৰ্বাপৰ চলি অহা নিয়ম। পৰিয়ালৰ কোনো ব্যক্তিৰ যিকোনো ৰোগৰ লক্ষণ দেখা পালে আইমতা সকামলৈ বুলি তামোল-পাণ এটি আগবঢ়াই থয়। সম্ভৱ স্থলত সোনকালে আৰু অসুবিধা হ'লে পাছে পৰে এই সকাম পাতে। ৰোগীৰ অৱস্থা বুজিও সকাম পতা সময়ৰ তাৰতম্য হ'ব পাৰে।

গৃহস্থৰ চ'ৰাঘৰত এই সকাম পতা নিয়ম। ঘৰৰ ভিতৰত পতা সকাম হ'লেও মৰাণ সমাজৰ ধৰ্মীয় ও সামাজিক সকলো ক্ৰিয়া কৰ্মৰ পৰম্পৰাগত ৰীতি অনুসৰি গোপিনীসকলক ধানখেৰৰ আসনত বহিবলৈ দিয়ে। গোপিনীসকলৰ সমুখত মজিয়া মছি গুৱা-পাণৰ শাল পাতে। আগলি কলপাতত গুৱাপাণ সজাই দি ওচৰতে পিঠাগুড়ি, কল চেনি বা গুড় আদি যতনাই থয়। গোপিনীসকলৰ মাজত এগৰাকী বিলনীয়া (তামুলী) থাকে তেৱেঁই সকলোকে শালৰ গুৱাপাণ, পিঠা-পনা আদি ভগাই দিয়ে। এই আটাইখিনি কাম উপস্থিত গোপিনীসকলৰ আজ্ঞা অনুসৰি হয়। সাধাৰণ অসুখত কেৱল তামোল-পাণ দিয়েো এই সকাম পাতিব পাৰে। কি উদ্দেশ্য সকাম ভাগ পতা হ'ল গৃহিণীয়ে গোপিনীসকলক জনোৱাৰ অন্তত, যাৰ অসুখৰ বাবে সকাম পতা হয় তেৱেঁই প্ৰথমে গুৱাপাণ মুখত দিয়ে। পাছত বাকীসকলে খায়। আই ওলালে এই সকামত পিঠাগুৰিৰ সলনি কড়াই গুৰি দিয়ে। আই ওলোৱা সময়ত ৰোগীয়ে বৰকৈ কষ্ট পাই থাকিলেও গোপিনীসকলে খেৰি গায়। অন্য অসুখত খেৰি নাগায়। আইমতা সকামত গোপিনীসকলক মুখ্য কৰি যিকোনো ব্যক্তি উপস্থিত থাকিব পাৰে। এই সকামত 'চালি-খোৱা' 'চালি পাণ খোবা' আদি নামেৰেও অঞ্চল বিশেষে জনা যায়।

**অপেশ্বৰী সবাহ :**

ৰূপৰে জখলা সোণৰ হেতা মাৰি
আছে অপেশ্বৰী নামি ।
দুপৰে সময়ত মেলকে কৰিছে
ছাঁয়াতে পৰি ৰৈছে জৰি ॥

দুপৰ বেলা দেও বেলা। পথালি চকুৱা নৰ মনিছে অজানিতে এই ক্ষণতে ওপৰ অপেচৰাৰ দোষ লগায়। কোনো ব্যক্তিৰ এই দোষ খণ্ডনৰ বাবে মৰাণ সমাজত

গোপিনীসকলে ভৰ দুপৰবেলা ঘৰৰ বাহিৰত দিয়া বভা খোলাত বহি এখন সবাহ পাতে। অপেশ্বৰী সবাহ সাধাৰণতে মুগলতীৰ নির্দেশক্রমে পাতে। নির্দিষ্ট সংখ্যক গোপিনীহে ইয়াত উপস্থিত থাকিব পাৰে। এই সকামৰ প্ৰসাদ ঘৰলৈ নিব নাপায়।

**ভোজনি খুওৱা সবাহ:** মৰাণ মহিলা সমাজত 'ভোজনি খুওৱা' নামৰ আন এখন সবাহ প্ৰচলিত। গৰ্ভৱতী মাতৃ ও আগন্তুক নৱজাতকৰ কুশল-মঙ্গল কামনা কৰি গৰ্ভাৱস্থাৰ শেষৰ মাহত এই সবাহ পতা হয়। প্ৰচলিত বিশ্বাস মতে সূৰ্য গ্ৰহণ, চন্দ্ৰ গ্ৰহণ, জোন-বেলিৰ মৰল আৰু অন্য প্ৰাকৃতিক পৰিঘটনাৰ ফলত কিছুমান অশুভ প্ৰভাৱ মানুহৰ গাত পৰে। এনে অশুভ প্ৰভাৱ পৰি আগন্তুক নৱজাতকৰ যাতে অনিষ্ট সাধন নহয় আৰু ঘৰৰ পিৰালিয়েই পৰ নোপোৱাকৈ যুগুত সন্তান জন্ম হয় সেই উদ্দেশ্যে ভোজনি খুওৱা সবাহ পাতে। এই সবাহত গোপিনীসকলৰ লগত গৰ্ভৱতী মাতৃগৰাকীৰ বাহিৰে অন্য লোক থাকিব নোৱাৰে। অপেচৰী সবাহৰ দৰেই এই সবাহো ভৰ দুপৰীয়া পাতে। অপেশ্বৰী সবাহত পৰিৱেশন কৰা গীত-মাতকে এই সবাহতো গোৱা হয়। দুয়োখন সবাহ আচলতে দোষ খণ্ডনকাৰী সবাহেই। মাথো অপেশ্বৰী সবাহৰ সতে ইয়াৰ পাৰ্থক্য হ'ল এই সবাহ ঘৰৰ বাহিৰত নাপাতি চ'ৰাঘৰত পাতে।

জহা চাউল, মগুমাহ, কল, চেনি আৰু গাখীৰেৰে ভোজনি খুওৱা সবাহ পাতে। এই সবাহ নিতান্তই পুৰুষ বৰ্জিত। গোপিনীসকলে এই সবাহৰ প্ৰসাদ ঘৰলৈ নিব পাৰে। কিন্তু বিকোনো বয়সৰে নহওক পুৰুষসকলে এই প্ৰসাদ খাব নাপায়। ভৱিষ্যতে সন্তান লাভৰ সম্ভাৱনা থকা তিৰোতাসকলৰ বাবেও এই প্ৰসাদ নিষিদ্ধ। নাবালিকাসকলে এই প্ৰসাদ খাব পাৰে। উল্লেখযোগ্য যে অন্যান্য অসমীয়া তিৰোতাসকলৰ পঞ্চামৃত খুওৱা অনুষ্ঠান মৰাণ সমাজত নাই।

**মুগুৰা কাপোৰ বা কৱচ কাপোৰ দিয়া অনুষ্ঠান:** এবাৰ সন্তান জন্ম দিয়াৰ পাছত পুনৰ ঋতুমতী নোহোৱাকৈ কোনো মাতৃয়ে গৰ্ভধাৰণ কৰিলে তেনে গৰ্ভধাৰণৰ ফলত জন্ম হোৱা সন্তানৰ গাত বজ্ৰপাত পৰে বুলি মানুহৰ এটা ধাৰণা আছে। গাত বজ্ৰপাত পৰাৰ পৰা ৰক্ষা পাবলৈ বুলি তেনে ক'লা ছোৱালীক তিনটোৰ ভিতৰতে সূতা কাটি বৈ উলিওৱা এখন কৱচ কাপোৰ দিয়া হয়। কৱচ কাপোৰ লগত থাকিলে বজ্ৰপাতৰ পৰা হাত সাৰি থাকে বুলি এটি জনবিশ্বাস আছে। এই কৱচ কাপোৰ যোৱা এটি বিশেষ অনুষ্ঠান মৰাণ মহিলাসকলৰ মাজত আছে।

মুগুৰা সন্তান থকা ঘৰৰ আমন্ত্ৰণ ক্ৰমে গোপিনীসকলে সূৰ্য উদয় হোৱাৰ লগে লগেই গৈ গোট-পিট খাই গুহমুই বজনাই যোৱা সা-সম্ভাৰ ঢাকি ৰাখে।

তেওঁলোকৰ বাবে আচুতীয়াকৈ দিয়া ঠাইত নেওঠনীত কপাহ পেৰাৰে পৰা পাঁজি বটা সূতা কটা কামবোৰ কৰি দিনটোৰ ভিতৰতে এখন নিৰ্দিষ্ট জোখৰ কাপোৰ বৈ উলিয়ায়। গোপিনীসকলৰ এই অনুষ্ঠানটিত মুখ্য ভূমিকা পালন কৰে এজনী অপুষ্পিতা ছোৱালীয়ে। সেইদিনাৰ প্ৰতিটো কামৰ শুভ আৰম্ভ এই নাবালিকাৰ দ্বাৰাই কৰা হয়। কপাহৰ গুটি একওৱা, পাঁজি বটাকে ধৰি কাপোৰ বৈ উলিওৱা পৰ্যন্ত প্ৰতিটো কামত ছোৱালীজনীয়ে প্ৰথমতে হাত দিয়ে। নিৰ্দিষ্ট সংখ্যক গোপিনীয়ে পাছত কামবোৰ সমাধা কৰে। প্ৰতিটো কামৰ লগে লগে তেওঁলোকে শিপিনী খেৰি আৰু উক্ত অনুষ্ঠানৰ লগত জড়িত খেৰি পৰিবেশন কৰে। কাপোৰ বৈ উলিওৱা হ'লে গুৱা-পাণৰ শাল পাতি বিশেষ নিয়মেৰে সন্তানটিক গা-ধুৱাই গাত কৱচ কাপোৰ দিয়ে।

ফুলো নুফুলা বাইজে নজনা
বায়ু বৰষুণত হ'ল
নুফুলা গছতে গুটিনো লাগিলি
বজ্ৰপাত মাৰিব গাত।
চামৰ বৰে পীৰা তলে চাৰি খুৰা
মুগুৰাক ধুৱাইছো গা,
সাতজনী গোপিনীয়ে কাপোৰ বৈয়ে দিছো
বজ্ৰপাত নামাৰক গাত ।

কাপোৰ বৈ দিয়া সময়ত গোৱা খেৰিসমূহ অনুষ্ঠানটিৰ প্ৰাণ স্বৰূপ। ইয়াৰ অবিহনে এই অনুষ্ঠানটি সম্পূৰ্ণ নহয়।

**ভেকুলীৰ বিয়া :** দীৰ্ঘদিন খৰাং হৈ থাকি খেতি মাটি, কৃষি কৰ্মৰ অনিষ্ট হ'লে নাইবা কৃষি কৰ্মত বাধা আহি পৰিলে মৰাণ মহিলাসকলে ভেকুলীৰ বিয়া পাতে। দুঘৰত দুজনী চুক ভেকুলী ধৰি বাধি ৰৰবিয়াৰ দৰা-কইনাক নুওৱা-ধুওৱাৰ দৰে মহিলাসকলে বিয়া পাতে। এই বিয়াত পানী তোলা, নোওৱা-ধুওৱা আদি বিয়াত কৰা সকলো কামেই কৰে। ভেকুলীৰ বিয়াত কিছুমান গীত-মাত পৰিবেশন কৰা হয়। কমলা কুঁৱৰীৰ আখ্যান সম্পৰ্কীয় কিছুমান খেৰি ইয়াত পৰিবেশন কৰা শুনা যায়। ভেকুলীৰ বিয়াত মহিলাসকলে নোওৱা-ধুওৱাৰ ক্ষেত্ৰত মুখ্য ভূমিকা লয় যদিও যিকোনো বয়সৰ পুৰুষ মহিলাই ইয়াত যোগ দিয়ে। বিয়াৰ শেষত দৰা-কইনাক কলপটুৱাৰ ওপৰত তুলি পানীত উটুৱাই দিয়ে।

মৰাণ সমাজত বাল্য বিবাহ নাই। কিন্তু বৰ্তমান প্ৰায় অ-প্ৰচলিত যদিও আজি কিছু বছৰৰ আগলৈকে সকবিয়া বা তোলনীয়া বিয়া সমাজখনত প্ৰচলিত আছিল।

ছোৱালীৰ কন্যাকাল হোৱাৰ সময়তে দৰাঘৰৰ পৰা ছোৱালী খুজি মেলি শান্তি বিয়া পতাৰ বাবে প্ৰয়োজনীয় খা-খৰচ, প্ৰয়োজনীয় সা-সামগ্ৰী দৰাঘৰৰ পৰা দি এই বিয়া পাতে। কইনা ঘৰলৈ টেকেলী দি দৰাঘৰৰ পৰা কইনাৰ বাবে সাজ-পোচাক, মাহ-হালধি আদি দি পঠায়। দৰাঘৰীয়া মানুহ গৈ শান্তি বিয়াৰ কেওটা দিনত কইনা ঘৰত থাকি সহযোগ কৰে। বিয়া তোলাৰ দিনা দৰা গৈ কইনা ঘৰত উপস্থিত হৈ ভকত সেৱা কৰে। এই বিয়াত দৰাই কইনাক লগত লৈ নাযায়। ভৱিষ্যতৰ যুগ্ম জীৱনৰ বাবে আশীৰ্বাদ দি ভকতসকলে এই বিয়াক স্বীকৃতি দিয়াৰ পিছত সমাজে গ্ৰহণ কৰে।

উল্লেখিত অনুষ্ঠানসমূহৰ উপৰিও মৰাণ সমাজত জনবিশ্বাস ভিত্তিক কিছুমান আচাৰ-অনুষ্ঠান মহিলাসকলৰ মাজত দেখা যায়। দেও-ভূত ধৰা দোষ-পাপ আদিৰ বিশ্বাস পুৰুষসকলতকৈ মহিলা সমাজত বেছি। এই বিশ্বাসৰ ফলতে বহুদিন ৰোগত আক্ৰান্ত হৈ থকাজনক বেজৰ হতুৱাই মন্ত্ৰপুত কৰি পানী কটোৱাই গা ধুৱায়। এই গা ধুওৱা কাম সাধাৰণতে তিনিবটীয়াত কৰে। হাততে পোৱা গাঁৱলীয়া চিকিৎসাৰে আৰোগ্য কৰিব নোৱাৰাজনৰ ডিঙিত বেজ-জ্ঞানীয়ে দিয়া বিড়ি-মাদলি জৰী আদি পিন্ধাই দিয়ে। বেজ মণ্ডলতীৰ বিধান অনুসৰি ভাগৱত বহুৱাই সকাম পতা, অপেশ্বৰীৰ দোষ, গ্ৰহদোষ আদি খণ্ডনকাৰী সবাহ পতা, আই সকাম পতা, দুবটীয়া, তিনিবটীয়াত সকাম পতা আদি মহিলাসকলৰ মাজত পৰম্পৰাগতভাৱে পুৰুষানুক্ৰমে চলি অহা ৰোগ নিৰাময়ৰ ব্যৱস্থা। কোনোবা ব্যক্তিয়ে হঠাৎ ভয় খাই দীৰ্ঘদিনৰ বাবে জলকা লাগি থাকিলে, সৰু ল'ৰা-ছোৱালীয়ে পানীত পৰি ভয় খালে, মহিলাসকলে ভয় খোৱা ঠাইত, নদীত নাইবা পানীপোতাত জাকে বাই আয়ু তোলে। জাকৈৰ চপত অহা জেং-জাবৰ বিড়ি-মাদলি কৰি পীড়িতজনৰ ডিঙিত পিন্ধাই দিয়ে। এনে ধৰণৰ জন-বিশ্বাস ভিত্তিক অনেক ক্ৰিয়া-কৰ্ম, আচাৰ-অনুষ্ঠান মহিলাসকলৰ মাজত দেখা যায়। দৈনন্দিন জীৱন আৰু উৎসৱ-পাৰ্বণ আদিত ৰীতি-নীতিসমূহ মানি চলোতে মহিলাসকলে অনেক লোকাচাৰ মানি চলা দেখা যায়।

ঘৰলৈ আলহী-অতিথি আহিলে মহিলাসকলে আসন পাৰি দিয়াৰ পিছতে অভ্যাগতলৈ আগবঢ়াই দিয়া বটাখনত কটা তামোল-পাণৰ ঠাইত গোটে গোটে দিয়া তামোল-পাণ বেছি সন্মানজনক বুলি ভাবে। ঘৰলৈ কোনো বিশেষ পদ মৰ্যাদাৰ ব্যক্তি আহিলে তেওঁলোকৰ পদমৰ্যাদা অনুসৰি বিশেষভাৱে তামোল-পাণ আগবঢ়াই সন্মান জনায়। শাস্ত্ৰ ভাগৱত লৈ যোৱা দেখিলে বহি দি সন্মান জনায়। বিয়া পাতি উলিয়াই দিয়া ছোৱালীৰ লগত লখী নাৰায়ণলৈ বুলি উঁৰালৰ দুৱাৰত কপোৰ মেলি

দিয়ে। পৰিয়ালৰ কাৰোবাৰ মৃত্যু হ'লে মৃতকক সংকাৰৰ বাবে উলিয়াই নিয়াৰ সময়তো ভঁড়ালৰ দুৱাৰত কাপোৰেৰে আঁৰ দিয়ে। এনে বহু লোকাচাৰ মহিলাসকলৰ মাজত আছে।

মহিলাসকলৰ সন্মান হানিকাৰক যৌতুক প্ৰথা মৰাণ সমাজত নাই। উলিয়াই দিয়া ছোৱালীৰ লগত ঘৰৰ সাধ্যানুসৰি দুই-এপদ বস্তু দিয়ে। নিদিলেও দৰাপক্ষই আপত্তি নকৰে। ছোৱালীৰ স্বভাব-চৰিত্ৰ, কাম-বন চাইহে ডেকাই গাভৰুক বিয়া পাতে। মাক-দেউতাকৰ আৰ্থিক অৱস্থা তেওঁলোকৰ বিচাৰ্য বিষয় নহয়। কন্যাঘৰে পৰাপক্ষত ছোৱালীৰ লগত তাঁত বোৱাৰ সঁজুলিখিনি দিবলৈ চেষ্টা কৰে। আৰ্য গোষ্ঠীৰ বিধৱাসকলৰ দৰে মৰাণ সমাজৰ বিধৱাসকলে কঠোৰ সামাজিক নীতি-নিয়ম মানি চলিব নালাগে। বিশেষ কেইটামান অনুষ্ঠানৰ বাহিৰে সমাজৰ প্ৰায় সকলো অনুষ্ঠানতে তেওঁলোকে সধৱাসকলৰ দৰেই যোগদান কৰিব পাৰে। আশ্ৰয় আৰু নিৰাপত্তাৰ খাতিৰত কোনো বিধৱাই পুনৰবাৰ বিয়া হ'লে সমাজে স্বীকৃতি দিয়ে। ককায়েকৰ মৃত্যুৰ পিছত বৌয়েক দেওৰেকৰ সন্মতি থাকিলে বৌয়েক-দেওৰেকে পতি-পত্নী হিচাপে স্বীকৃতি লৈ দাম্পত্য জীৱন যাপন কৰিব পাৰে। মৰাণ সমাজত বৌয়েকে দেওৰেকক যথেষ্ট সমীহ কৰি চলাতো মন কৰিবলগীয়া। দেওৰেক নন্দেকসকলক প্ৰকৃত নাম ধৰি মাত-বোল কৰাতকৈ একোটা উপনাম দি মাতে। ককায়েকৰ মৃত্যুৰ পিছত কম বয়সীয়া বৌয়েক যদি মাকৰ ঘৰলৈ গুচি নাযায় দেওৰেক-নন্দেকসকলে তেওঁক পাৰ্যমানে সহায় কৰে। কম বয়সতে বিধৱা হোৱা কোনো তিৰোতা মাকৰ ঘৰলৈ ঘূৰি যাব বিচাৰিলে বৰপক্ষৰ মানুহে তেওঁক নি মাক-দেউতাকক ভৱিষ্যতৰ সকলো দায়িত্ব দি আহে। এনেকৈ বৈবাহিক সম্পৰ্ক ছেদ কৰা কাৰ্যক·শোধাই দিয়া বোলে। শোধাই দিয়াৰ পিছত মহিলাগৰাকীৰ প্ৰতি দৰাঘৰৰ কোনো দায়বদ্ধতা নাথাকে আৰু তেনে মহিলাই পুনৰবাৰ বিয়া হ'ব পাৰে।

উল্লেখিত ৰীতি-নীতি পৰম্পৰাসমূহ মৰাণ সমাজত যথেষ্ট ৰক্ষণাত্মক মনোভাৱেৰে চলি আহিছে যদিও বৰ্তমান আগৰ নিয়ম পদ্ধতিত কিছু পৰিৱৰ্তনৰ সূচনা হৈছে। বিশেষকৈ মৰাণ অধ্যুষিত অঞ্চললৈ হোৱা অন্যান্য অসমীয়াসকলৰ প্ৰব্ৰজন, তেওঁলোকৰ লগত হোৱা বৈবাহিক সম্পৰ্ক আদিয়ে মৰাণ মহিলা সমাজৰ পূৰ্বৰ ৰীতি-নীতি, সাজপাৰ খাদ্যাভ্যাস আদি সকলো দিশতে কিছু কিছু পৰিৱৰ্তনৰ সূচনা কৰিছে। সময়ৰ লগত সমাজৰ পৰিৱৰ্তন হোৱাটোৱেই স্বাভাৱিক। ❑

*যোৱা ইং ১৭ আৰু ১৮ ডিচেম্বৰ ২০০৫ তাৰিখে শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰ, গুৱাহাটীত 'ইতিহাসৰ পটভূমিত মৰাণ জাতি' শীৰ্ষক আলোচনাচক্ৰত [illegible]।*

# মৰাণ জাতিৰ খেৰী

মৰাণ জনগোষ্ঠীৰ অন্যতম বৈশিষ্ট্যপূৰ্ণ উপাদান হ'ল 'খেৰী'। এই খেৰীসমূহ মৰাণ মহিলাসকলে ধৰ্মীয় অনুষ্ঠান, বিয়া, সবাহ আদিত পৰিবেশন কৰে। আয়তীসকলে স্থান, কাল ভেদে সুকীয়া সুকীয়াকৈ পৰিবেশন কৰা খেৰীসমূহ পৰম্পৰাগতভাৱে মুখে মুখে প্ৰচলন হৈ আহিছে। শেহতীয়াকৈ এই খেৰীসমূহ জন সমাজৰ মাজৰ পৰা সংগ্ৰহ কৰি মৰাণ জাতীয় মহিলা পৰিষদে '[illegible] জাতিৰ খেৰী' নামৰ এখন সংকলন প্ৰকাশ কৰি উলিয়াইছে। উক্ত সংকলনৰ পৰা কেইটামান খেৰী পাঠক সমাজৰ উদ্দেশ্যে তুলি দিয়া হ'ল -

## ধানৰ আগ আনোতে গোৱা খেৰী

সূৰ্যৰ সন্তাপত নালাগে থাকিব
ব'লা যাওঁ লক্ষ্মী আই আজি
ব'লা যাওঁ লক্ষ্মী আই আমাৰে ঘৰলৈ
এখনি ৰথত উঠি।
কঠালৰ এফুটা ৰৰাধানৰ পিঠা
লক্ষ্মী আই আমোল খাই থুৰিয়া তিনিখন
থুৰি কলপাতত থই।
লক্ষ্মী আই ভোজন শিখিল পিঠাগুৰি
ভোজত মালভোগ কল
ডিঙিত নাইকিয়া সোণৰ অলঙ্কাৰ
মূৰত নাইকিয়া ওৰণী।

## নামঘৰত হাঁন্দোৱা তোলা খেৰী

অ' ৰাম গোঁসাই
আমাক নধৰিবি দাই

তোমাৰ চৰণে তোমাৰ পালনে
পৃথিৱী নধৰে ঠাই
গুৰুৱে ধৰিলে আটি
ভকতে কাটিলে মাটি
গোপিনীসকলে ল'লে কোঁচে পাতি
হান্দোৱা তুলিলে মাটি।

## কইনা উলিওৱা দিনা গোৱা

বাৰীতে বঢ়ালা বাৰীৰ ভীমে কল
মূৰতে বঢ়ালা চুলি,
তুমিচোন ককুণী চুকতে বাঢ়িলা
যেনে ভীম কলৰ পুলি।
বাল্য জীৱনটি লাচতে হেৰাল
আধা আনৰে হলা
দুবছৰ পাছতে নিজৰ ঘৰ এৰি
দৰালৈ বিয়া হৈ যাবা।
দেউতাক দি যাবা চেলেং চাৰি কাঠি
মাৰক দি যাবা মন
ককাইয়েৰক দি যাবা ঘৰৰ সম্পত্তি
বৌৱেৰক দি যাবা বন।
দুৱাৰ দলি পাৰ হৈ ককুণী
আলহী দৰে হবি
মাৰ ঘৰতে এসাজ খাই যাবি
মজিয়াত মাৰিলৈ খুটি।

## গোসাঁই আসনত বহৱা খেৰী

বৰজন দেউতাৰ বৰপুথি খনি
মাজুজন দেউতাই পঢ়ে,

সকজন দেউতাৰ পুথি নাইকীয়া
মাহিলি কীৰ্ত্তন কৰে।
শোৰণত উঠিবি যোলানত পঢ়িবি
বৃন্দা বনৰে মাজে,
উঠা কঠ পাৰি দেউতাজন বহিছে
ভকতসকলৰ মাজে।
এশ বিছনীয়ে বিছনী মাৰিছে
প্ৰাণ গোপালৰ নাভি,
বহি আছন্ত জীৱ অধিকাৰী
ভকতে আছন্ত বেৰী।
সোমে সোমে কৰি অমৃত বৰষিলে
যায় কোন সন্তে এৰি
নামৰে দোকানে পাতিলে গোপালে
নাৰদে বেচালে মুণি।
ভাৰতৰ লোকে পিছে সাজে কাপোৰ
নামৰে মহিমা শুনি
নামতে পূণ্য ভকতো পূণ্য
পূণ্য পৰমতত্ত্ব বুলি।
তালৰ খিত খিতনি মৃদং খিত খিতনি
যায় স্বৰ্গলৈ ধ্বনি
স্বৰ্গৰে পৰা সুখে অপেশ্বৰী
কিহৰ ধুঁজ কৰিছে বুলি।

## পানী তোলা বেৰী

পানী তুলিবলৈ ওলাইছে ৰবকি
ভিৰিঙহৰ জালি যেন ভৰি
আগতে থৈছে দুলীয়া নাচনী
হিলে কটেণ মাৰি

বনৰ বনচৰাই মৰে ধৰফৰাই
ৰুকুণী তপস্যা দেখি
দূৰৈকে খন্দালি ৰুকুণী পুখুৰী
বন্ধালি সেন্দূৰৰ আলি
সেন্দূৰৰ আলিতে কদমগছ ৰুই দিলে
তাৰ মাজে বকুল শাৰী
ঝিলিকি ঝিলিকি দেখিছোঁ যমুনা
বৈ আছে কদমৰ তলে।
পঞ্চ বৰণীয়া শাঁচোটা টেকেলী
ফটিক বৰণীয়া পানী
পানী তুলিবলৈ কোন কোন ওলাইছে
ৰুকুণী নগৰৰ সখী।
পাৰ নাও চপাইদিয়া অ' নাৱৰীয়া
স্বৰ্গতে ফুলি আছে থুপি থুপি তৰা
দৰকীয়ে পানীতুলে নাচে অপেচৰা
যমুনা পানী দেখি ৰুকুণী কঁপে হিয়া।

## গাঠিয়ন খুন্দা খেৰী

শদিয়া ৰাজ্যতে খুন্দে গাঠিয়ন
নামনি ৰাজ্যৰে পতা ৰাম হৰি
নামনি ৰাজ্যৰে পতা।
পানী পাই পুনীয়ে কৰে তলে বলে
ৰাম পাই মেলিলে শিপা ৰামে হৰি
ৰাম পাই মেলিলে শিপা।
কমালা বিলৰে ধলা শিঙৰা
মহঙৰ ৰাজ্যৰে সোণ ৰামে হৰি
মহঙ ৰাজ্যৰে সোণ।
শামুকৰ পেটতে মানিক উপজিলে
মণি উপজিলে জোনে ৰামে হৰি

মৰি উপজিলে জোন।
সূৰ্য চিকুনে চন্দ্ৰ চিকুনে
চিকুন স্বৰগৰ তৰা বামে হৰি
চিকুন স্বৰগৰে তৰা।
তাতোতকৈ চিকুনে দেখি থৈ আহিছো
বায়ু চন্দনৰ দৰা বামে হৰি
বায়ু চন্দনৰ দৰা।
জালত বন্দী হলে জালৰে মকৰা
শালত বন্দী হলে হাতী বামে হৰি
শালত বন্দী হলে হাতী।
ককুণীৰ কপালত বামে বন্দী হলে
কিনো ককুণীৰ মায়া বামে হৰি
কিনো ককুণীৰ মায়া।
লাউ ফুল চিঙুতে চিগে লাউ কলি
চিগে মৰিয়লৰ জৰি বামে হৰি
চিগে মৰিয়লৰ জৰি।
কেনৈ চিঙিব নিয়মৰ মৰিয়ল
ককুণীৰ চিঙণী মুৰি বামে হৰি
ককুণীৰ চিঙণী মুৰি।
ককুণীৰ মাক অতি সুলক্ষণী
আপুনি ধৰিছে পতা বামে হৰি
আপুনি ধৰিছে পতা।
আমি তিনিজনীয়ে গাঠিয়ন খুন্দিছো
উকলি এজোকা পওক এ.....
ওউ.... ওউ....... ওউ.......

## কান্দনী কলাই খেৰী

উজাই আহিলে আই সাতে ভনী
লগত লৈ কান্দনী কলাই

বেলিও পৰিলে কান্দনী কান্দিলে
মাকক আমনি কৰি
মৰমে মাতিছো প্ৰাৰ্থনা কৰিছো
নামতো পিন্ধাইছো চোলা
আহিছে কান্দনী কৰিছে আমনি
কি দি সন্তুষ্ট কৰিম
আমি অভাগিনী হলো আই কান্দনী
বুজিব নোৱাৰো তোমাক।
এইটি নামতে সন্তুষ্ট হৈ যাবি
আমাকে কৰি যাবি দয়া
চাচনীয়ে চাচিলে বাঢ়েয়ে কাটিলে
বেজিয়ে গুঠিলে মালা
অতি আনন্দৰে হাঁহিব ধৰো
গুচি যাওক কান্দনী কলা।

## তামোল খোজা খেৰী

তামোল নোখোৱা হলে চাৰি ঘণ্টা
থু-ৰে তিয়াইছো জিভা
কইনাৰ মাকে গুলটি চোৱা নাই
তামোলখন খুজিব বুলি।
ভাতে খাই মুহুদি খোৱা নাই কইনাৰ মাক
বিয়া ঘৰত খাবেই বুলি।

## কন্যা সজোৱা খেৰী

হাবিৰ ঢেকীয়া কহুলা কহুলা
নেখায়নো থাকিব কোনে
ককুণীক সজাইছে তিনি ৰৰণে

নেচাইনো থাকিব কোনে।
ৰুকুণীৰ কাপোৰখন কোনে বৈ দিলে
কোনে কাটি দিলে সূতা
ফাৰিঙে ধুনিলে পিপৰাই বাটিলে
মকৰাই কাটিলে সূতা
কাপোৰত বাছি ললে বাঘে-ভালুকে
বাটত মানুহ ধৰি খাব।
আগত বাছি ললে ডাকুৱাই কুকুৰা
ডাকত ৰাতিপুৱা যাব
কোন খনিকৰে দোলনি সাজিলে
কোঁৱাত নেবাচিলে ফুল।
ধৰি আন খনিকৰক থওঁ বন্দী কৰি
কোঁৱাটো বচাই লওঁ ফুল।

## আই নাম

আই নাম শীতলা দুখীয়া পুতলা
থৈ যোৱা বুকু জুৰাই
মনিচ পোৱালী ভুলিব নোৱাৰি
আই নুভুলে মানে।

আইয়ে খাই বেঙেনা ছাগলী শিঙিয়া
আইয়ে খাই বেঙেনা ভেৰী
হাতত ধৰি ধৰি সোধে মহাদেৱে
নেৰিবা ধৰ্ম খোটি
সৰু আই মাননী নিকিল পিঠা গুৰি
বৰ আই মাননী গুৱা
মাজু আই মাননী তিনিজনী গোপিনী
নামতে সৱাই হোৱা।

# দোলনী সজোৱা

ঘৰৰ গৃহস্থই কৰে অনুৰোধ
দোলনি সজাওক বুলি
গোপিনীসকলে দোলনী সজাইছে
উকলি তিনিজোকা মাৰি
নামৰে দোলনী নিয়মত সজাবা
তিনিপুৰলীয়া চাউল।
চাউল তিনি পঁহ দোলনীত ভৰাবা
নিয়মে মাৰিব আউল।
অতি চেনেহৰ কলদিল গুজিবা
তাৰে চেনেহৰ আখি
কল দিলৰ ওপৰত দিয়া খাক মণি
আৰু দিবা কাঁকৈ ফণি।
সোণ তেলতাৰি নিয়মত গুজিবা
দোলনীত লগাবা চাকি।
ফুলাম বিচনীতে গামোছা ঢাকিবা
বাইকত বিচনী লবা
বচনৰ টেকেলী কেঁচা সূতা জৰি
আৰু দিবা আমৰে ঠালি।
কল পাত আগলি চেঁচু টঙালেৰে
বান্ধিবা দাহুৰ ফাঁক জাঠি।
গোপিনী সকলে দোলনী সজালে
লাহেকৈ আঁতৰাই থবি।

*মৰাণ জাতীয় মহিলা পৰিষদ (অসম), ডুমডুমা আঞ্চলিক সমিতিৰ দ্বাৰা প্ৰকাশিত মৰাণ জাতিৰ বেৰী নামৰ পুথিখনৰ পৰা সংগ্ৰহ কৰা হ'ল।*

## দৈয়ন দিওঁতে

দুৱাৰ মুখতে মাৰে দৈয়ন দিলে
মাৰক কি এগুণে দিলি
দৈয়ন দিয়া দৈয়ন দিয়া আপোনাৰে আই
ভালে কৰি দৈয়ন দিয়া শৰীলতে জুৰাই
বাৰী লতা পান চোতালত দুৱৰী
ৰহি দৈয়ন দিলে মাকে ।

## কুলা বুঢ়ী নচাৰ পৰত

পৰ্বতৰ এপৰা আহে কুলা বুঢ়ী
লাং ৰাং লাখুটি লয়
আহে কুলা বুঢ়ী নাচে ঘূৰি ঘূৰি
কেনাই কচুপাতি আছে
ক'ৰ পৰা আহিছে বকৰক বামুণ
হাতত যাঠিপাত লয়।।

## জেঠৈয়ী আগবঢ়াওঁতে

বাৰীৰ পান পাৰাগে জেঠৈয়ীক কোৱাগে
বৈনাই পালোহি বুলি
জেঠৈয়ী বৈনাই অলপো মৰম নাই
কিনো কলৰ গুৰিত থলি
কিনো কলৰ পুলি কলি ঐ জেঠৈয়ী
গাতে হালি জালি পৰে
আমাৰ কলাৰ পুলি চোৱাগৈ জেঠৈয়ী
হাতী বান্ধিবলৈ কয়
ওপৰে যেনাই কি কম বৈনাই
তলত এয়াটু বোকা

শাহু আই আদৰি    নিয়কহি আবৰি
জোঁৱাই চেনেহৰ বুলি
শাহু আই চুটি    ভেকুৰী গুটি
নেপায় জোঁৱায়েকক ঢুকি
শাহু আই জহী    জহলে মৰিছে
জোঁৱাই মখনা হাতী ।

## ভৰি ধোৱাওঁতে গোৱা

ভৰি ধোৱাবলৈ    কোনজনী আহিছ
ভৰিত নাইকিয়া ধূলি
ধোৱাই লৈ আহিছোং গুৰে পিঠাগুৰি
ধোৱাই লৈ আহিছোং ভৰি ॥

## কইনাৰ মাকে জোঁৱায়েকক পিঠা খুৱাওঁতে

তামোলৰ চকুৰা    দৰাটো খকুৰা
পিঠা খাং সান্দহ খাং কৰে
সাতোটা ঢেকীতে    পিঠা খুন্দিছিলোং
একেটা দৰাই খালে।
দৰা লৰে মাৰি    সোমাই কলাবাৰীত
সাতোটা ভাঙিলে পুলি
হাতে হাতে কৈ লয় দহো টকা
তথাপি কন্যাক নিম ॥

## কড়ি খেলাওঁতে ........

বামে বামতি    পাশা খেল খেলিলে
শালত চিঞৰিলে হাতী

ৰামে হাৰিলে ৰামতী জিকিলে
চাৰি চহৰীয়া সখী।
হাৰিলেও হাৰিবি ঝিকিলেও ঝিকিবি
কটাৰী নিদিবি এৰি
হাৰিলেও হাৰিবি তামোল দি মৰিবি
পাশা খেল হাৰিলো বুলি
ৰামে পাশা খেলি পালে সোণৰ মণি
শবাইৰ ওপৰতে থলে
আমাৰে নামতি যিহে টেঙৰী
পিছত লুকুৱাই থলে।

## লখিমী খেদি

আই ঐ লখিমী চাবি মনে কৰি
বেটাকো নিদিবি দুখ,
জানিকি নেজানি শুনিকি নুশুনি
ল'লো মই বাজনী নাম।
মজিয়াত সোমাবি মুৰটো দঙাবি
মুৰতো উৰণি লবি,
বান্ধিবি বাঢ়িবি লাহেকৈ মাতিব
বচনে লগাবি মাত।
দেৱ চকশালিত আছে দেৱ দেৱতা
আছে দেউ শালিত বহি,
খৰি গিৰিম কৰি নথবি বাজনী
জুইত নেৰ্কাকবি পানী।
হেতা তাও মাৰি খেৰ্কেটি খেৰ্কোট
পাৰতো নিদিবি তাং,
চৰুতে বাঢ়িব চৰুৰে কমকা
থৰাহিত বাঢ়িব চাউল।

ওলাওঁতে লগাইছো দুখে আই লক্ষ্মী
সোমাওঁতে লগাইছো দুখ,
তেৰো আই লক্ষ্মী বেটীক দুখ নিদিবি
এটিয়ে সৰহটি হবি।
লক্ষ্মী আই ভঁৰালটি দীঘলকৈ মাৰ্বলি
ওখকৈ তুলিলে ভেটি
গোপিনী সকলে স্তুতিহে কৰিছো
ভঁৰালৰ আগতে বহি
এজনী গোপিনী তামোল কাটি দিলে
লক্ষ্মী আই খাবলৈ বুলি
সাজতে বহিবলৈ আই ঐ লখিমী
ওখকৈ চাঁতিলৈ চাই ।

## গছা লোৱা

ঈশ্বৰে সৰজা পানী ঐ তামোল
গামোছাখন সজাই লওঁ,
ঈশ্বৰে সৰজা তৰাকৈ গজালি
তাৰো এজুপি লওঁ।
ঈশ্বৰে সৰজা কচুৰে কুঁৱৰী
তাৰে এজুপি লওঁ,
ঈশ্বৰে সৰজা ধানৰে কঠীয়া
তাৰো এজুপি লওঁ ।
শিকিল সাজ লৈ স্বামী সেৱা কৰো
গুছালৈ আহোঁগে বুলি,
স্বামীয়ে বুলিলে যোৱা মোৰ ভাৰ্যা
আনন্দ মনেৰে জবি,
স্বামীৰ কথা পাই গছা লৈ আহিলো
লক্ষ্মী আইক কৰিলো স্তুতি।

# ভঁৰালৰ আগত গোৰা লক্ষ্মী খেৰি

ভঁৰালৰ আগতে      লখিমী সাজ পাতিছো
    সাজতে মালভোক কল,
চাৰিও কাষতে      গোপিনী বহিছে
    বিমানত লক্ষ্মী আই বহে ।
ঘৰৰ গিৰীহঁতে      লক্ষ্মী আইক খাটিছে
    আমাকো এখনি দিয়া,
লক্ষ্মী আই বুলিলে    গোপিনী অচলা
    গাৰে কাপোৰ খনি বেয়া ।
গাতো নেৰিবা      সোণৰে অলংকাৰ
    মূৰতো উৰণি লখা,
তুঁহে হৈ যাব  খুন্দুকে মলখো
    শতান হৈ যাব গুটি,
গোপিনী সকলে      তুতিহে কৰিছে
    ভঁৰালৰ আগতে বহি ।
দেহে সাকোঁ পাৰি    দিছো লক্ষ্মী আই
    লক্ষ্মী আই ৰণাৰ বুলি।
লক্ষ্মী আই ভঁৰালটি   দীঘলকৈ মাৰিলি
    ওখকৈ তুলিলে ভেটি,
গোপিনীসকলে      তুতিহে কৰিছো
    ভঁৰালৰ আগতে বহি।
এজনী গোপিনী      অযোৰ কাটি দিলে
    লক্ষ্মী আই খাৰনৈ বুলি,
সাজতে বহিৰি      আই ঐ লখিমী
    ওখকৈ চাঁতিলৈ চায়।

শংকৰ দেউ ইন্দ্ৰৰে    হাল বাই আছিলে,
    কমৰ কামৰ তলে

খাওঁতে সুধিলে পাৰ্বতী আয়ে
কিহেৰে জুৰিলি হাল,
সোণৰে নাঙল ৰূপৰে ফাল
তাৰেহে জুৰিলো হাল ।
মূৰৰে পাগুৰি জুমুঠি বনালো
ভোলোকা এচাবি ললো,
এবাৰ হুলমাৰি কচুৰ দলৈৰে
মেটেকাৰ যুঁৰলি ললো।
হাইতা-পাইতা চিতাতে ধান ভাৰ
খোদতে মুঠিতো ৰহে
দাই খৈ আহিছো আশা ভাৰে বান্ধি
ওলমি আছিব ঠোক।

## বৰষুণৰ খেৰি

চুকৰে ভেকুলী মেঘ হ'ল মুকলি
বাইজক পানী তুলি দিয়া,
ঐ ফুল মুনীয়া বৰষুণ পেলাইছে
বাইজে পিঠাগুড়ি খুন্দে।
ভেকুলীৰ ৰেঘৰ শালুকৰ তলতে
আক চোন একালে ভঙা ।
সাগৰৰ মাজতে ভেকুলী তাতে বয়
কলীয়া নাহৰে মাকো,
আমি চোন শুনিছো ভেকুলী কাজী
আঙুলি কোন্দেৰে কটা ।
ভেকুলী বিয়াতে ঢোলে ঘিট-ঘিটাইছে
যায় সৰগলৈ ধ্বনি,
ঢোলৰ মাতে শুনি পানীখন বাঢ়িছে
ভাঙে কল্পনাৰে বুধি ।

ইন্দ্ৰ ভকতে বিয়ালৈ আহিছে
বতাহ বৰষুণত তিতি,
মনত বঙে কৰি বিয়ালৈ আহিলে
খাবলৈ নাপালে চালি।
কুহা গাঁতত‍ে বিয়াখন পাতিলে
বহিব নাপালে খুলি,
চুকবে ভেকুলী সাত জাপ মাৰিলে
নাযাওঁ ভকলালে বুলি ।
মদাৰৰ গছত গৈ মুৰটি খুন্দিয়ালে
মুৰত বৰ খহ হ'ল।

## ব'দৰ খেৰি

জোনবে সাৰথি তামুলী তৰাটি
বেলিবে সাৰথি ব'দ,
ব'দবে সন্তাপত থাকিব নোৱাৰি
ফাটিছে পাতালৰ মাটি ।
দেউতাৰ সাৰথি আই পাৰ্ব্বতী
ওলাই সন্নিধান দিয়ক,
গোপিনী সকলে কাকুতি কৰিছো
সূৰ্য উলিয়াই দিয়ক।
আকাশৰ মলয়া নিয়া ভাঙি ছিঙি
যোৱাগৈ পৰ্বতৰ চাঙিত,
ওলায়ে আহিব বঙাকৈ বেলিটি
যেনে মদাফুলৰ পাহি ।
ওলায়ে আহিব বঙাকৈ বেলিটি
পৃথিৱী শুৱনি কৰি,
বাৰী বৰুণে ত্ৰিদেশৰ দেউতা
সূৰ্য উলিয়াই দিয়া।

সূৰ্যৰ তাপতে          সহিব নোৱাৰি
ফাটি যায় পাতালৰ মাটি।

## ধুমুহা খেৰি

অ' ৰাম গুকম গুকম কৰি
অ' ৰাম বৰুণে আহিছে
অ' ৰাম পৃথিৱী আহিছে কঁপি ৰামে হৰি
পৃথিৱী আহিছে কঁপি
অ' ৰাম মই মূঢ়মতী
অ' ৰাম স্তুতিহে কৰিছো
অ' ৰাম বায়ু উজুৱাই নিয়া ৰাম হৰি
বায়ু উজুৱাই নিয়া
অ' ৰাম বৰুণে আহিছে
অ' ৰাম বিজুলী মাৰিছে
অ' ৰাম পৃথিৱী আহিছে কঁপি ৰামে হৰি
পৃথিৱী আহিছে কঁপি
অ' ৰাম মোৰে ভগৱান
অ' ৰাম ৰক্ষাহে কৰিবা
অ' ৰাম বান্ধিছো তামোলৰ গাঁঠি ৰামে হৰি
বান্ধিছো তামোলৰ গাঁঠি
অ' ৰাম স্তুতিহে কৰিছো
অ' ৰাম লাহে ধীৰে বলা বতাহ ৰামে হৰি
লাহে ধীৰে বলা বতাহ
অ' ৰাম মোৰে ভগৱান
অ' ৰাম ৰক্ষা কৰিবা
অ' ৰাম ভালে ভালে বৈ যোৱা ৰামে হৰি
ভালে ভালে বৈ যোৱা

# বান্ধনী খেৰি

(ঘৰৰ গৃহিণীয়ে দুৱাৰত ধৰি গাব লাগে)

বাৰকৈ পিন্ধিবা গাৱে সাজে কাপোৰ
মূৰত উৰণি ল'বা
লাহেকৈ সোমাবি লাহেকৈ ওলাবি
লাহেকৈ ঝপাবি দুৱা।
দেও চকশালত মূৰটো দোৱাবা
বচনে জুৰিবা চক,
বৰঘৰৰ ভিতৰত আছে দেৱ-দেৱতা
আছে দেৱ ৰূপত বহি।
বান্ধিবা বাঢ়িবা আচৰণ কৰিবা
বচনে লগাবা মাত,
এজনে বান্ধি খাবা তিনিজনে
লক্ষী আই অৰতাই দিব।

(মোহন মৰাণে সংগ্ৰহ কৰা 'মৰাণ লোক-সংস্কৃতি সম্ভাৰ' নামৰ গ্ৰন্থৰ পৰা সংগৃহীত।)

# হাতী চিকাৰ ঃ মৰাণ জনগোষ্ঠী

দীপেন মৰাণ

চিকাৰ যিমানেই দুঃসাহসিক সিমানেই ৰোমাঞ্চকৰ। চিকাৰ দুই ধৰণৰ - বন্য জীৱ-জন্তুক বধ কৰা চিকাৰ আৰু জীয়াই জীয়াই ধৰি অনা চিকাৰ। বধ কৰা চিকাৰৰ বাবে যিমান সাহস, বুদ্ধি আৰু কৌশলৰ প্ৰয়োজন বনৰীয়া জীৱ জন্তুক জীয়াই জীয়াই ধৰি আনি পোহনীয়া কৰিবৰ বাবে ততোধিক সাহস, বুদ্ধি আৰু কলা-কৌশলৰ প্ৰয়োজন। বন্য জন্তুক জীয়াই জীয়াই ধৰি অনা চিকাৰত সামান্য ভুলৰ বাবে চিকাৰীয়ে জীৱন হেৰুৱাবলগীয়াও হ'ব পাৰে।

আদিম কালত চিকাৰেই আছিল মানুহৰ জীৱিকা। বনৰীয়া জীৱ-জন্তু, মাছ পুঠি, হাবিৰ ফল মূল খায়েই জীৱন নিৰ্বাহ কৰিছিল। আদিম কালত মানুহে চিকাৰত পোৱা আহত আৰু জীয়াই জীয়াই ধৰি অনা জীৱ-জন্তুবোৰ ঘৰত ৰাখি থৈছিল। আহত জীৱ-জন্তুবোৰ ভাল হৈ আৰু জীয়াই জীয়াই ধৰি অনা জীৱ-জন্তুবোৰ ঘৰচীয়া হৈ বংশবৃদ্ধিও হ'বলৈ ধৰে। লাহে লাহে সৰু সৰু জীৱ জন্তুৰ পৰা হাতীৰ দৰে ডাঙৰ জন্তুবোৰকো নানান কৌশলেৰে বশ কৰি মাংস খোৱা, বস্তু বোজাই কৰা, যুদ্ধ-বিগ্ৰহত ব্যৱহাৰ কৰা, ইঠাইৰ পৰা সিঠাইলৈ যাবৰ বাবে বাহন হিচাপে, খেতি-পথাৰত মাটি চাহ কৰা আদি নানান কামত ব্যৱহাৰ হ'বলৈ ধৰে। অন্যান্য জন্তু-জানোৱাৰৰ তুলনাত হাতীয়েই হ'ল সকলোতকৈ ডাঙৰ আৰু বলবান। সেয়েহে হাতী ধৰা চিকাৰ দুঃসাহসিক আৰু ৰোমাঞ্চকৰ। হাতী ধৰা চিকাৰৰ বাবে অধিক সাহস, বুদ্ধি আৰু কলা-কৌশলৰ প্ৰয়োজন। হাতী চিকাৰত ৰৰফান্দি, দোহৰফান্দি, লোহতীয়া, কুন্‌কি আদিৰ জীৱন অনিশ্চয়তাৰ মাজত থাকে। সামান্য ভুলৰ বাবে যিকোনো এজনে জীৱন হেৰুৱাবলগীয়াও হ'ব পাৰে। এই আলোচনাত মৰাণসকলৰ হাতী ধৰা কৌশল, পূজা-পাতল, বিভিন্ন শব্দৰ বিষয়ে আলোচনা আগবঢ়ালো।

মৰাণসকলে সৌসিদিনালৈকে বন্য জন্তু-জানোৱাৰ, মাছ-পুঠি, হাবিৰ শাক-পাচলি আৰু ঝুম খেতি কৰিবলৈ সাৰুৱা মাটি বিচাৰি ইঠাইৰ পৰা সিঠাইলৈ ঘূৰি

ফুৰিছিল। মৰাণ বসতিপ্ৰধান অঞ্চলত চাহ বাগান, কাঠৰ মিল, তেলৰ কুপ, কয়লাৰ খনি আদি স্থাপন হোৱাত ভাৰতবৰ্ষৰ বিভিন্ন ঠাইৰ বিভিন্ন ভাষা-ভাষীৰ লোকে ঠাহ খাই পৰাত জীৱন-ধাৰণৰ পদ্ধতি সমন্বয়ৰ লগত খাপ খোৱা হ'বলৈ বাধ্য হয়। চিকাৰপ্ৰিয় হাবি-জংগল আৰু সাহসিক কাম কৰি ভাল পোৱা মৰাণসকলে বনৰীয়া হাতীক জংঘলৰ পৰা ধৰি আনি শিকাই-বুজাই হাতীগিৰি হোৱাতো জাতীয় চখ। বিহুগীতত আছে —

*হাতী চিকাৰলৈ ওলাইছু দেহি ঐ*
*মোৰে মোন লাগিছে বং*
*কাণে চাই আনিবি নবা জেংকাই কেক*
*চুলি চাই আনিবি চং।*

হাবি-জংঘল শেষ হওঁ হওঁ হোৱাৰ সময়তো বহু মৰাণ লোকৰ ঘৰত ঘৰচীয়া হাতী আজিও আছে।

আদিম কালৰ পৰাই চিকাৰ আৰু যুদ্ধ-বিগ্ৰহৰ প্ৰতি মৰাণসকলৰ চখ আছে। ধনু চলোৱা, যাঠি চলোৱা, নাও চলোৱাত মৰাণসকল যথেষ্ট পাৰ্গত। আহোম ৰজাসকলে মৰাণসকলৰ এই বিশেষ গুণটোৰ সদ্ব্যৱহাৰ কৰি শক্তিশালী ৰূপত গঢ়ি তুলিছিল কাঁড়ী আৰু হস্তীবাহিনী। মৰাণসকলৰ কাঁড়ী গঞা, কাঁড়ী বড়া, যঠী ধৰা, হিলৈধাৰী আদি বংশীয় খেলৰ নেতৃত্বত গঢ়ি উঠিছিল শক্তিশালী কাঁড়ী বাহিনী আৰু হাতীচুণ্ডী (পুৰণি মাউত, মাজুমাউত, গেলামাউত, হাতীমৰীয়া আদি বংশীয় খেলৰ তত্ত্বাৱধানত আছিল হস্তীবাহিনী।) নাওশলীয়া খেলৰ লোকসকলেও নৌ বাহিনীত বিশেষ ভূমিকা গ্ৰহণ কৰিছিল। কাঁড়ী বাহিনী আৰু হস্তী বাহিনীত থকা মৰাণ যোদ্ধাসকলৰ বিশেষ ভূমিকাৰ বাবেই আহোম ৰাজবংশই ইখনৰ পাছত সিখনকৈ ৰাজ্য জয় কৰি বৃহৎ আহোম ৰাজ্য গঢ়ি তুলিছিল আৰু ছশ বছৰীয়া দেশ শাসন কৰাৰ গৌৰৱ অৰ্জন কৰিবলৈ সক্ষম হৈছিল। আহোম ৰজা প্ৰতাপ সিংহই (১৬০৩-১৬৪১) হাতীৰ চিৰিয়াখানা (Elephant Zoo) পাতিছিল। প্ৰতাপ সিংহই হাতীশালত ৰাখিবৰ বাবে হাজাৰতকৈ অধিক হাতী সংগ্ৰহ কৰোৱাই 'গজপতি' উপাধি লৈছিল। (শ্ৰীকুমাৰ দহোতীয়া ১৭ আৰু ১৮ ডিচেম্বৰ ২০০৫ তাৰিখে শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰত 'ইতিহাসৰ পটভূমিত মৰাণ জাতিৰ চমু পৰিচয়' শীৰ্ষক আলোচনা চক্ৰৰ ভাষণ, পৃঃ ৬)। চাৰিওকালে জয়জয় ময়ময় অৱস্থাত আহোম ৰজাঘৰ আৰু ডা-ডাঙৰীয়াসকল এদিন অত্যাচাৰী হৈ পৰিল। সাধাৰণ ভুল-ভ্ৰান্তিৰ বাবে প্ৰজাক গুৰু শাস্তি প্ৰদান কৰা হৈছিল। সাধাৰণ প্ৰজা ৰজাঘৰৰ উপৰিও ডা-

ডাণ্ডৰীয়াসকলৰ ঘৰত গা-খাটি দিয়া, কৰ শোধোৱা আদি অতিৰিক্ত বোজা বহন কৰিবলগীয়া হৈছিল। স্বৰ্গদেউ ৰাজেশ্বৰ সিংহ (১৭৫১-১৭৬৯)ৰ দিনত হাতীচুক্তী পুৰণি মাউত খেলৰ ৰাঘৱ মৰাণ, নাহৰখোৱা শইকীয়া আদি নেতাসকলে ৰজাঘৰত হাতী জমা দিবলৈ আহোঁতে অত্যাচাৰী বিষয়া কীৰ্তিচন্দ্ৰ বৰবৰুৱাই হাতীৰ খুট উলিয়াই দুয়োজন নেতাক তিৰস্কাৰ কৰাৰ উপৰিও শাৰীৰিক নিৰ্যাতনও চলালে। ৰাঘৱ মৰাণক মাটিত পেলাই ২০ কোব বেতৰ লাঠিৰে কোবালে আৰু নাহৰখোৱা শইকীয়াক কাণ কাটি পঠিয়ালে। (শ্ৰীকুমাৰ দহোতীয়া ১৭ আৰু ১৮ ডিচেম্বৰ ২০০৫ তাৰিখে শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰত 'ইতিহাসৰ পটভূমিত মৰাণ জাতিৰ চমু পৰিচয়' শীৰ্ষক আলোচনা চক্ৰৰ ভাষণ, পৃঃ ১০)। ৰজাঘৰ আৰু ডা-ডাণ্ডৰীয়াসকলে সাধাৰণ প্ৰজাৰ ওপৰত চলোৱা শোষণ-উৎপীড়নৰ বিৰুদ্ধে এই দুজন নেতাৰ নেতৃত্বত এদিন ইতিহাস প্ৰসিদ্ধ মোৱামৰীয়া গণঅভ্যুত্থান গঢ়ি উঠিছিল।

**হাতী চিকাৰ দুই ধৰণে কৰা হয় : মেলা চিকাৰ আৰু গড়মৰা চিকাৰ**

**মেলা চিকাৰ :** কুনকিৰ সহায়ত ফান্দিবোৰে বনৰীয়া হাতীজাকৰ মাজত সোমাই জাকটো ছেদেলি-ভেদেলি কৰি একোটা হাতীক ফান মাৰি ধৰি অনা পদ্ধতিটোক মেলা চিকাৰ বোলে। ফান্দিয়ে একোটা হাতীক ফান মাৰি ধৰাৰ পিছত এজোপা ডাঙৰ গছত বান্ধি দিয়া হয় - ইয়াক 'দোহৰা' বোলে। হাতী একোটাক ধৰাৰ লগে লগে সাধাৰণতে হাতীৰ মাক আৰু জাকৰ গুন্দা (মতাহাতী)বোৰে বিপদত পৰা হাতীটোক উদ্ধাৰ কৰিবলৈ খেদি আহে। তেতিয়া ফান্দিয়ে কুনকিবোৰৰ সহায়ত সিহঁতক আক্ৰমণ কৰি যুদ্ধত হৰুৱাই ঘূৰাই পঠাবই লাগিব। সেয়েহে কুনকিৰ বাবে মুখপতা (যুঁজিব পৰা) হাতীকহে নিৰ্বাচন কৰা হয়।

**গড়মৰা চিকাৰ :** বনৰীয়া হাতীৰ জাকসমূহে ইঠাইৰ পৰা সিঠাইলৈ সাধাৰণতে একেটা দণ্ডিৰেই অহা-যোৱা কৰে। এনে দণ্ডি অৰ্থাৎ হাতী অহা-যোৱা কৰা পথৰ সুবিধাজনক ঠাইত ৩/৫/৬ বিঘা মাটিৰে চাৰিওফালে চাৰিফুট বহল আৰু পাঁচফুট দকৈ গড় খান্দি বাহিৰৰ ফালে মজবুত কাঠৰ জেওৰা দিয়া হয়। দুয়োফালে দুখন দৰ্জা বা জপনা থাকে। জপনাখন গছ বা খুটাত বটীৰে বান্ধি ওলোমাই থোৱা হয়। হাতী গড়ত পৰিলেই ওলোমাই থোৱা বটী কাটি দৰ্জা বন্ধ কৰিবলৈ প্ৰতিখন দৰ্জাতে দুজনকৈ ৰখীয়া থাকে। গড় নিৰ্মাণ হোৱাৰ পাছত ফান্দিসকলে কুনকিৰ সহায়ত হাতীৰ জাক বিচাৰি যায়। তাৰ জাক একোটা দেখাৰ পাছত গড় থকা দণ্ডিৰে জাকটোক লাহে লাহে খেদি লৈ আহে। হাতীৰ জাকটো গড়ৰ ভিতৰত সোমোৱাৰ লগে লগেই জপনা দুখন বন্ধ কৰা হয়। গড়ত পৰা হাতীবোৰে বেৰ

ভাঙি নপলাবৰ কাৰণে আগৰে পৰা খাপ লৈ থকা মানুহবোৰে যঠী-জোং আদি লৈ গড়ৰ চাৰিওফালে পহৰা দিয়ে। ফান্দি আৰু লোহতীয়াবোৰে কুন্‌কিৰ সহায়ত গড়ৰ ভিতৰলৈ সোমাই যায়। আৰম্ভ হয় মহাৰণ। গুন্দা (ডাঙৰ মতাহাতী) ধুৰি (ডাঙৰ মাইকীহাতী)বোৰক মাৰি-পিটি এটা এটাকৈ গড়ৰ পৰা বাহিৰ কৰি দিয়া হয়। অপ্রয়োজনীয় হাতীবোৰ গড়ৰ পৰা বাহিৰ হোৱাৰ পাছত লায়েকৰ হাতীকেইটাক ফান মাৰি ধৰি পিলখানালৈ লৈ আহে। এনেদৰেই গড়মৰা চিকাৰ কৰা হয়। পিলখানাত গড়ত পৰা হাতীবোৰক শিকোৱা হয়। গড়মৰা চিকাৰ মেলা চিকাৰতকৈ কষ্টকৰ, খৰচী আৰু বিপদজনক। চৰাইপুং (ডিগবৈ বনাঞ্চল আৰু ৰৰাজি (কাকপথাৰ)ত হাতী ধৰিবলৈ স্থায়ীভাৱে নির্মাণ কৰা 'গড়'ৰ ভগ্নাংশ আজিও আছে। চিকাৰ কৰি অনা হাতীবোৰ জমা কৰা 'হাতীশাল' (ডুমডুমাৰ[illegible] প্ৰায় ১৪/১৫ কিঃমিঃ উত্তৰ পশ্চিমে) নামৰ গাঁওখন আজিও আছে।

হাতী চিকাৰৰ পূজা-পাতল : মৰাণসকল ইন্দো-মঙ্গোলীয় তিব্বত-বর্মী প্রজাতিৰ বৃহৎ বড়ো গ্রুপৰ এটা ঠাল। অসমত প্ৰৱেশ কৰাৰ পাছত গাতিগিৰি, মাটিগিৰি, জলগিৰি, থলগিৰি আৰু সকলো জীৱ-জন্তুৰ ৰখীয়া-পালীয়া থাকে বুলি বিশ্বাস কৰা মৰাণসকল এদিন শদিয়াৰ কেঁচাইখাতী শাল, বুঢ়া-বুঢ়ী থান, তাম্রেশ্বৰী মন্দিৰৰ উপাসক হৈ পৰে। অসমৰ আদিম ইন্দো-মঙ্গোলীয় প্রজাতিৰ জাতি-জনজাতিৰ দেৱতা হ'ল 'শিৱ'। অন্যান্য জাতি-জনজাতিৰ দৰে মৰাণসকলেও বিশ্বব্রহ্মাণ্ড, জীৱ-জন্তু, কীট-পতঙ্গ আদি শিৱ-পাৰ্বতীয়ে সৃষ্টি কৰিছিল বুলি ভাবে। মৰাণসকলে শিৱক গাতিয়াল ডাঙৰীয়া, সদন-মদন, চু'হা-চুপহা, কা-কালিকা শিৱ-পাৰ্বতীক একেলগে বুঢ়া-বুঢ়ী, পাৰ্বতীক সুভচনী, লখী, আই ভগৱতী আদি নানা নামেৰে পূজা-পাতল কৰে। মৰাণসকলে হাতীৰ সদন-মদন, সুভচনী, চু'হা-চুপহা, ম'হৰ কা-কালিকা, গৰু লখী, পহুৰ বুঢ়া বুঢ়ী, মাছৰ মছুৱনী, বৰআই, সৰুআই, শস্য আৰু সম্পদৰ দেৱী আই ভগৱতী, থলডাঙৰীয়া আদি নানান নামেৰে পূজা-পাতল কৰে। যি নামতেই পূজা-পাতল কৰিলেও আচলতে শিৱ-পাৰ্বতীকেই পূজা-পাতল কৰা হয়। শিৱ-পাৰ্বতী মৰাণসকলৰ দেৱতা। মৰাণসকলে নামধৰ্ম গ্রহণ কৰাৰ পাছত বলি বিধানেৰে কৰা পূজা-পাতল সত্ৰৰ চাৰিসীমাৰ ভিতৰলৈ লৈ অহা হয়। সত্ৰসমূহত অনুষ্ঠিত তিথি-পাৰ্বণতেই শিৱ-পাৰ্বতীকে আদি কৰি সকলো দেৱ-দেৱীৰ পূজা-পাতল বিলীন কৰি দিয়া হ'ল। যদিও মৰাণসকলে এনে পূজা-পাতল নিজস্বভাৱে আজিও অনুষ্ঠিত কৰে।

হাতী চিকাৰলৈ ওলালে বৰফান্দিৰ নেতৃত্বত সমস্ত দলটোৱে গুৰুৰ

(সত্ৰাধিকাৰ) বাইক ল'ব লাগে। ৰৰফান্দি হ'বলৈ হ'লে জলগিৰি, থলগিৰি হাতীৰ দেৱ-দেৱতা আৰু পূজা-পাতলৰ বিষয়ে গুৰুৰ (সত্ৰাধিকাৰৰ) পৰা জানি-বুজি বাইক-বচন ল'ব লাগে। চিকাৰী দলটোৱে পিলখানা (Main Camp)ত প্ৰথমেই থলদেৱতাৰ নামত পূজা-পাতল কৰে। শংকৰ-মাধৱ-গোপালৈ আতাৰ (যোৰহাটৰ পৰা নামনি ফালে) থলত তিনিখন থুৱীয়া তামোল আগবঢ়াব লাগে। টিপুক সত্ৰৰ প্ৰথম অধিকাৰ শ্ৰীশ্ৰীকৃষ্ণভুজ আৰু আহোম ডাঙৰীয়াৰ থল হ'লে বগা মতাহাঁহ, কছাৰী ডাঙৰীয়াৰ থল হ'লে আমৰলীয়া মতাহাঁহ আৰু খাটোৱাল ডাঙৰীয়াৰ থল হ'লে ক'লা মতাহাঁহেৰে চাউলখোৱা পাতে। আহোম, কছাৰী আৰু খাটোৱাল হ'ল তিনিজন থল ডাঙৰীয়াৰ নাম। এই তিনিজন থল ডাঙৰীয়াৰ নামত গোসাঁইঘৰত তিনিটা বিষয়বাবৰ সৃষ্টি কৰা হয় শ্ৰীশ্ৰী চতুৰ্ভুজদেৱ (বৈকুণ্ঠদেৱ)ৰ দিনত। এই থলত বাস কৰাসকলেই আহোম গঞা, কছাৰী গঞা আৰু খাটোৱাল গঞা খেলৰ লোক। থলদেৱতাৰ নামত চাউলখোৱা পতাৰ পাছত ৰৰফান্দিয়ে বনৰীয়া হাতীজাকৰ দণ্ডিত হাতী দেৱতা সদন-মদন, সুভচিনী, চু'হা-চুপহাৰ নামত ৰঙা চৰাই (ৰঙা বৰণৰ মতা-মাইকী কুকুৰা পোৱালি) মেলে। চৰাই মেলোতে দুভাগি চাউল আৰু দুখন থুৱীয়া তামোল আগবঢ়ায়। দেৱ-দেৱতা সন্তুষ্ট হ'লে চাউলৰ ভাগ দুটা চৰাইহালে খাব আৰু দেৱতা সন্তুষ্ট নহ'লে উৰি গুচি যাব বুলি বিশ্বাস কৰে; হাতী চিকাৰলৈ ওলাই যোৱাৰ পাছত কিবা কাৰণত ঘৰলৈ আহিবলগা হ'লে চিকাৰীসকলে পাকঘৰত ভাত-পানী নেখায় - নিজেই ৰান্ধি-বাঢ়ি খায়। পত্নীৰ সৈতে সহবাসো নকৰে। তেনে কৰিলে চুৱা (অশুচি) হয়। ঘৰত বা হাবি-জংঘলত অপায়-অমঙ্গল হয় বুলি বিশ্বাস কৰে। চাউল খোৱা, চৰাই মেলা আদি পূজা-পাতল মায়ামৰা নামধৰ্ম গ্ৰহণ কৰাৰ আগতেও কৰিছিল। মায়ামৰা নামধৰ্ম গ্ৰহণ কৰাৰ পাছত গুৰুৰ বাইক লোৱা প্ৰথাটোহে অন্তৰ্ভুক্ত হয়।

হাতী চিকাৰ আৰু হাতী চলাওঁতে ব্যৱহাৰ হোৱা সা-সামগ্ৰী আৰু শব্দসমূহ অৰ্থসহ উল্লেখ কৰা হ'ল —

কান্দি : বনৰীয়া হাতী ধৰা চিকাৰী।

ৰৰফান্দি : ফান্দিসকলৰ মুৰব্বী।

দোহৰ ফান্দি : সহকাৰী ফান্দি।

দোহজীয়া : ফান্দিৰ সৈতে একেটা কুনকিত পাছফালে বহি হাতী ধৰা ফান্দিক সহায় কৰা লোক।

মাউত : হাতী চলোৱা লোক।

যোগালি : পিলখানাত কাম কৰা লোক।

পিলখানা : হাতী চিকাৰৰ মূল শিবিৰ।

ঢোৱা : হাবিত পতা অস্থায়ী শিবিৰ।

কুনকি : হাতী চিকাৰত ফান্দিয়ে ব্যৱহাৰ কৰা দঁতাল/মখনা/মাইকী ঘৰচীয়া হাতী।

ধুৰি : ডাঙৰ মাইকী হাতী।

সাঙোৰা খোৱা : শিকাই থকা হাতী এটাক ঘৰচীয়া হাতীৰ গাত বান্ধি চলাবলৈ শিকোৱা।

জুলটি : মৰাপাটৰ আঁহেৰে সৰু সৰুকৈ বটা বটি হাতীৰ ডিঙিত বান্ধি লোৱা হয়। মাউত বা ফান্দিয়ে হাতীৰ ডিঙি আৰু জুলটিৰ মাজত ভৰি ভৰাই হাতী চলোৱাত ব্যৱহাৰ কৰে।

জুলটি চিপজৰী : মৰাপাটৰ আঁহেৰে সৰু সৰুকৈ বাতি চেপেটাকৈ চিলাই হাতী চলাওঁতে ভৰিটো নিৰ্দিষ্ট ঠাইত ৰাখিবৰ বাবে ব্যৱহাৰ কৰা হয়।

কাচ : মৰাপাটৰ আঁহেৰে ৪ গুণীয়াকৈ বাতি তৈয়াৰ কৰা হয়। ইয়াক হাতীৰ গলাৰ পৰা নেজৰ ভূমিটোৰে দি ঘূৰাই আনি হাতীৰ পিঠিত বোজাই বান্ধিবলৈ ব্যৱহাৰ কৰা হয়।

ফান্দ : মৰাপাটৰ আঁহেৰে ১২ বা ৮ গুণীয়াকৈ তৈয়াৰ কৰা হয়। ইয়াক হাতী ধৰা কামত ব্যৱহাৰ কৰা হয়।

ফান্দ ফেৰা : মৰাপাটৰ আঁহেৰে ৮ গুণীয়াকৈ তৈয়াৰ কৰা হয়। (ফান্দেৰে হাতী ধৰাৰ পাছত হাতীটোক গছত বন্ধাৰ কামত ব্যৱহাৰ কৰা হয়। কুনকিৰ কমৰত বান্ধি লোৱা হয়, কুনকিৰ কমৰত বান্ধি লোৱা ফেৰাডালত ফান্দডাল বান্ধি লয়।)

চৈবা চু : মৰাপাটৰ আঁহেৰে সৰুকৈ আগলৈ জোঙা কৰি ৪ গুণীয়াকৈ বাতি তৈয়াৰ কৰা হয়। ইয়াক কুনকিৰ পিঠিত ফান্দ-ফেৰা আদি বান্ধি থোৱা কামত ব্যৱহাৰ কৰা হয়।

আগধাৰনা/পিছধাৰনা : শিকাই থকা হাতীৰ আগভৰি আৰু পাছভৰিত বটী লগাই খুটাত বান্ধি থোৱা হয়। এই খুটা দুটাক আগধাৰনা আৰু পাছধাৰনা বোলা হয়।

খেমাই : হাতী শিকাওঁতে হাতীৰ ডিঙিত লগোৱা কানডাল আগফালে টানি বান্ধি থোৱা খুটাটোৰ নাম খেমাই।

বেণী : মৰাপাটৰ আঁহেৰে ৪ গুণীয়াকৈ দীঘলকৈ বাতি তৈয়াৰ কৰা হয়।

ইয়াক হাতী শিকাওঁতে হাতীৰ পিছ ঠেং দুটা একেলগ কৰি বন্ধা কামত ব্যৱহাৰ কৰা হয়।

কেনাই ঃ বুঢ়া বাঁহৰ চটা এটা এমূৰে শকত আৰু আনটো মূৰে জোঙা কৰি তৈয়াৰ কৰা হয়। ইয়াক হাতী শিকাওঁতে জোঙা ফালে খুচি দিয়া আৰু শকত ফালে মাৰি দিয়া কামত ব্যৱহাৰ কৰা হয়।

আনদুল ঃ মৰাপাটৰ আঁহেৰে সৰুকৈ বাতি হাতীৰ কাণত বিন্ধা কৰি পিন্ধাই থোৱা কামত ব্যৱহাৰ হয়।

সাৰি ঃ হাতী হাবিত চৰিবলৈ মেলি দিওঁতে দূৰলৈ নাযাবৰ বাবে আগঠেং দুখনত ভৰাই খাটাং এডালেৰে মেৰিয়াই বন্ধা হয়।

খাটাং ঃ মৰাপাটৰ আঁহেৰে ৪ গুণীয়াকৈ ক্ৰমে জোঙাকৈ বাতি তৈয়াৰ কৰা হয়। ইয়াক সাৰি মৰা কামত ব্যৱহাৰ কৰা হয়।

যাঠি ঃ জোঙা লোহাৰ এটুকুৰা দীঘল কাঠৰ নালত লগাই লোৱা হয়। ইয়াক হাতী শিকাওঁতে বা হাতীক শাসন কৰা কামত ব্যৱহাৰ কৰা হয়।

লাংচিং ঃ দুফেনীয়া লোহাৰ মাৰি। এটা ফাল পোনকৈ জোঙা আৰু আনটো বেঁকাকৈ জোঙা কৰি তৈয়াৰ কৰা হয়। ইয়াক খুচি আগলৈ খেদা বা বেঁকাকৈ থকা জোঙা অংশৰে খুচি একেঠাইতে ৰখাই থোৱা কামত ব্যৱহাৰ কৰা হয়। ইয়াক জুলটি গজত বান্ধি লৈ ফুৰা হয়।

কল্‌টিকা ঃ কাঠৰ নালত লোৰ জোঙা টুকুৰা এটা লগাই তৈয়াৰ কৰা হয়। ইয়াক হাতীৰ জুলটি গজত বান্ধি লৈ ফুৰা হয়। হাতী অবাধ্য হ'লে হাতীৰ গাত খুচি নিয়ন্ত্ৰণ কৰা কামত ব্যৱহাৰ কৰা হয়।

শিকলি ঃ লোৰে তৈয়াৰ কৰা হয়। ইয়াক হাতী বন্ধা, কাঠ, খৰি আদি টনা কামত ব্যৱহাৰ কৰা হয়।

কমৰ ঃ মৰাপাটৰ আঁহেৰে সৰু সৰুকৈ বাতি এমুঠা কৰি ইয়াক হাতীৰ কমৰত বান্ধি গদীবোৰ ৰখাই থোৱা কামত ব্যৱহাৰ কৰা হয়।

আগাৰি ঃ মৰাপাটৰ আঁহেৰে সৰু সৰুকৈ বাতি এমোঠা কৰি ইয়াক হাতীৰ আগঠেং দুটাৰ ওপৰত আগফালৰ পৰা মেৰিয়াই আনি কমৰত বান্ধি কাঠ টনা কামত ব্যৱহাৰ কৰা হয়।

কমৰ চুল/আগাৰি চুল ঃ মৰাপাটৰ আঁহেৰে ৪ গুণীয়াকৈ ক্ৰমান্বয়ে জোঙাকৈ তৈয়াৰ কৰা হয়। ইয়াক কমৰ আৰু আগাৰিৰ মূৰত লগাই লোৱা হয়।

কাকৰ সৈন্ডে প্লিট দা ঃ সকলো ধৰণৰ কটা কামত ব্যৱহাৰ কৰিবলৈ কাকেৰে

সৈতে মিট দা লগত ৰখা হয়।

লংক ঃ মাজৰ এটা ঘূৰণীয়া বিণ্ডৰ পৰা চাৰিডলীয়াকৈ নির্মাণ কৰা হয়। হাতীক হাবিত মেলি দিওঁতে সাৰিৰ দৰে আগঠেং দুটা একেলগ কৰি যুতি দিয়া হয়।

গাৰু গাদী ঃ মৰাপাটৰ বস্তাত উলুখেৰ বা মাদুৰি বন ভৰাই তৈয়াৰ কৰা হয়। ইয়াক হাতীৰ পিঠিৰ ৰাজহাড়ত দুফালে দুটা মুঠা খাপ খুৱাকৈ বহাই দিয়ে।

টকীয়া গাদী ঃ মৰাপাটৰ বস্তাত উলুখেৰ বা মাদুৰি বন ভৰাই তৈয়াৰ কৰা হয়। ইয়াক হাতীৰ পিঠিত ৩/৪ খন গাৰু গাদীৰ ওপৰত স্থাপন কৰি কমৰ গজে বান্ধি লোৱা হয়।

হাতী চলাওঁতে সাধাৰণতে মুখেৰে নামাতি ভৰিৰ টিপনিৰ ভাষা ব্যৱহাৰ কৰা হয়। হাতীটোৰে আগলৈ যোৱা, পাছলৈ যোৱা, সোঁৱে-বাঁৱে যোৱা, খৰকৈ যোৱা, লাহেকৈ যোৱা বা ৰখিবলৈ ভৰিৰ টিপনিৰে ইংগিত দিয়া হয়। হাতী চলাওঁতে ব্যৱহাৰ কৰা কেইটামান শব্দ তলত উল্লেখ কৰা হ'ল —

আগেট্ - আগলৈ যা।

পিছু - পিছলৈ যা।

ধাট্ - ৰ, বৈ যা।

বিৰি - নকৰিবি। (হাতীয়ে অ-মনপুত কাম কৰিলে শান্তভাৱে থাকিবলৈ কোৱা।)

বট্ - আগৰ ভৰি দুখন আগলৈ আৰু পাছৰ ভৰি দুখন পাছলৈ মেলি বহি দে।

মাইল - বহাৰ পৰা উঠ।

খোল - সুবিধা কৰি দে। (হাতীৰ গাত খিকোনো বস্তু বান্ধোতে, সাৰি মাৰোতে, লংক, দেপী আদি মাৰোতে সুবিধা কৰি দিবলৈ কোৱা হয়।)

ছেই ঃ আঁতৰি দিবলৈ কোৱা হয়।

ডুম ঃ নেজডাল খিবেৰে বান্ধিবলৈ কোৱা হয়।

**হাতী শিকোৱা গীত ঃ**

পৃথিৱীৰ সকলো জীৱ-জন্তুৱে সংগীত ভাল পায়। হাতীয়ে সংগীত ভালপোৱা দিশটোৰ উপৰিও যন্ত্ৰণাদায়ক পৰিবেশ এটাক ৰসপূৰ্ণ কৰি তুলিবলৈ হাতী শিকাওঁতে হাতী শিকোৱা গীত খোৱা হয়। হাতী শিকোৱা গীতত ব্ৰজাৱলী ভাষাৰ সুৰ শুনিবলৈ পোৱা যায়। ইয়াৰ পৰাই অনুমান কৰিব পৰা যায় যে হাতী শিকোৱা গীত আৰু গীতৰ সুৰ অতি পুৰণি।

১। অলৌ-লৌ অলৌ-লৌ খাগৰিকে খাই

পৰ্বতত আছিলি তই কাক গাজ খাই

ভৈয়ামলৈ আহিলি তই ফান্দি চেপা পাই।

২। তোৰ মাৰে দেশে গেল, তোৰে নিন্দা যায়

বেটা খাৰা ৰহো না

বেটা খাৰা ৰহো না। ঔ......ঔ......ধাট্ ধাট্

৩। তোৰে ডিঙিত জুলটি বান্ধিম তোৰে গহনা

বেটা খাৰা ৰহৌ না

বেটা খাবা ৰহৌ না। ঔ......ঔ......ধাট্ ধাট্

৪। আগ ভৰিত লেকাট মাৰিম তোৰে গহনা

পাছ ভৰিত দেগী মাৰিম তোৰে গহনা

পাছ ভৰিত শিকলি লগাম তোৰে গহনা

বেটা খাৰা ৰহৌ না

বেটা খাবা ৰহৌ না। ঔ......ঔ......ধাট্ ধাট্

৫। পাটকাই পৰ্বতত হাতী চিকাৰ কৰিলো

ফান্দ মাৰি ধৰিলো হাতী।

আগা পিছা কৰি খামাইত বান্ধিলো

নাম দি কৰিলো জাতি।।

বেটা খাবা ৰহৌ না

বেটা খাবা ৰহৌ না। ঔ......ঔ......ধাট্ ধাট্

পানীত কান্দে পানী কঁৱা

বামত কান্দে বেং

খচৰ-মচৰ নকৰিবি

মেলি দিয়া বেং - ঔ ঔ ধৰৈ

মৰাণসকলে হাতীৰ সামগ্ৰীসমূহ দেই বা ওপৰেৰে পাৰ হৈ নাযায়।

হাবি-জংঘল শেষ হৈ বাট-পথ পকা হোৱাৰ লগতে গাড়ী-মটৰৰ যুগ অহাত হাতীৰ ব্যৱহাৰ নোহোৱা হৈ আহিছে। আনহাতে হাতীৰ সংখ্যা কমি যোৱাত চৰকাৰেও হাতী চিকাৰ বন্ধ কৰি দিছে। হাবি-জংঘল শেষ হৈ গাড়ী-মটৰ, ম'বাইল ফোন, কম্পিউটাৰ যুগ আহিলেও মৰাণসকলৰ হাতীৰ প্ৰতি থকা মোহ আজিও শেষ হৈ যোৱা নাই। ❐

# মৰাণ সমাজৰ কেতবোৰ লোকবিশ্বাস

- নৱ কুমাৰ মৰাণ (ন'তা)

এঁকোটা জাতিয়ে জাতীয় জীৱনত যুগ যুগ ধৰি যি অভিজ্ঞতা লাভ কৰে বা যি যি শিকে বা যি বিষয়ে চৰ্চা কৰে সেই সকলোবে সঞ্চয় ভাণ্ডাৰ হ'ল লোকসাহিত্য আৰু লোকবিশ্বাস। ড০ বিৰিঞ্চি কুমাৰ বৰুৱাৰ মতে লোকসাহিত্য আৰু লোকবিশ্বাস জনসাধাৰণৰ সম্পৰ্কীয় বিজ্ঞান নহয়; ই পৰম্পৰাগতভাৱে চলি অহা লোকবিজ্ঞানহে। অসমৰ আদিম ভূমিপুত্ৰ মৰাণ জনগোষ্ঠীৰ মাজত আজিও প্ৰচলিত লোকবিশ্বাসসমূহে জনগোষ্ঠীটোৰ মাজত স্বকীয় বৈশিষ্ট্য বহন কৰি আহিছে। পৰম্পৰাগতভাৱে বৰ্তমানেও প্ৰচলন হৈ থকা লোকবিশ্বাসসমূহে মৰাণ জাতিৰ লোকসংস্কৃতিৰ পথাৰখন উৰ্বৰ কৰি ৰাখিছে।

মৰাণ সমাজত প্ৰচলিত সকলোবোৰ লোকবিশ্বাস কেৱল মৰাণ সমাজতহে প্ৰচলিত এনে নহয়। এনে বহু লোক বিশ্বাস আছে যিবোৰ বিভিন্ন জনগোষ্ঠীৰ মাজত বিদ্যমান।

মৰাণ সমাজত প্ৰচলন হৈ থকা লোকবিশ্বাসসমূহ 'ধনাত্মক', 'ঋণাত্মক' আৰু 'ইংগিতসূচক' এই তিনিটা ভাগত বিভক্ত কৰি আলোচনা কৰা হ'ল।

**ধনাত্মক (Positive) :** যিবোৰ বিশ্বাসে অভীষ্ট সিদ্ধি বা সুফল দিয়ে তেনে বিশ্বাসমূহেই ধনাত্মক লোকবিশ্বাস।

কৃষিজীৱী মৰাণসকলে ধান ভৰাৰ দৰে ওখ, কচুৰ দৰে পুলি-পোখা মেলিব, মেটেকাৰ দৰে ফুল ফুলিব বুলিয়েই গছা লওঁতে (ন-ভূঁই কৰা) ধান (কঠিয়া)ৰ লগত ভৰা, কচু, মেটেকা কৰে। পৃথিৱীৰ সকলোই শিৱ-পাৰ্বতীৰ সৃষ্টি। লখিমী (আই ভগৱতী - পাৰ্বতী) দেৱীয়ে নিদিলে বিচাৰিলেও পোৱা নাযায়। সেয়েহে প্ৰথম গছা যাবোতেই পিঠাগুড়ি, কল, গুড় বা চেনি আৰু তামোল-পাণৰ শৰাই আগবঢ়াই সম্পদৰ গৰাকী আই ভগৱতীক আৰাধনা কৰা হয়। কুম খেতিত ধান সিঁচোতে

নখাই (খৰাহি)ত ধানৰ লগত দীঘলীয়া শিল, ঘিলা, শুকান মাছ লোৱা হয়। ধান শিলৰ দৰে গধুৰ হ'ব, ঘিলা ফাঁকৰ দৰে ধানৰ চিৰা দীঘল হ'ব, শুকান মাছৰ দৰে বেমাৰ মুক্ত হ'ব বুলি বিশ্বাস কৰা হয়। কৃষিডৰা বেমাৰ-আজাৰ, কীট-পতঙ্গৰ পৰা ৰক্ষা পাবৰ বাবে কৃষিকাৰ্য কৃষ্ণপক্ষতে শুভাৰম্ভ কৰা হয়। জোন আন্ধাৰত অনিষ্টকাৰীবোৰে দেখি নেপাব বুলি বিশ্বাস। অনিবাৰ্য কাৰণত শুক্লপক্ষত আৰম্ভ কৰিবলগীয়া হ'লেও চুলি ঢাক খোৱাকৈ পাগুৰি মাৰি বা ওৰণী লোৱাৰ উপৰিও মূৰত জাপি লৈ কৃষি কাৰ্যৰ শুভাৰম্ভ কৰিলে এক্কে ফল পোৱা যায়। বাসগৃহ বা ঘৰ-দুৱাৰ নিৰ্মাণ কৰিবলৈ বাঁহ, বেত, জেঙুপাত, টকৌপাত আদিও কৃষ্ণপক্ষতহে কটা হয়। উৎপাদিত শস্য প্ৰথমবাৰ চপাওঁতে বাঁহ-বেতৰ টঙালেৰে নিৰ্মিত পাচি-খৰাহি, খৰা-হেৰেপি আদি সঁজুলি ব্যৱহাৰ কৰিলে শস্যৰ উৎপাদন পৰ্যাপ্ত হয়। কঠিয়াডৰাত বেমাৰ ধৰিলে আই ভগৱতীৰ নামত তামোল-পাণ কাটি খোৱাৰ লগে লগেই প্ৰথম ল'ৰা সন্তান (অবিবাহিত) এজনৰ দ্বাৰা কঠিয়াডৰাত জাকৈ বোৱা হয়। মুঠতে খেতিডৰাত বেমাৰ-আজাৰ হ'লে, পোক-পৰুৱাই খালে, চৰাই পৰিলে, বনৰীয়া জীৱ-জন্তুৱে খালে ঘৰৰ মুখিয়াল বা পুৰুষ বা মহিলাগৰাকীয়ে পথাৰলৈ গৈ খেতিডৰাত ৰক্ষা কৰিবলৈ তামোল-পাণ কাটি খাই আই ভগৱতীক স্তুতি-প্ৰাৰ্থনা নকৰাকৈ দৰৱ-ঔষধ দিলে বা শস্য খোৱা বনৰীয়া জীৱ-জন্তু মাৰিলে আই ভগৱতীয়ে দুখ পাব। হ' নহৈ গ' হে হ'ব বুলি বিশ্বাস কৰে। দাই-চপাই ভঁৰালত ভৰোৱাৰ পাছত চান্দ্ৰমাহ বদলি হ'লেহে কল, পিঠা, গুড়, গাখীৰ দি গোপিনী সবাহ পাতি ভঁৰালত উঠে।

ৰান্ধিবলৈ অনা চাউলৰ একাঁজলি, ভঁৰালৰ পৰা নমাই অনা ধানৰ তিনিমুঠি পুনৰ আগৰ ঠাইত থোৱা হয়। হাঁহ-কুকুৰা আদিও আনক দিব লগা হ'লে মূৰৰ পাখি কেইখিলিমান ছিঙি গড়ালত পুনৰ ভৰাই দিয়া হয়। এনে কৰিলে ঘৰৰ পৰা লক্ষ্মী গুচি নাযায়।

ভূঁইত হাবি কাটিবৰ সময়ত বা হাবি-জংঘল কটাৰ পাছত শুকান জেং-জাবৰ জ্বলোৱাৰ সময়ত তামোল-পাণ কাটি খাই তাত থকা দেৱ-দেৱতাক আঁতৰি দিবলৈ প্ৰাৰ্থনা কৰিহে হাবি কটা আৰম্ভ কৰে বা জেং-জাবৰ জ্বলায়। ডাঙৰ নদ-নদী পাৰ হওঁতে নদীৰ গৰাকী জল ডাঙৰীয়ালৈ দক্ষিণা হিচাপে খুচুৰা পইচা পেলাই নদী পাৰ হ'ব লাগে। ডাঙৰীয়া সন্তুষ্ট হ'লে বিপদ নহয়। বিবাহ কাৰ্যত দৰাঘৰলৈ কইনা আনোঁতে জান-জুৰি, নদী আদি পাৰ হৈ আহিবলগা হ'লে জল দেৱতালৈ দক্ষিণা আগবঢ়ায়। ঘৰচীয়া হাতী বনৰীয়াৰ লগত থাকিলে, বনৰীয়া হাতীক আঁতৰি

দিবলৈ মাউতে প্ৰাৰ্থনা কৰে। অনিষ্টকাৰীয়ে প্ৰাৰ্থনা অমান্য কৰিলেহে আক্ৰমণ কৰা হয়।

মাটিত পৌৰাণিক ভোগ-দখল নাথাকিলে শ সামৰিবৰ সময়ত বা চিতা জ্বলোৱাৰ ঠাইত এটি পইচা দি মাটিখিনি গৰাকীৰ পৰা কিনি ল'বলগা হয়। চৌকিডিং অঞ্চলত চকৰিগঞা খেলৰ লোকসকলে, গৈপানী-গাভৰুভেটি, পুৰণি মাউত্ত খেলৰ লোকসকলে, কচুজানত কছাৰীগঞাসকলে, দাইছাত দাইছালসকলে, টেঙাপানীত টেঙাপনীয়া খেলৰ লোকসকলে, গুইজানত গোৱৰগঞাসকলে এনে ধৰণৰ বিভিন্ন খেল-বংশৰ লোকসকলে নিজৰ পৌৰাণিক ভোগ-দখল থকা মাটিত শ সামৰিবলৈ মাটি কিনিব ল'ব নালাগে। মৰাণসকলৰ প্ৰতিটো খেল-বংশৰ এনে পৌৰাণিক ভোগ-দখল থকা মাটি আছে। শ সামৰিবলৈ কবৰ দিয়াৰ সময়ত পুৰুষ হ'লে চুৰিয়া পিন্ধাৰ জোখ অনুসৰি একঁকাল, মহিলা হ'লে বুকুত মেখলা মৰাৰ জোখ অনুসৰি এবুকু দ'কৈ গাঁত খন্দা হয়। চিতা দিওঁতে পুৰুষ হ'লে পাঁচ/সাত জাপ, মহিলা হ'লে তিনি জাপ খৰি জাপিব লাগে। সত্ৰৰ সত্ৰাধিকাৰ বা ডা-ডাঙৰীয়া হ'লে সাত/ন জাপ খৰি জাপিব লাগে। শ গা ধুৱাওঁতে পানী বাওঁহাতেৰে ওলোটাকৈ ঢালে। চাঙিখনো ওলোটাকৈ বান্ধিহে বনোৱা হয়। টঙালৰ গাঁঠিবোৰো ওলোটা। শ-ত দিয়া তামোলখনৰ পাণখিলাৰ পিঠিৰ ফালে চুণ সানি সমানে দুভাগকৈ ভাঙি দিয়া হয়। চাঙিত বা মৈদামত দিয়া কাপোৰবোৰ অলপকৈ হ'লেও ফালি দিয়া হয়। ইয়াৰ মূলতে ইহসংসাৰৰ লগত পৰসংসাৰ নিমিলে। এইপাৰত যোগ হ'লে সিপাৰত বিয়োগ। ঘৰত কোনো লোকৰ মৃত্যু হ'লে তিলনি নোহোৱা পৰ্যন্ত, সন্তান হ'লে চেৰাচুলি কাটি শুদ্ধি সবাহ নপতা পৰ্যন্ত, চুৱা বিয়া (শান্তি বিয়া) হ'লে বিয়া নোভোলা পৰ্যন্ত ঘৰখন চুৱা হৈ থাকে।

বাত্তি-বিয়লি ক'ৰবাৰ পৰা ঘৰলৈ আহিলে পদূলিত তিনিবাৰ থুৱাইহে ঘৰত সোমাব লাগে। শ্মশানৰ পৰা শ সামৰি আহোঁতে পদূলিমুখতেই জুমুঠি বা খেৰৰ ওপৰত তুঁহ, বিহলঙনি দি জ্বলোৱা জুইত হাত-ভৰি সেকিহে ঘৰৰ চৌহদত প্ৰৱেশ কৰা নিয়ম। এনে কৰিলে লগত লাগি অহা দেও-ভূত আঁতৰি যায়।

মুগোৱা ল'ৰা বা ছোৱালীক ন-জনী গোপিনীয়ে একেদিনাই সূতা কাটি কাপোৰ বৈ খেৰি গীত গাই কৰচ কাপোৰ বৈ দিলে গাত বিজুলী-ঢেকেৰুৰি (চহ্) নামাৰে।

গছৰ পূলিত মেখেলা পিন্ধালে ডাঙৰ হৈ গছজোপা মাইকী হয় আৰু গুটি বেছিকৈ লাগে।

ইঘৰৰ পৰা সিঘৰলৈ সিজোৱা বস্তু, ঔষধ আদি নিবলগা হ'লে লগত জলকীয়া বা এঙাৰ আদি নিব লাগে। পথত ভূত-প্ৰেতে অনিষ্ট কৰিব নোৱাৰে।

ডাঙৰ মানুহেই হওক সৰু ল'ৰা-ছোৱালীয়েই হওক কিবা কাৰণত ভয় খাই নৰীয়াত পৰিলে নদীত জাকৈ বাই আয়ুস তোলা হয়। জাকৈত অহা জেং-জাবৰখিনি পলু চুকুৰাত ভৰাই ডিঙিত পিন্ধাই দিলে ভয় ভাগি নৰীয়া ভাল হয় বুলি বিশ্বাস কৰে।

পতি-পত্নীয়ে একেলগে খাওঁতে-শোওঁতে বা ক'ৰবালৈ যাওঁতে পত্নী সদায় বাওঁফালে হ'ব লাগে।

ঘৰৰ পৰা ক'ৰবালৈ ওলাই যাওঁতে পুৰুষজনে দুৱাৰমুখত সোঁ ভৰিহে আগবঢ়ায়।

প্ৰকৃতিয়ে তিৰোতাৰ লগত যুঁজ নকৰে। সেই কাৰণে ধুমুহা আহিলে পুৰুষৰ সলনি তিৰোতাই দুৱাৰ (দৰজা) বন্ধ কৰি ধৰি থাকে। তেতিয়া বায়ু দেৱতাই তিৰোতাৰ লগত যুঁজ নকৰো বুলি ধুমুহা কমাই দিয়ে। শিলাবৃষ্টি হ'লে তিৰোতাই চ'তাললৈ চালনি দলিয়ালে মানুহে বেয়া পাইছে বুলি শিলাবৃষ্টি এৰি দিয়ে।

হাতৰ তলুৱা খজুৱালে, সপোনত চেনি-কুটি জাতীয় বাকলি লগা মাছ পোৱা দেখিলে, ঘৰৰ ভিতৰত গুবৰুৱা সোমালে ধন লাভ হয় বুলি বিশ্বাস কৰে।

অদৃশ্য ৰূপত থকা দেৱ-দেৱতাসকলে ভৰ দুপৰীয়া জিৰণী লয়। সেয়েহে দুপৰীয়া গছত উঠিব নাপায়।

এনে ধৰণৰ ধনাত্মক লোকবিশ্বাস অসংখ্য আছে।

**ঋণাত্মক (Negative) :** যিবোৰ আচৰণ কৰিলে কু-ফল পোৱা যায় তেনে বিশ্বাসবোৰকে ঋণাত্মক লোকবিশ্বাস বোলে।

সকলো জীৱ-জন্তু, জল-থল, গছ-গছনি, ৰখীয়া-পলীয়া বা ডা-ডাঙৰীয়া থাকে। সেয়েহে মাছ মাৰিবলৈ একোটা জান বা একোখন নদীৰ ইমূৰৰ পৰাসিমূৰলৈ ভেটিব নাপায়; জলদেৱতাই দোষ ধৰিব। উজান মাছৰ একেবাৰে আগত যোৱাটো মাৰিব নাপায়; সি হ'ল মাছৰ দেৱতা মচ্ছন্দৰী। কিতাপ-পত্ৰ, খেতিৰ সঁজুলি, হাতীৰ সঁজুলিকে আদি কৰি যিকোনো ব্যৱহাৰ কৰা বয়-বস্তুৰ ওপৰেদি গছকি যাব নাপায়; বস্তুবোৰৰ দেৱতাই দোষ ধৰিব, বিপদো হ'ব পাৰে।

বাঢ়নী ঘৰত দেৱ-দেৱতা থাকে। সেই কাৰণে আঘাশালি আৰু চৰুশালিত টান কথা কোৱা, অৱাচ্য মাত মতা আনকি খৰিও টানকৈ পেলাব নাপায়। বাঢ়নী ঘৰৰ দেৱ-দেৱতাই দোষ ধৰিলে সদায় অভাৱ-অনাটন থাকে। ঘৰখন উঠিব নোৱাৰে।

ৰান্ধনীঘৰৰ উপৰিও চ'ৰাঘৰ, শোৱাঘৰ আদিতো দেৱ-দেৱতা থাকে। সেয়েহে দুৱাৰ, বেৰ আদিত গোৰ মাৰিব নাপায়, অবাচ্য মাতো মাতিব নাপায়।

মহিলা আৰু পুৰুষৰ মাজত কামৰ বাবে শ্ৰমৰ বিভাজন কৰা আছে। সেয়েহে মহিলাই পথাৰত গৰু হালবোৱা, বিৰিয়া বা হলগাত ধানৰ ভাৰ অনা, হাতীৰ মাউত হোৱা, ঘৰৰ চালত উঠা আদি কিছুমান কাম কৰিব নাপায়। এজনী মহিলাই নিজৰ গিৰীয়েকক গুৰুৰ দৰে সন্মান কৰাৰ লগতে সেঁউৱেক, ননদ আদিকো নাম কাঢ়ি মাতিব নাপায়, ছাঁ'ও নগচকে। ভায়েক-ভনীয়েক গুৰুষেন স্বামীৰ সমকক্ষ। বৰজনাকৰ গাত কেনেবাকৈ চুই পালে বা হাত লাগিলে তামোল-পাণৰ টোপোলা দি সেৱা কৰি দাই ভাঙিব লাগে। তদুপৰি যিকোনো এজনে এসাজ লগোগে থকা নিয়ম। অৱশ্যে শাহুৱেক-শহুৰেকক চুব পাৰি। তেওঁলোক পিতৃ-মাতৃ তুল্য।

বাতি ঘৰৰ ভিতৰৰ জেং-জাবৰ পেলাব নেপায়, জেওৰ লগত লক্ষীও গুচি যায়। চালি গেমেছা (হাঁচতি)ৰ জেং-জাবৰ আনৰ ঘৰত নেপালয়, ঘৰতহে পেলাব লাগে। লক্ষীয়ে আনৰ ঘৰত থাকি আহিবও পাৰে।

বাতি দাড়ি-চুলি কটা, চুৱা কইনা দেখিলে, পাণৰ ঠাৰি আৰু আগটো খালে, মহিলাৰ কাপোৰ মেলা ডাং-বটীৰ তলেদি সৰকিলে পুৰুষৰ আয়ুস ছুটি হয়।

খেতিয়কজনে পথাৰত গছা ল'বলৈ যাওঁতে বা প্ৰথম ধানৰ ঠোক আনোতে বাটত কাকোৱেই মাত-বোল নকৰে। পিছফালে উলটি নাচায়। এনে কৰিলে লক্ষীয়ে আঁতৰি যায়। আহু বা শালি ধানৰ গেঁ (ধানজোপাই ধানৰ চিৰাটো মুখত লৈ থকা সময়) হোৱাৰ সময়ত ঘৰৰ ঢেঁকীটোৰ ওপৰত বহা, কলডিলৰ আগ্ৰা খোৱা, মাছ পুৰি খোৱা, খেৰ-সূতাৰ বাবে ধানৰ ঠোক চুচা আদি কামবোৰ কৰিব নাপায়। বিছনৰ বাবে ধান মাৰি-বানি চাউল উলিয়াই লোৱাৰ পিছত, ধান দাই-চপাই ভঁৰালত ভৰোৱাৰ পাছত, চান্দ্ৰমাহ বদলি নোহোৱা পৰ্যন্ত ভঁৰালত উঠিব নাপায়।

গুটি হোৱা ধান বিক্ৰী নকৰে আনকি খুজনীয়-মগনীয়াকো দিব নাপায়।

পিতৃ-মাতৃ মৃত্যু হোৱা বাবত, গছা লোৱা বাবত আনক ধান-চাউল দিব নাপায়, আনকি ভঁৰালতো উঠিব নাপায়; উপৰিপুৰুষে দোষ পাব।

নগদ ধন আৰু ধান-চাউল, খেৰ আৰু তুঁহ আদি এবিধৰ লগত সিবিধক নিদিয়ে।

কইনা ঘৰৰ পৰা শস্যৰ সঁচ বা পোহনীয়া জীৱ-জন্তু দিব নাপায়। নাযায়ার হ'লেও মূল্য লৈহে দিয়ে। নহ'লে লক্ষীও লগতে গুচি যায়।

ঘৰৰ কোনো লোকৰ মৃত্যু হ'লে ভঁৰালৰ দুৱাৰত, গোহালিৰ মুখত

একোখনকৈ কাপোৰ মেলি আঁৰ দিয়া হয়; লক্ষী দেৱীয়ে চুৱা ঠাইত নাথাকে।

তাঁতশালৰ সামগ্ৰী, খেতিৰ সঁজুলি, মাছ মৰা সঁজুলি, দলং, সাকোঁ আদিৰ কাঠ-বাঁহ জ্বলাব নাপায়; খাই পাত ফলা হয়।

মৃতকৰ চাঙী, চিতা আদি সাজিবলৈ কটা বাঁহজোপাৰ বাঁহ ঘৰ বনোৱা কামত ব্যৱহাৰ কৰা নহয়। সেই বাঁহজোপা মৃতকৰ হ'ল; মৃতকৰ আত্মাই দোষ ধৰিব। পিতৃ-মাতৃৰ মৃত্যুৰ পাছত মাহ বদলি নোহোৱা পৰ্যন্ত মাছ-মঙহ খাব নাপায়। তিলনি নোহোৱা পৰ্যন্ত চকশালিত ৰন্ধা-বঢ়া নকৰে (কোনো কোনোৱে দহ দিন পৰ্যন্ত)।

যঁজা ফল-মূল, যঁজা পাণ খাব নাপায়। ভৱিষ্যত যঁজা সন্তান জন্ম হোৱাৰ সম্ভাৱনা থাকে। গৰ্ভৱতী তিৰোতাই কুকুৰাৰ মঙহ খালে সন্তান ওঁঠ জোঙা হয়, কাছ খালে ডিঙি চুটি হয়, ওমনি দিয়া কণী খালে সন্তান-সন্ততিৰ ভোটা মগজুৰ হয় বুলি বিশ্বাস কৰা হয়।

দখৰা খৰিত বহিব নাপায়; বাঘে জুপিব।

শুকান চূণ আনক দিব নাপায়; ঘৰ শুকায়। কোমোৰা দুচেও কৰি কাটিলে বলি দিয়া হয়। ভাত খাই উঠিয়েই উমনি বাঁহৰ কণী, সঁচৰ বাবে থোৱা শস্য চুব নাপায়; সঁচ বেয়া হয়।

**ইংগিতসূচক :** যিবোৰ কৰ্ম-কাণ্ডই ভৱিষ্যতে ভাল বা বেয়া হোৱাৰ ইংগিত দিয়ে তেনে বিশ্বাসবোৰক ইংগিতসূচক লোকবিশ্বাস বোলে।

চাউল চালি থাকোতে হাতৰ পৰা ডলা-চালনি সৰি পৰা, ঘৰৰ চোতালত কুকুৰা পোৱালিয়ে যুঁজিলে, কাউৰীয়ে ৰকৰানিত মাত মাতিলে, ৰন্ধা-বঢ়া সময়ত কেৰাহিয়ে হাঁহিলে (কেৰাহিৰ বাহিৰৰ ফালে জুইৰ ফিৰিঙতি দেখা পালে) ঘৰলৈ আলহী অহাৰ সম্ভাৱনা থাকে।

যাত্ৰাৰ আৰম্ভতেই খালী পাত্ৰ দেখিলে, মেলা চুলিৰে আউলি-বাউলি তিৰোতা দেখিলে, থিয় মেখেলা (খুকুত মেখনি মাৰি কঁকালমৰা নিপিন্ধা) পিন্ধা দেখিলে, নেওল্-সাপ-মেকুৰী আদিয়ে সোঁফালৰ পৰা বাওঁফাললৈ বাট ছিঙি গ'লে যাত্ৰা নষ্ট হয়। পথত অমঙ্গল হ'ব পাৰে।

মাইকী কুকুৰাই ডাক দিয়া, কুকুৰা চিকা চুঁচৰাই থকা দেখা, বাতি সোঁমজিয়া ঘৰৰ ওচৰতে মৌ [illegible] কৰা, গছৰ কেঁচা ডাল ভাগি পৰা, পেট ফুটি কলডিল ওলোৱা, হুলৌ [illegible] বাটিত খোজ কঢ়া দেখিলে অমঙ্গলৰ চিন - ঘৰখনত বেমাৰ-আজাৰ, বিপদ-আপদ হ'ব বুলি ভবা হয়। বেজ-জানীৰ দিহা লৈ দায়-দোষ খণ্ডায়।

কুকুৰে নুভুকি দীঘলীয়াকৈ কাউচি জুৰিলে দেশৰ অপায়-অমঙ্গল হয়।

সপোন সম্পৰ্কীয় বিশ্বাস বহুত। যেনে - আগদাঁত সৰিলে সম্বন্ধীয় লোকৰ মৃত্যু হয়। গুৰিদাঁত সৰিলে পিতৃতুল্য লোকৰ মৃত্যু হয়। চেনি-পুঠি আদি বগা বাকলি থকা মাছ দেখিলে ধন লাভ হয়। বানপানী অহা দেখিলে দেশৰ অমঙ্গল। শুভ্ৰ বস্ত্ৰ পৰিহিত পাগুৰি মৰা ভকত জাতীয় লোকে নিমন্ত্ৰণ কৰিলে মৃত্যুৰ আগজাননী বুলি বিশ্বাস কৰা হয়। কটা-ছিগা হৈ তেজ ওলোৱা দেখিলে ভাল - বিপদ-আপদ আঁতৰি যায়।

চিকাৰলৈ যাওঁতে পহু চিকাৰীয়ে বাটত পোৱা সৰু-সুৰা জীৱ-জন্তু নামাৰে। পথত পোৱা এনে সৰু-সুৰা বস্তু দি দেৱ-দেৱতাই চিকাৰীক ঘূৰাই পঠাব বিচাৰে।

মৰাণ জনগোষ্ঠীৰ মাজত ধনাত্মক, ঋণাত্মক, ইংগিতসূচক লোকবিশ্বাসৰ অসংখ্য লোকবিশ্বাস প্ৰচলন হৈ আছে। সকলোবোৰ বিশ্বাস এটা চুটি লিখনিত লিখি শেষ কৰিব পৰা নাযায়। সেয়েহে সংক্ষেপেহে উল্লেখ কৰা হ'ল। এই লোকবিশ্বাসমূহ মৰাণ সমাজত পৰম্পৰাগতভাৱে প্ৰচলন হৈ আহিছে। অৱশ্যে এই বিশ্বাসসমূহ মৰাণসকলৰহে সৃষ্টি বুলি আমি দাবী কৰা নাই।

যিকোনো সমাজত যুগ যুগ ধৰি পৰম্পৰাগতভাৱে চলি অহা এনে লোকবিশ্বাসসমূহ বিজ্ঞানসম্মত যুক্তিৰ ওপৰত নিৰ্ভৰ নকৰে। সমাজত প্ৰচলন হৈ থকা লোকবিশ্বাসসমূহ বিজ্ঞানসম্মত হওক বা নহওক সেই কথা নাভাবি অন্তঃকৰণে বিশ্বাস কৰি আহিছে। শ্ৰীমন্ত শংকৰদেৱে এবাৰ কথা ঠিকেই কৈছিল 'বিশ্বাসে মিলায় কৃষ্ণ তৰ্কে বহুদূৰ'। ❒

# ।। ঐ গোবিন্দ·ৰাম ।।

- প্ৰতাপ হাজৰিকা

আহোম স্বৰ্গদেউ লক্ষ্মীসিংহৰ ৰাজত্বকালত ১৭৬৯ খৃঃ অসম বুৰঞ্জীৰ এটা দুৰ্যোগৰ সময়। এই সময়ৰ পৰা মোৱামৰীয়া বিদ্ৰোহ আৰম্ভ হয়। আহোম ৰাজত্বৰ ৰক্ষণশীল মনোভাৱৰ লোকসকলে এই বিদ্ৰোহক প্ৰথমতে মোৱামৰীয়াসকলে বিদ্ৰোহ কৰা বা আগভাগ লোৱাৰ কাৰণে ইয়াক মোৱামৰীয়া বিদ্ৰোহ আখ্যা দিছে। প্ৰকৃততে ই শতাব্দীৰ পাছত শতাব্দী ধৰি ৰাজতন্ত্ৰৰ ৰক্ষণশীল মুষ্টিমেয় লোকৰ দ্বাৰা শোষিত, লাঞ্ছিত, প্ৰপীড়িত, অৱহেলিত কৃষক জনসাধাৰণৰ বিদ্ৰোহ। অসমৰ বুৰঞ্জীত ই প্ৰকৃততে ৰাইজেই ৰজা হোৱাৰ সপোন দেখা ৰাজতন্ত্ৰৰ ঘৃণীত মুক্তিকামী জনতাৰ প্ৰথম মুক্তি সংগ্ৰাম। এই বিদ্ৰোহত দিহিং, ডিবৰু পাৰৰ লোকসকলে ৰাজকীয় দলৰ বিপক্ষে প্ৰথমেই বিদ্ৰোহ কৰিছিল। ই এখন গৃহযুদ্ধ।

আহোম ৰাজতন্ত্ৰৰ অমানৱীয় স্বেচ্ছাচাৰী শাসনৰ বিৰুদ্ধে প্ৰজাসাধাৰণক জগাই তুলি এটা সংগঠন আনিবলৈ চেষ্টা কৰিছিল এজন মহান কৃষ্টিপ্ৰেমী লোকে। সেইজনৰ নাম হ'ল চেকনি কোবোৱা ৰণৰ সেনাপতি গোবিন্দ গাঁওবুঢ়া বা গোবিন্দ ৰাম। এখেতেই 'প্ৰজা ঐ জৰৌ ৰৌৱা' বুলি হাতে হাতে চেকনি লৈ বাঁহত কোবাই হুঁচৰি গাই গাই গোটেই দিহিং পাৰৰ জনতাৰ মাজত এক সংগঠন চেতনা জগাই তুলিছিল। তুংখুঙীয়া বুৰঞ্জীৰ ভাষাৰে, 'এই বুলি গোবিন্দ গাঁওবুঢ়াকে মুখ্য কৰি কিছু মোৱামৰীয়া উজাই গৈ শগুনমৰীয়াত থানা কৰিলে। পাছে সিহঁতে হাতে হাতে চেকনি কোবাই নাম গায়। নামো এই — "প্ৰজা ঐ জৰৌ ৰৌৱা"। তাকে গাই চেকনি লৈ খেদি আহিল। ১৬৯১ শক মাঘ চৈত্ৰ।' এই গোবিন্দ ৰামকেই ১৬৯২ শক (১৭৭০)ৰ ছমহাগৰ দিনা দিহিঙৰ পাৰত হুঁচৰি গাই থাকোতে ৰাজকীয় দলৰ গাঁৱলীয়া মানুহে ধৰি নি নিঃশংসভাৱে হত্যা কৰিছিল। বুৰঞ্জীৰ ভাষাত

"গোবিন্দা সেনাপতিক দিহিঙত পাই চহৰীয়া সৈনাই ধৰি নিলেহি ; তাকো মাৰিলে।" এনেকৈয়ে এজন দিহিং পৰীয়া ৰাইজক কৃষ্টিৰ যোগেদি গীত গাই গাই সংগঠন আনিবলৈ বিচৰা জননেতা শেষ হৈ গ'ল। কিন্তু স্মৃতি থাকিল হুঁচৰিৰ পদে পদে "ঐ গোবিন্দ ৰাম"।

এই চেকনি কোবোৱা হুঁচৰিৰ দস্তুৰ গোবিন্দ ৰামতকৈ কিমান দিনৰ আগতে এই অঞ্চলত আছিল তাক উল্লেখ পাবলৈ নাই। আজিও সোণোৱাল কছাৰীসকলে এই নিয়মেৰে 'হুৰে হুৰে বায়' বুলি হুঁচৰি গায়। মুঠতে গোবিন্দ ৰামৰ সময়ৰ পৰাই এই নিয়মেৰেই জনজাগৰণৰ সম্বল হিচাবে হুঁচৰি গোৱা হৈছিল এইটো ঠিক। সেই সময়ত ঢোল বজাই ৰাজকীয় ঘোষণা প্ৰচাৰ কৰি মানুহ হুৰাই ফুৰা নিয়ম আছিল। অসমৰ প্ৰায়বোৰ আদিবাসীৰ মাজত বাঁহ জাতীয় প্ৰতীক স্বৰূপ [illegible] চেকনি কৃষকৰ প্ৰধান আহিলা। সম্ভৱতঃ এইকেইটাকে সম্বল হিচাবে লৈ 'অবৌ বৌৱা প্ৰজা'ক নতুন চেতনাৰে উদ্বুদ্ধ কৰিবলৈ হৰি কীৰ্তনৰ পদ গাই গাই চেকনি কোবোৱা ৰণৰ সূত্ৰপাত কৰিছিল। বৰ্তমানেও এই অঞ্চলৰ অজনজাতীয় গাঁওবিলাকতো যি হুঁচৰি গোৱা হয় তাত চেকনি বাঁহ নেথাকিলেও এই একেই তাল-মান আছে।

এই একে সময়তে দিনজয় মায়ামৰা সত্ৰৰ গোঁসাই চতুৰ্ভুজ ঠাকুৰৰ সংগঠনত ৰাঘৱ মৰাণৰ নেতৃত্বত দিহিঙৰ উত্তৰ অঞ্চলৰ গাঁও-ভুঁইবিলাক বৰাই ফুৰিছিল। বুৰঞ্জীৰ ভাষাত - "পাছে ৰাঘ মৰাণে তাৰ বগুৱা মানুহ সহিতে হাবিৰ পৰা ওলাই দিহিং সীমা কৰি গাঁও-ভূই বৰালে। আক মৰাণে বৰজীয়া তুলি হাতত টোকোন লৈ মাটিত খুন্দি নাম গায় - "অষ্টভূজে সপ্তভূজে ৰাখে। চতুৰ্ভূজে ৰাখে এই নাম গাই ফুৰে।" ইয়াৰ অৰ্থ হ'ল চতুৰ্ভূজ ঠাকুৰৰ সফল সংগঠনত আঠ ৰাজা, সাত ৰাজা মাৰি এক ৰাজ্য কৰা আহোম ৰাজতন্ত্ৰৰ গৃহ বিবাদত বিপৰ্যায় হোৱাকে বুজাইছে। এই তাল-মান এতিয়াও মটক গাঁওবিলাকত আছে।

মোৱামৰীয়া বিদ্ৰোহৰ সময়তেই ৰচিত হোৱা নিঃসন্দেহে ক'ব পৰা আন হুচৰিৰ ঘোৱা কেইফাকি বিশ্লেষণ কৰা যাওক -

"হুৰাই ল' সৰগৰ তৰা,
চাই থাক ঐ নিলগৰ পৰা।"

পাঁচ শ বছৰে সৰগৰ তৰাৰ নিচিনাকৈ জিলিকাই শাসন কৰি অহা ইন্দ্ৰবংশী ৰজা লক্ষ্মীনাথ সিংহৰ সিংহাসন চ্যুত হোৱাৰ কথা বুজাইছে।

"হুৰাই ল' নাহৰৰ কলি

বৈ থাক ঐ আহোঁগে ঘূৰি।"

নাহৰ হ'ল মৰাণসকলৰ এজন নায়কৰ নাম।

"ৰংপুৰ ঐ ৰঙাপুৰ ঐ

গড়গাঁও ঐ কিমান দূৰৈ?"

ৰংপুৰ নগৰ বিদ্ৰোহীসকলে যুদ্ধ কৰি অৰ্থাৎ তেজেৰে ৰঙাপুৰ কৰি দখল কৰিছিল। গতিকে ইয়াৰ পৰা অলপ আঁতৰত থকা গড়গাঁওলৈ বেছিদূৰ নাই।

"ল' হেৰ' দদাই, হাতত কাৰফাই

মাৰ ঐ মাৰ বালি চৰাই।"

অকল মোৱামৰীয়াই নহয় গোটেই অসমতেই সেইসময়ত বালি চৰাইৰ নিৰ্চিনাকৈ বিদ্ৰোহ হৈ উঠাৰ কাৰণে কোনো ৰাজবিষয়াৰ ঘৰুৱা মানুহে এই চেতনা জাই তুলিছিল। সেইদৰেই -

"এই ধনু এই কাঁড়

ডেকা ফুকন ধনুধৰ

বৈ না বৈ মৰাণে

ভাঙিলে গাঁও না ঐ।"

মোৱামোৰীয়া বিদ্ৰোহীসকলে ৰংপুৰ দখল কৰি লক্ষ্মী সিংহক বন্দী কৰি মৰাণৰ ৰমানন্দক ৰজা পাতিলে। কিন্তু মৰাণৰ ৰজাক সিংহাসন চ্যুত কৰিবলৈ আহোম ৰজাৰ পক্ষৰ লোকসকলে এই কৌশল উদ্ভাৱন কৰিলে। তেওঁলোকে মৰাণৰ ৰজাকেই ৰজা হিচাপে গ্ৰহণ কৰি মানি দেখুৱাই এটা বিৰাট ষড়যন্ত্ৰ কৰিলে। চ'তৰ সংক্ৰান্তিৰ দিনা ৰজাৰ চ'ৰাত হুচৰি গোৱাৰ ব্যৱস্থা কৰিলে। কাৰণ গোবিন্দৰামে হুচৰি গাই জাগৰণ অনাৰ ফলতহে ৰমানন্দ ৰজা হ'বলৈ পালে। গতিকে নতুন ৰজাক এই প্ৰথাৰেই সন্মান জনাব লাগে। প্ৰকৃততে এইটো আছিল ষড়যন্ত্ৰ। এই ষড়যন্ত্ৰত ভাগ লৈছিল ভিতৰ চ'ৰাত গুপ্তচৰ হিচাপে থকা ৰামকৃষ্ণই বা কৃষ্ণায়ে। চ'তৰ বিহুৰ দিনা এটা নতুন নিয়ম কৌশলেৰে হুচৰি গোৱাৰ ব্যৱস্থা হ'ল। ইয়াৰ গীতবিলাক এনেধৰণৰ কৌশল লগাই ৰচনা কৰা হৈছিল যে ঈশ্বৰকেই বুজাইছে নে কোনোবা ষড়যন্ত্ৰত লিপ্ত থকা মানুহকেই বুজাইছে কোনেও যাতে ধৰিব নোৱাৰে। প্ৰত্যেকটো পদৰ শেষত "ঐ গোবিন্দ ৰাম" বুলি চিঞৰিবলৈ ধৰে। যাতে ভিতৰৰ চ'ৰাত থকা ৰজাৰ গোবিন্দ গাঁও বুঢ়ালৈ মনত পৰি যাব। হুচৰিৰ গীত কেইফাকি বিশ্লেষণ কৰি চোৱা যাওক।

"কলাগৌ খাওঁতে বুঢ়া হনুমন্তে

নগৰী কৰিলে চ'ন ঐ গোবিন্দৰাম।"

অৰ্থাৎ কলমৌ খাওঁতে হনুমানে লংকা নগৰী চ'ন কৰাৰ দৰে হুচৰি গাওঁতেই ৰজাক পতন কৰা হ'ব।

"ৰাধাই বোলে কৃষ্ণাই মোকো পাৰে কৰা
এহে যমুনাৰে জল ঐ গোবিন্দৰাম।"

অৰ্থাৎ ভিতৰ চ'ৰাত থকা ষড়যন্ত্ৰকাৰী ৰামকৃষ্ণাই বা কৃষ্ণাইৰ ইঙ্গিততহে মৰাণ ৰজাক বধ কৰা হৈছিল। ৰাধা আছিল খোৰা মৰাণৰ ৰৈণীয়েক। ৰমানন্দৰ মাক। তাইকো যমপুৰীলৈ পঠোৱা হৈছিল।

"কৃষ্ণাইৰ মূৰতে বকুল ফুল এপাহি
নিয়ৰ পাই মুকলি হ'ল ঐ গোবিন্দৰাম।"

ইয়াত সন্দেহ নাই যে বকুল নিয়ৰ আদি সেই ষড়যন্ত্ৰকাৰী মানুহৰ নাম। এইবিলাকক লগত পাইহে কৃষ্ণাইৰ এই কাম কৰিবলৈ মনত সাহস বৃদ্ধি আহিছিল।

মৰাণৰ বৰবৰুৱাৰ নাম আছিল ৰাঘৱ। পাছে ৰাধই বাৰ্তা পাই বোলে, —
"শগুণমূৰীয়া গোবিন্দ গাঁওবুঢ়া সেনাপতি চেকনী কোবোৱা ৰণুৱা আহিছে।" বুলি শৰায়েৰে তামোল-পান লৈ উলাই আহিল। তাৰ পাছত মগলুৰ জীয়েকে হাতত তৰোৱাল আৰু তিৰোতা কেতবোৰৰ হাতে হাতে দা দি ওলাই আহিল।" এইদৰেই বিদ্ৰোহী পক্ষৰ পৰা আহোম ৰজাৰ পক্ষৰ লোকে ৰংপুৰ পুনৰুদ্ধাৰ কৰিলে। ....."পাছে ৰজা ৰমানন্দই কুঁৱৰীৰ সতে খোন্দে সৰকি পলাই গ'ল।" "আৰু বহাগৰ চাৰিদিন যাওঁতে যি গোবিন্দ গাওঁবুঢ়াই সেনাপতি হৈ চেকনি কোবোৱা ৰণ ওলাইছিল।"

"দুদিনৰ পাছত গোবিন্দ সেনাপতিক দিহিঙত পাই চহুৰীয়া সেনাই ধৰি দিলেহি; তাকো মাৰিলে।" ১৬৯২ শক (১৭৭০ খৃ:) ৬ বহাগ।

আহোম ৰাজকীয় পক্ষ আৰু মৰাণ মোৱামৰীয়া বিদ্ৰোহী পক্ষ এই দুই পক্ষৰ প্ৰবল সংঘৰ্ষৰ মাজতো নিৰপেক্ষ হিচাপে দিহিং পাৰত "চেকনী কোবোৱা ৰণৰ দ্বাৰা 'জবৌবৌৱা' প্ৰজাক জগাই তুলি সংগঠন অনা গোবিন্দৰাম বা গোবিন্দ গাঁওবুঢ়া নামেৰে এজন মহান সংগঠক পুৰুষৰ আবিৰ্ভাৱ হৈছিল। প্ৰথমতে নিৰপেক্ষ হিচাপে থাকিলেও পাছত তেখেতৰ সমৰ্থন বিদ্ৰোহী পক্ষৰ ফাললৈ গৈছিল। এয়েই ৰাজকীয় পক্ষকো বিপৰ্যস্ত কৰিছিল। মহাত্মা গান্ধীয়ে দেশবাসীৰ মাজত সংগঠন অনাৰ ডেৰ শ বছৰৰ আগতেই ৰুছ', ভল্টেয়াৰ, মন্টেস্কু' লিখনিৰে ফৰাচী জাগৰণ অনাৰ

সময়তেই এইজন অসমীয়া মহান নেতা আহোম ৰাজকীয় দলৰ হাতত নিচিহ্ন হৈ গ'ল। কিন্তু স্মৃতি থাকিল হুচৰিৰ পদে পদে "ঐ গোবিন্দ ৰাম।" ☐

*(শ্ৰীযুত সুশীল কুমাৰ গগৈৰ দ্বাৰা সম্পাদিত ৫-৩-১৯৮১ তাৰিখে চবুৱাৰ পৰা প্ৰকাশিত "মায়ামৰা সত্ৰ সমাজ ঃ ভাষণ আৰু প্ৰবন্ধ" নামৰ সংকলনটিৰ পৰা সংগৃহীত।)*

**সম্পাদকৰ সংযোজন : ৰণুৱা গীত**

১। মৰি যাওঁ মাৰি যাওঁ
গুৰুৰ ঋণ শুজি যাওঁ ॥

২। হাতত কাৰফাই লনা দদাই
মাৰ অ' মাৰ অ' বালি চৰাই॥

৩। এই ধনু এই কাঁড় ডেকা দেউ ধনুধৰ
মুলুং মাৰিবলৈ যাওঁ
ভালকৈ গুৰি ধৰ মটকৰ ডেকা দেও
ভৰা গিয়াতিৰে নাওঁ।

৪। চতুৰ্ভুজে ৰাখে অষ্টভুজে ৰাখে সপ্তভুজে ৰাখে
তাৰে দাই তাকে কাটে তাৰে হিঁলে তাকে মাৰে।

# মৰাণ সমাজৰ পৰম্পৰাগত খাদ্যাভ্যাস

- মোহন মৰাণ

অসম এখন বৈচিত্ৰপূৰ্ণ ৰাজ্য। এই ভূখণ্ডত [illegible]নিবে পৰা বিভিন্ন জনগোষ্ঠীৰ লোকসকলে বাস কৰি আছে। জনগোষ্ঠীসমূহৰ সংস্কৃতিৰ কেতবোৰ স্বকীয় বৈশিষ্ট্য দেখিবলৈ পোৱা যায়। সাজ-পাৰ, খাদ্য-ভাস, ভাষা-দোৱান, কথন-ভঙ্গী, চলন-ফুৰণ, লোক-কৃষ্টি, সামাজিক জীৱন-পদ্ধতি, ঘৰ নিৰ্মাণ পদ্ধতি আদিত বৈচিত্ৰতাৰ ৰূপ দেখা যায়। অসমত বসবাস কৰি থকা এই জনগোষ্ঠীসমূহৰ এই সুন্দৰ বৈচিত্ৰ্যৰ ৰূপটোক এখনি নানা বৰণীয়া ধুনীয়া ফুলনিৰ লগত তুলনা কৰিব পাৰি।

আমি যদি বিভিন্ন জনগোষ্ঠীৰ ৰন্ধন-প্ৰকৰণ আৰু খাদ্যাভাসলৈ লক্ষ্য কৰোঁ তেন্তে দেখিবলৈ পাওঁ যে জনগোষ্ঠীভেদে খাদ্যৰ ৰুচিগত পাৰ্থক্য আছে। সময়ৰ পৰিবৰ্তনৰ লগে লগে বিভিন্ন জনগোষ্ঠীৰ সংস্পৰ্শলৈ আহি মৰাণসকলৰ পূৰ্বৰ খাদ্যাভ্যাস কিছু সলনি হৈছে যদিও হাবিতলীয়া গ্ৰামাঞ্চলবিলাকত পৰম্পৰাগত খাদ্যাভাস একেবাৰে ত্যাগ কৰিছে বুলি ক'ব নোৱাৰি। হাবি-জংঘল ক্ৰমান্বয়ে কমি অহাৰ বিপৰীতে জনসংখ্যাৰ ঘনত্ব ক্ৰমে বৃদ্ধি পোৱাত প্ৰকৃতিৰ পৰা প্ৰাপ্ত খাদ্যসম্ভাৰৰ অভাৱ ঘটিছে। কিছুমান আপুৰুগীয়া খাদ্য সামগ্ৰী বিচাৰি পোৱাও টান হৈ পৰিছে। পূৰ্বতে মৰাণসকলে হাবিতলীয়া গাঁৱত নৈ, জান-জুৰিৰ পাৰত বসতি কৰিছিল। যাতে মাছ ধৰি, চৰাই, পহু চিকাৰ কৰি মাছ-মঙহ সহজতে সংগ্ৰহ কৰিব পাৰে। উল্লেখযোগ্য যে মৰাণসকলৰ আদিম বৃত্তিও চিকাৰ আৰু মাছধৰা। ভেটা দি, চৰহা, খুকা, থুকহা, চেপা, ডিঙৰা, টুলি আদি পাতি মাছ ধৰা, সমূহীয়াভাৱে হাতী হুৰাই জাকে, জাল-জুলুকী, পল, শেল-পচাৰে মাছ ধৰা, ধনু-কাড়, বন্দুক আদিৰে পহু চিকাৰ কৰা; চিটিকা, ফান্দ, কাস আদি পাতি বন্য জীৱ-জন্তু চিকাৰ কৰা প্ৰবৃত্তিটো মৰাণসকলৰ মাজত আজিও আছে। উল্লেখযোগ্য যে চিকাৰ কৰি পোৱা বন্য বা পোহনীয়া পশু-পক্ষীৰ মঙহৰ অতিৰিক্তখিনি জুহালৰ ওপৰত থোৱা চাঙত

শুকুৱাই সংৰক্ষণ কৰি - মাটি মাহে, শুকান মগুহে খোৱাটো এটা পুৰণি অভ্যাস। কৃষিজীৱি মৰাণসকলে তাহানি ঝুমখেতি কৰিবলৈ উৰ্বৰা ঠাই বিচাৰি সঘনাই থকা ঠাই সলনি কৰিবলগীয়া হৈছিল। এতেকে হাবিৰ পৰা বিবিধ খাদ্য সংগ্ৰহ সহজলভ্য আছিল। আৰু মাছ-কাছও সেইসময়ত উভৈনদী আছিল । আমিষভোজী মৰাণসকলৰ ভাতেই প্ৰধান আহাৰ। ভাতৰ সৈতে বিভিন্ন আঞ্জা উপকৰণ জুতি লগাই খায়। বৰ্তমানৰ দৰে তাহানি শাক-পাঁচলি বজৰুৱা মিঠাতেলেৰে ভাজি নাখাইছিল। বেতৰ বেটেৰীয়ে বিশেষ পদ্ধতিৰে সৰিয়হৰ পৰা তেল ঘৰতে তৈয়াৰ কৰি আঞ্জাত দি খাইছিল। বজাৰত পোৱা ভেজাল তেল মচলাৰ পৰিৱৰ্তে প্ৰকৃতিৰ পৰা পোৱা সুস্বাদু উদ্ভিদ মচলা হিচাপে ব্যৱহাৰ কৰিছিল। আদা, হালধি, নহৰু, মেমেধু (বঙালী ধনীয়া), পদুবন, মচমচী, টেঙাপাত, বিৰিণা, গান বিৰিণা, বনকেচেৰু, মেচাকি, মেজেঙা, মচন্দৈ, পাৰ্বতী, তেজমুৰি, চেংমুৰি, মেকাট আদি প্ৰকৃতিৰ পালিতা ঔষধি গুণ সম্পন্ন মচলা জাতীয় উদ্ভিদ মাটিমাহৰ জাবৰ, অঠীয়া বা ভীমকলৰ বাকলি পুৰি খাৰ তৈয়াৰ কৰা হয়। মাটি মাহ, পচলা আদি কিছুমান শাক পাচলি খাৰ দি ৰান্ধে। নিমখ আবিস্কাৰ হোৱাৰ পূৰ্বে অসমীয়া মানুহে খাৰ দিয়েই আঞ্জাকণৰ সোৱাদ লোৱাৰ কথা জনা যায। সেয়েহে খাৰ খোৱা অসমীয়া। এই ইতিকিংসূচক বাকাশাৰী (ফকৰা) যুগ যুক ধৰি অসমীয়া মানুহৰ মুখে মুখে প্ৰচলিত। মৰাণসকলে সাধাৰণতে ঘৰৰ বাৰী অথবা ভুঁই তলিত প্ৰয়োজনীয় শাক-পাচলি খেতি কৰি চাহিদা পূৰণ কৰে। অৱশ্যে পানী কচু, পানী কচুৰ পিপলি, তেলী কচু, কণী কচু, মেটেকাৰ ফুল (পথাৰত গজাবিধ), মমেচি, আগেচি, চতিয়নি, মধুন টেঙা, সৰু মানিমুনি, বৰ মানিমুনি, কচুথুৰি, ঢেকীয়া, কল পচলা (বাৰী আৰু হাবিৰ), কলডিল, কাক বাঁহৰ গাজ, ওলুমটোকা, টিকনীবকৰা, মেচাকী, মেজেঙা, নেফাফু, কাঠফুলা, বাৰিষাত হাফলুত ফুটা বৰ কাঠফুলা, হেলধা, টুকুনা আদি বনৰীয়া আলু, আমলৈ (আমলৰি), বৰলটোপ, কুন্দুটোপ, মৌটোপ-জোল, যোগীয়ে, পচতীয়া, মধুৰী, মচন্দৈ, হাতী ভেকুৰি, তিতা ভেকুৰি, তিতাকচি, বেতগাজ, বজাল গাজ, নল গাজ, ঔটেঙা আদি বনৰীয়া শাক-পাচলি ৰুচি অনুযায়ী সংগ্ৰহ কৰি খায়। এই খাদ্যসমূহ ৰুচিভেদে চুঙাত দি, পাতত দি অথবা সিজাই খায়।

মাছ -মাংস সিদ্ধ (বয়েল) কৰি অথবা পুৰি খোৱা এটা পুৰণি অভ্যাস। হাঁহ, পাৰ, কুকুৰা আদি পখিওৱাৰ পাছত গোটে গোটে জুইত পুৰি টুকুৰা টুকুৰকৈ কটা হয়। ইয়াৰ পিছত ৰুচি অনুযায়ী খৰিকাত দি সিদ্ধ কৰি অথবা ভাজি খোৱা

হয়। পূৰ্বে নিজে তৈয়াৰী কৰা সৰিয়হৰ তেল ব্যৱহাৰ কৰিছিল। আজিকালি অৱশ্যে বজাৰৰ মিঠাতেল ব্যৱহাৰ কৰে। দৰিকৰ মঙহ-বেঙেনা, হাঁহে-বাঁহে(গাজ) খৰৌ (ৰঙালাউ)-হাঁহ মাংস-গাজ, হাঁহ মাংস কোমোৰা, অমিতা-গুই মাংস, ৰাজহাঁহৰ মাংস-ৰঙালাউ, কলডিল-পাৰ মাংস, মেচাকি-পছমাংস, কচু-কেটেলা মাংস, পাৰ বা কুকুৰা বা কুচিয়া মাংসত জালুক দি খোৱা পৰম্পৰাগত অভ্যাস। উল্লেখযোগ্য যে যিকোনো মাংসৰ সৈতে ৰন্ধা শাক-পাচলিত বিৰিণা, গান বিৰিণা, আদা, মৰাণ আদা, নহৰু, খেৰৌ আদি মচলা জাতীয়া উদ্ভিদ পটাৎ পিহি দি খোৱা মাংসযুক্ত শাক-পাচলিৰ সোৱাদেই বেলেগ। শুকান মাছ, শুকান মাংস, মাটি মাহৰ শাকত সোণত সুৱগা চৰে। মৰাণসকলৰ কেতবোৰ শাক-পাচলিত থেকেৰা, কুঁজি থেকেৰা, মিৰিকা, ঔটেঙা দি খোৱা অভ্যাস তাহানিৰে পৰাই চলি আহিছে। যেনে- মাছ খৰিছা টেঙা, কণ বা মিৰিকা বিলাহীয়ে মাছে, মাটি মাহে শুকান মাছে, মাছে ঔটেঙাই, মাছে থেকেৰাই, মাছে কৰদৈ, খৰিছা টেঙাৰ সৈতে এবি পলুৰ লেটা, কুন্দু, বৰলৰ টোপ, মৌটোপ ইত্যাদি। কচু, লাই, ঢেকীয়া আদি শাকত ঔটেঙা দি খোৱা মৰাণসকলৰ পূৰ্বাপৰ অভ্যাস। গছা (গোজ) লোৱা ভোজ, ন-ভাতৰ সৈতে এখন জালুক দি কচু শাক খোৱা নিয়ম। উল্লেখযোগ্য যে জালুক ব্যৱহাৰ কৰাৰ আগতে মৰাণে মেজাংকৰি গুটি ব্যৱহাৰ কৰিছিল। গৰুবিহুৰ দিনা এশ এবিধ শাক-পাচলি খোৱাৰ নিয়ম। কিন্তু সেয়া সম্ভৱ নহ'লেও কেইবাবিধো শাক-পাচলি মিহলি কৰি সিদ্ধ শাক খোৱাৰ নিয়ম। গৰুবিহুৰ দিনা আমলৈ, মৌ টোপ কণীৰে সৈতে ভাজি খালে বংশ বৃদ্ধি হয় বুলি এটি লোক বিশ্বাস আছে। তদুপৰি পোৱা মাছ নেমু ৰস বা কেটাহি যেমুনাৰ সৈতে পিটিকা বনাই খোৱা, সৰিয়হৰ খলিহে পাতত দি খোৱা, কচু টেঁপুৰ লগত পাতত দি শুকতি পিতিকা বনাই খোৱা, পাতত দিয়া বা চুঙাত দিয়া পোনা মাছৰ সৈতে নেমু, যেমুনা পুৰাথেকেৰা আদি পিতিকা কৰি খোৱাৰ ৰুচি অতি তৃপ্তি দায়ক। প্ৰসূতি মাতৃক পাৰ মাংসৰ সৈতে জালুকৰ জাল, কঁচু শাকৰ জালৰ (জালুক) উপৰিও পচতীয়া, চতীয়া লফা পাতত দি খোৱা হয়। এইবোৰ উপকৰণে প্ৰসূতি গৰাকীৰ বিষ, বলা যন্ত্ৰণা উপশম ঘটায়। এই সময়ত প্ৰসূতি নাৰীসকলীক অমিতা পাচলি সিজাই খোৱালে প্ৰচুৰ গাখীৰ ওলাই বুলি বিশ্বাস কৰি আহিছে। দীৰ্ঘদিনীয়া অভিজ্ঞতাৰ পৰা কেতবোৰ অখাদ্য শাক-পাচলিও চিনাক্ত কৰিবলৈ সক্ষম হৈছে। কিছুমান শাক-পাচলি মিহলাই খালে বিষক্ৰিয়া হোৱাৰ বহু উদাহৰণ আছে। যেনেকৈ মাছ-লাই শাক, ঢেকীয়া-কচু একেলগে মিহলাই খালে বিষক্ৰিয়া হয়। সেয়েহে

খোৱা নিষেধ। কাঠফুলা শাকত বেঙেনা দি খোৱা নিয়ম। কাঠফুলা, বেঙেনা ৰান্ধিলে যদি নীলা বৰণ ধৰে তেন্তে জানিব লাগিব যে আঞ্জাখন বিষক্রিয়া হৈছে। সেই আঞ্জা খোৱাৰ উপযোগী নহয়। আনহাতে জোন মৰা সময়ত কোমোৰা পাচলি খোৱা নিষেধ।

ব'হাগ বিহুৰ তথা অন্য উৎসৱ পাৰ্বনৰ সময়ত অতিথিক অপ্যায়ন কৰিবৰ নিমিত্তে ঘৰে ঘৰে পিঠা-পনা বনোৱা হয়। ঘিলা পিঠা, ভজা চাউল, কৰাই গুৰি সান্দহ, তিল পিঠা, গুৰৰ লাড়ু, চুঙাত সিজোৱা বৰা চাউলৰ পিঠা, পিঠা বাঁহৰ চুঙাত পুৰা জাল ধৰা চুঙা চাউল, বাঁহৰ চুঙাত কোমল কলপাত বা তৰাপাত নুৰিয়াই সিজোৱা চুঙা চাউল, চতীয়া পিঠা বা পানী পিঠা, চিৰা, কোমল-চাউল আদিয়েই প্ৰধান। উল্লেখযোগ্য যে ঘিলা পিঠা আৰু সান্দহ মৰাণসকলে বিশেষ মৰ্যাদা আৰু ৰীতি-নীতিৰে খোৱাৰ দিহা কৰে। ঘিলা পিঠা আৰু সান্দহ পিঠা মৰাণসকলে কেৱল বহাগ বিহুতহে খোৱাৰ নিয়ম। গৰু বিহু দিনা ঘিলা পিঠা প্ৰথমে গৰুক খুওৱাৰ পিছত ভকত দুই এজনক নিমন্ত্ৰণ কৰি পিঠা-পনা খাবলৈ গৃহিণী ৰান্ধনীগৰাকীয়ে খুম দি সেৱা ধৰি আশীৰ্বাদ গ্ৰহণ কৰে। তাৰ পিছত যথা ৰীতিৰে সন্মান সহকাৰে তেৰাসৱক ঘিলা পিঠা সহ অন্য পিঠা-পনা আগবঢ়ায়। এই পৰ্বৰ পাছত পিঠা-পনা সকলোৰে গ্ৰহণ কৰিব পাৰে। পথাৰ কই উঠি নাঙল যুৱলিবিলাক খোৱাৰ পিছত সমগ্ৰ মৰাণ বসতি অঞ্চলত নাঙল খোৱাৰ পৰ্ব আৰম্ভ হয়। অৰ্থাৎ সেই সময়চোৱাত ঘৰে ঘৰে নাঙল খোৱা পিঠা খায়। আলহী অতিথিকো প্ৰদান কৰে। বৰা চাউল ঢেকীত খুন্দি আত্তা মৰাদি মাৰিব লাগে। তাৰ পিছত তৰা পাতে ভাগ ভাগ কৰি টঙালেৰে বান্ধি চৰুত পানী দি সিদ্ধ কৰিব লাগে। সিজাৰ পিছত গুড়, চেনি, গাখীৰৰ লগত পৰিবেশন কৰা হয়। তৰা পাতৰ ফুৰফুৰীয়া গোন্ধ এটা আহি নাকত লাগেহি। দীৰ্ঘদিন খেতিত ব্যস্ত থকাৰ পিছত নাঙলখোৱা পৰ্বই ইয়াৰ সিঘৰ যোৱাৰ পথ প্ৰসস্ত কৰি উৎসৱমুখৰ পৰিবেশৰ সৃষ্টি কৰে। তদুপৰি তৰাপাতৰ ঔষধি গুণে গাৰ বিষ মাৰে বুলিও এটা লোক বিশ্বাস আছে। গৰুমকালি জহা চাউলৰ জিৰণী পানী খায়। মৰাণসকলে কাতি বিহু আৰু মাঘ বিহু বিশেষ ৰীতি-নীতিৰে পালন নকৰে। বিশেষকৈ মাঘ বিহুত আলু-কচু, চুঙা চাউল, তিল পিঠা, চুঙা পিঠা, ভজা চাউল খায়েই কটায়। মাঘ বিহুত আলু-কচু নাখালে পৰজনমত গাহৰি ৰূপে জনম লয় বুলি এটা জনবিশ্বাস প্ৰচলিত। বঙালী বিহুত উচৰ-চুবুৰীয়া ভকতসকল তথা আত্মীয়-কুটুম্বসকলক মাতি বিহু ভোজ খোৱা হয়। বিহুত মাটি মাহে, বৰাভাতে এসাজ খোৱা পূৰ্বাপৰ ৰীতি। বিভিন্ন

সময়ত ঘৰলৈ আলহী-অতিথি আহিলে মান্যজনক তামোল-পানৰ খুম দি সেৱা সন্মানেৰে হাঁহ মাৰি ভাত খুৱায়।

হাবিৰ শাক-পাচলি আৰু মাছ-মঙহেৰে যেনেকৈ ৰুচিসন্মত খাদ্য খোৱা হয় ঠিক তেনেকৈ বহু খাদ্য বৰ্জনীয়ও। মৰাণসকল মাংসপ্ৰিয় যদিও কুকুৰ, শিয়াল, গৰু, ম'হ, গাহৰি, কাউৰী, শগুণ, কাউচৰাই, নেউল, সাপ, মেকুৰী আদি পশু-পক্ষীৰ মাংস নাখায়। ছাগলীৰ মাংস প্ৰিয় যদিও তিথি আৰু যজ্ঞত লগোৱা বাবে ছাগলী ঘৰতে মাৰি নাখায় আৰু পাকঘৰতো নলগায়। কুকুৰা আৰু গাহৰি সম্পূৰ্ণৰূপে বৰ্জনীয়। কুকুৰা-গাহৰিকে আদি কৰি অখাদ্য খোৱাৰ বাবে ভালেসংখ্যক মৰাণ লোকে প্ৰতিবছৰে গুৰুঘৰত প্ৰায়শ্চিত্ত দিবলগা হয়।

চাহ জলপান বা আহাৰ গ্ৰহণ কৰাৰ পিছত মুহুৰ্দি(মুখ শুদ্ধি) হিচাপে তামোল চালি (চালি এবিধ গছত বগোৱা লতা) খোৱা অভ্যাস অতীজৰে পৰা চলি আহিছে। তামোল-চালিৰ লগত মৰাণ ধপাত (জাত ধপাত), শামুক চূণ, পান খোৱা হয়। উল্লেখ্য যে মৰাণসকলে জাত ধপাতৰ খেতি কৰি বিশেষ পদ্ধতিৰে তৈয়াৰী ধপাত চুঙাত ভৰাই খোৱা চাঙত সংৰক্ষণ কৰি তামোল-চালিৰ লগত খায়। জাত ধপাতৰ লগত খোৱা চালিখনৰ পাগ বঢ়িয়াকৈ উঠে। মৰাণসকলে শিলচূণ আবিষ্কাৰ হোৱাৰ পূৰ্বৰে পৰা শামুক চূণ তামোল-চালিৰ লগত খাইছিল। এই পৰম্পৰা ঠাই বিশেষে এতিয়াও আছে। বৃদ্ধ-বৃদ্ধাসকলৰ মাজত শামুক চূণ অতি জনপ্ৰিয়। শুকান ফলা বাঁহ বা বজাল বাঁহেৰে বিশেষভাৱে ধানখেৰেৰে নুৰিয়াই তৈয়াৰী 'বেৰা' এটাৰ ভিতৰত শুকান জোনা শামুক ভৰাই জুইৰে ভালদৰে পোৰা হয়। শমুক পুৰি হোৱা ছাইখিনি পানী তিয়াই টেমিত ভৰাই দিলেই খোৱাৰ উপযুক্ত হয়। দৈনন্দিন জীৱনৰ বাহিৰেও সকামে-নিকামে, উৎসৱে-পাৰ্বনে পাণ-তামোল, চূণ-ধঁপাত, চালি আদি নহলেই নহয়। লোক জীৱনত তামোল-পাণৰ গুৰুত্ব অপৰিসীম।

বিহুগীতত তামোল-পাণৰ বিষয়ে এনেদৰে উল্লেখ আছে —

*হেই - হাবিৰ হাড়েকটা দি যাং বালিভেটা*

*জোনা শামুকৰে চূণ*

*খাই পাহৰিলি হাতৰ কটা তামোল*

*লৈ পাহৰিলি গুণ ।*

পুৱা-আবেলি চাহ খোৱাৰ বাহিৰেও ভাত খাই উঠি এবাতি ফিকা চাহ খোৱা মৰাণসকলৰ এটা পুৰাতনীয়া অভ্যাস। ভাত খাই উঠি চাহ খালে টোপনি টোপনি

ভাব, এলাহ ভাব দূৰ হোৱাৰ বাহিৰেও খাদ্য হজম হয় বুলি বিশ্বাস কৰা হয়। উল্লেখযোগ্য যে কেট্‌লীত বনোৱা চাহতকৈ চুঙাত উতলাই বনোৱা সুগন্ধিযুক্ত চাহ মৰাণসকলৰ মাজত বেছি প্ৰিয়। মৰাণসকলে পূৰ্বতে হাবিৰ পৰা সংগৃহীত অথবা বাৰীত ৰোপণ কৰা চাহপাতৰ পৰা ঘৰুৱাভাৱে তৈয়াৰী চাহ ব্যৱহাৰ কৰিছিল। চাহৰ সৈতে গুড় খোৱা অভ্যাসেই বেছি পুৰণি। মৰাণসকলে কুঁহিয়াৰ খেতি কৰি গুড় আৰু ৰহী উৎপাদন কৰিছিল। কাৰণ সকামে-নিকামে, সবাহে-বিবাহে গুড় অপৰিহাৰ্য। চিৰা জলপানৰ সৈতে ৰহী, গুড়, দহী ব্যৱহাৰ অতি সুস্বাদু। বৰ্তমান কুঁহিয়াৰ বাৰীখন চাহগছে দখল কৰাত ঘৰতে পগোৱা গুড়ৰ সোৱাদৰ পৰা বঞ্চিত হ'বলগা হৈছে।

মৰাণ সমাজৰ খাদ্যাভাসলৈ লক্ষ্য কৰিলে কেতবোৰ জনজাতীয় বৈশিষ্ট্য দেখিবলৈ পোৱা যায়। মিছিং, দেউৰী, খামতি আদি জনগোষ্ঠীসমূহৰ খাদ্যাভাসতো স্বকীয় জনজাতীয় বৈশিষ্ট্য ফুটি উঠে। কোৱা বাহুল্য যে বজাৰ প্ৰাপ্ত অত্যাধুনিক ভেজাল মচলা দি ৰন্ধা আধুনিক কৃত্ৰিম খাদ্য সম্ভাৰতকৈ পৰম্পৰাগত জনজাতীয় খাদ্য সম্ভাৰৰ চাহিদা দিনক দিনে বৃদ্ধি পোৱা পৰিলক্ষিত হৈছে। চিংফৌ, খামতি সকলৰ টোপোলা ভাত আৰু পৰম্পৰাগতভাৱে পদ্ধতিৰে ৰন্ধা আঞ্জা উপকৰণসমূহে আনকি বিদেশী পৰ্যটকসকলকো দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হৈছে। প্ৰাকৃতিকভাৱে পৰম্পৰাগতভাৱে ৰন্ধা খাদ্য সম্ভাৰ বিজ্ঞানসন্মত, ফলদায়ক আৰু ৰুচিসন্মত। এতেকে স্বাস্থ্য আৰু সাংস্কৃতিক ঐতিহ্য, পৰম্পৰাৰ ফালৰ পৰাও পৰম্পৰাগত খাদ্যাভাস মঙ্গলজনক। ❐

*ইতিপূৰ্বে প্ৰকাশিত প্ৰবন্ধটি সংশোধিত ৰূপত পুনৰ প্ৰকাশ কৰা হ'ল।*

# মৰাণসকলৰ কৃষ্টি সম্ভাৰৰ চমু বিৱৰণ

*(সদৌ মৰাণ কলা-সংস্কৃতি বিকাশ কেন্দ্ৰৰ কাৰ্যনিৰ্বাহকে নৱ কুমাৰ মৰাণ (ন'ভা)ক আহ্বায়ক হিচাপে লৈ সদৌ মৰাণ কলা সংস্কৃতি বিকাশ কেন্দ্ৰৰ উপদেষ্টা সুধীধৰ দহোতীয়া, গোলোক মৰাণ আৰু সাধাৰণ সম্পাদক ত্ৰিপেন চেতিয়াক সদস্য হিচাপে ৰাখি মৰাণ কৃষ্টি সম্ভাৰসমূহৰ অনুসন্ধান সমিতি নামেৰে এখন অনুসন্ধান সমিতি গঠন কৰে। মৰাণ কৃষ্টি সম্ভাৰ অনুসন্ধান সমিতিয়ে মৰাণ জাতিৰ কৃষ্টি-সংস্কৃতিৰ লগত জড়িত সকলো দিশ সামৰি এটা প্ৰবন্ধ প্ৰস্তুত কৰে। সদৌ মৰাণ কলা-সংস্কৃতি বিকাশ কেন্দ্ৰৰ দ্বাৰা ২০০৫ চনত প্ৰকাশিত গ্ৰন্থ 'টঙালি'ত প্ৰকাশ পোৱা উক্ত প্ৰবন্ধটি মৰাণ কৃষ্টি সম্ভাৰসমূহৰ অনুসন্ধান সমিতিৰ সৈতে আলোচনা কৰি সংশোধিত ৰূপত পুনৰ প্ৰকাশ কৰা হ'ল। সম্পাদক - মৰাণ-মটক সমাজ সংস্কৃতি)*

## মাছ ধৰা সঁজুলি ঃ

জাকৈ, চেপা, দিঙৰা, পচা, লাহনি, বৰখুকা, সৰুখুকা, দুৰ্হাঁত, হেৰোপি, খালৈ, পল, টুনা, উংদুং (দিঙৰা জাতীয় সঁজুলি), বেতবাউলী, থুগা।

## ধান, মাহ, সৰিয়হ আদি শস্য থোৱা, পৰিষ্কাৰ কৰা, মৰা-বনাত ব্যৱহাৰ কৰা সঁজুলি ঃ

তুম, ৰূপদূন (দূন), মুনিদূন (ৰূপদূনতকৈ সৰু দূন), ডলা, বৰডলা, চালনি, বৰচালনি, ঢেঁকী, ৰৱণী মাৰি, খেৰসুতা, হুলঙা, বিড়িয়া, পাচি, চক ঢকা, ভাতৰ খুটি, উধান, চক বহোৱা বিৰিয়া, বাঁহৰ তাও মাৰি, হাতনি বাতি (ৰান্ধনীয়ে ব্যৱহাৰ কৰা ডাঙৰ বাতি), হাতীখোজীয়া বাতি, নিমখৰ চুঙা, খাৰৰ চুঙা, শুকাতি চুঙা, চাহপাতৰ চুঙা, কেং (দুচটা বাঁহ পূৰণ চিনটোৰ দৰে কৰি মাটিত গোজ মাৰি দি ইয়াৰ ওপৰত বাঁহৰ চুঙাত পানী গৰম কৰি চাহ, পিঠা চুঙা দিয়া আদি কামত ব্যৱহাৰ কৰা হয়), কাঠৰ হেতা, শামুক চুণ (শুকান বাঁহৰ কাঠি ধান খেৰেৰে মেৰিয়াই তাৰ মাজত শামুকৰ খোলাবোৰ সুমোৱাই দি জুই লগাই দিয়া হয়। জুই লাগি ছাঁইত পৰিণত হোৱাৰ পাছত শামুকৰ খোলাৰ ছাঁইবোৰ চুণ হিচাপে ব্যৱহাৰ কৰা হয়), শৰাই, কাঠৰ চৰীয়া, ডুকলাই, জাত হঁপাতৰ চুঙা (মৰাণসকলে আমোলৰ লগত খোৱাৰ বাবে ঘৰতে প্ৰস্তুত কৰি লোৱা হঁপাত), খেৰৰ জুমুঠি, জপা, কাঠৰ ফনি, লেটেং, খেনু, বেতেৰী (অতীতত তেল পেৰিবলৈ বাঁহৰ টঙাল বা বেতৰ সূতেৰে

বিশেষভাৱে নির্মিত সঁজুলি), ফানতি, কইয়া, খুন্দুনা, বাঁহৰ শৰাই (বাঁহৰ টঙালেৰে তৈয়াৰ কৰে। ইয়াক গোসাঁইঘৰ, বৰবিয়া, মিতুপতা বিয়া, বিয়াৰ সকাম, দহা-কাজ আদিত তামোল-পাণ সজোৱা কামত আজিও ব্যৱহাৰ কৰা হয়), বেতৰ বঁটা।

## হাতী চিকাৰ আৰু হাতী চলাওঁতে ব্যৱহাৰ হোৱা সা-সামগ্ৰী আৰু শব্দসমূহ অৰ্থসহ উল্লেখ কৰা হ'ল —

ফান্দি : বনৰীয়া হাতী ধৰা চিকাৰী।

বৰফান্দি : ফান্দিসকলৰ মুৰব্বী।

দোহৰ ফান্দি : সহকাৰী ফান্দি।

লোহতীয়া : ফান্দিৰ সৈতে একেটা কুনকিত পাছফালে বহি হাতী ধৰা ফান্দিক সহায় কৰা লোক।

মাউত : হাতী চলোৱা লোক।

যোগালি : পিলখানাত কাম কৰা লোক।

পিলখানা : হাতী চিকাৰৰ মূল শিৱিৰ।

ঢোৱা : হাবিত পতা অস্থায়ী শিৱিৰ।

কুনকি : হাতী চিকাৰত ফান্দিয়ে ব্যৱহাৰ কৰা দঁতাল/মখনা/মাইকী ঘৰচীয়া হাতী।

ধুৰি : ডাঙৰ মাইকী হাতী।

সাঙোৰা খোৱা : শিকাই থকা হাতী এটাক ঘৰচীয়া হাতীৰ গাত বান্দি চলাবলৈ শিকোৱা।

জুলটি : মৰাপাটৰ আঁহেৰে সৰু সৰুকৈ বচী বটি হাতীৰ ডিঙিত বান্ধি লোৱা হয়। মাউত বা ফান্দিয়ে হাতীৰ ডিঙি আৰু জুলটিৰ মাজত ভৰি ৰাখি হাতী চলোৱাত ব্যৱহাৰ কৰে।

জুলটি চিপজৰী : মৰাপাটৰ আঁহেৰে সৰু সৰুকৈ বাতি চেপেটাকৈ চিলাই হাতী চলাওঁতে ভৰিটো নিৰ্দিষ্ট ঠাইত ৰাখিবৰ বাবে ব্যৱহাৰ কৰা হয়।

কাচ : মৰাপাটৰ আঁহেৰে ৪ গুণীয়াকৈ বাতি তৈয়াৰ কৰা হয়। ইয়াক হাতীৰ গলাৰ 'পৰা নেজৰ ভূমিটোৱে দি ঘূৰাই আনি হাতীৰ পিঠিত বোজাই বান্ধিবলৈ ব্যৱহাৰ কৰা হয়।

ফান্দ : মৰাপাটৰ আঁহেৰে ১২ বা ৮ গুণীয়াকৈ তৈয়াৰ কৰা হয়। ইয়াক হাতী ধৰা কামত ব্যৱহাৰ কৰা হয়।

ফান্দ ফেৰা : মৰাপাটৰ আঁহেৰে ৮ গুণীয়াকৈ তৈয়াৰ কৰা হয়। (ফান্দেৰে হাতী

ধৰাৰ পাছত হাতীটোক গছত বন্ধাৰ কামত ব্যৱহাৰ কৰা হয়। কুনকিৰ কমৰত বান্ধি লোৱা হয়, কুনকিৰ কমৰত বান্ধি লোৱা ফেৰাডালত ফান্দডাল বান্ধি লয়।)

চৈবা চু ঃ মৰাপাটৰ আঁহেৰে সৰুকৈ আগলৈ জোঙা কৰি ৪ গুণীয়াকৈ বাতি তৈয়াৰ কৰা হয়। ইয়াক কুনকিৰ পিঠিত ফান্দ-ফেৰা আদি বান্ধি থোৱা কামত ব্যৱহাৰ কৰা হয়।

আগধাৱনা/পিছধাৱনা ঃ শিকাই থকা হাতীৰ আগভৰি আৰু পাছভৰিত ৰচী লগাই খুটাত বান্ধি থোৱা হয়। এই খুটা দুটাক আগধাৱনা আৰু পাছধাৱনা বোলা হয়।

খেমাই ঃ হাতী শিকাওঁতে হাতীৰ ডিঙিত লগোৱা ফানডাল আগফালে টানি বান্ধি থোৱা খুটাটোৰ নাম খেমাই।

দেগী ঃ মৰাপাটৰ আঁহেৰে ৪ গুণীয়াকৈ দীঘলকৈ বাতি তৈয়াৰ কৰা হয়। ইয়াক হাতী শিকাওঁতে হাতীৰ পিছ ঠেং দুটা একেলগ কৰি বন্ধা কামত ব্যৱহাৰ কৰা হয়।

কেনাই ঃ বুঢ়া বাঁহৰ চটা এটা এমূৰে শকত আৰু আনটো মূৰে জোঙা কৰি তৈয়াৰ কৰা হয়। ইয়াক হাতী শিকাওঁতে জোঙা ফালে খুচি দিয়া আৰু শকত ফালে মাৰি দিয়া কামত ব্যৱহাৰ কৰা হয়।

আনদুল ঃ মৰাপাটৰ আঁহেৰে সৰুকৈ বাতি হাতীৰ কাণত বিন্ধা কৰি পিন্ধাই থোৱা কামত ব্যৱহাৰ হয়।

সাৰি ঃ হাতী হাবিত চৰিবলৈ মেলি দিওঁতে দূৰলৈ নাযাবৰ বাবে আগঠেং দুখনত ভৰাই খাটাং এডালেৰে মেৰিয়াই বন্ধা হয়।

খাটাং ঃ মৰাপাটৰ আঁহেৰে ৪ গুণীয়াকৈ ক্ৰমে জোঙাকৈ বাতি তৈয়াৰ কৰা হয়। ইয়াক সাৰি মৰা কামত ব্যৱহাৰ কৰা হয়।

যাঠি ঃ জোঙা লোহাৰ এটুকুৰা দীঘল কাঠৰ নালত লগাই লোৱা হয়। ইয়াক হাতী শিকাওঁতে বা হাতীক শাসন কৰা কামত ব্যৱহাৰ কৰা হয়।

লাংচিং ঃ দুফেনীয়া লোহাৰ মাৰি। এটা ফাল পোনকৈ জোঙা আৰু আনটো বেঁকাকৈ জোঙা কৰি তৈয়াৰ কৰা হয়। ইয়াক খুচি আগলৈ খেদা বা বেঁকাকৈ থকা জোঙা অংশৰে খুচি একেঠাইতে ৰখাই থোৱা কামত ব্যৱহাৰ কৰা হয়। ইয়াক জুলটি গজত বান্ধি লৈ ফুৰা হয়।

কন্‌টিকা ঃ কাঠৰ নালত লোৰ জোঙা টুকুৰা এটা লগাই তৈয়াৰ কৰা হয়। ইয়াক হাতীৰ জুলটি গজত বান্ধি লৈ ফুৰা হয়। হাতী অবাধ্য হ'লে হাতীৰ গাত খুচি নিয়ন্ত্ৰণ কৰা কামত ব্যৱহাৰ কৰা হয়।

শিকলি ঃ লোৰে তৈয়াৰ কৰা হয়। ইয়াক হাতী বন্ধা, কাঠ, খৰি আদি টনা কামত ব্যৱহাৰ কৰা হয়।

কমৰ ঃ মৰাপাটৰ আঁহেৰে সৰু সৰুকৈ বাতি এমুঠা কৰি ইয়াক হাতীৰ কমৰত বান্ধি গাদীবোৰ ৰখাই থোৱা কামত ব্যৱহাৰ কৰা হয়।

আগাৰি ঃ মৰাপাটৰ আঁহেৰে সৰু সৰুকৈ বাতি এমোঠা কৰি ইয়াক হাতীৰ আগঠেং দুটাৰ ওপৰত আগফালৰ পৰা মেৰিয়াই আনি কমৰত বান্ধি কাঠ টনা কামত ব্যৱহাৰ কৰা হয়।

কমৰ চুল/আগাৰি চুল ঃ মৰাপাটৰ আঁহেৰে ৪ গুণীয়াকৈ ক্ৰমান্বয়ে জোঙাকৈ তৈয়াৰ কৰা হয়। ইয়াক কমৰ আৰু আগাৰিৰ মূৰত লগাই লোৱা হয়।

ফাকৰ সৈতে মিট দা ঃ সকলো ধৰণৰ কটা কামত ব্যৱহাৰ কৰিবলৈ ফাকেৰে সৈতে মিট দা লগত ৰখা হয়।

লংক ঃ মাজৰ এটা ঘূৰণীয়া ৰিঙৰ পৰা চাৰিডলীয়াকৈ নিৰ্মাণ কৰা হয়। হাতীক হাবিত মেলি দিওঁতে সাৰি দৰে আগঠেং দুটা একেলগ কৰি যুতি দিয়া হয়।

গাৰু গাদী ঃ মৰাপাটৰ বস্তাত উলুখেৰ বা মাদুৰি বন ভৰাই তৈয়াৰ কৰা হয়। ইয়াক হাতীৰ পিঠিৰ ৰাজহাড়ত দুফালে দুটা মুঠা খাপ খুৱাকৈ বহাই দিয়ে।

টকীয়া গাদী ঃ মৰাপাটৰ বস্তাত উলুখেৰ বা মাদুৰি বন ভৰাই তৈয়াৰ কৰা হয়। ইয়াক হাতীৰ পিঠিত ৩/৪ খন গাৰু গাদীৰ ওপৰত স্থাপন কৰি কমৰ গজে বান্ধি লোৱা হয়।

হাতী চলাওঁতে সাধাৰণতে মুখেৰে নামাতি ভৰিৰ টিপনিৰ ভাষা ব্যৱহাৰ কৰা হয়। হাতীটোৱে আগলৈ যোৱা, পাছলৈ যোৱা, সোঁৱে-বাওঁৱে যোৱা, খৰকৈ যোৱা, লাহেকৈ যোৱা বা ৰখিবলৈ ভৰিৰ টিপনিৰে ইংগিত দিয়া হয়। হাতী চলাওঁতে ব্যৱহাৰ কৰা কেইটামান শব্দ তলত উল্লেখ কৰা হ'ল —

আগেট্ - আগলৈ যা।

পিছু - পিছলৈ যা।

ধাট্ - ৰ, ৰৈ যা।

বিৰি - নকৰিবি। (হাতীয়ে অ-মনপুত কাম কৰিলে শান্তভাৱে থাকিবলৈ কোৱা।)

বট্ - আগৰ ভৰি দুখন আগলৈ আৰু পাছৰ ভৰি দুখন পাছলৈ মেলি বহি দে।

মাইল - বহাৰ পৰা উঠ।

খোল - সুবিধা কৰি দে। (হাতীৰ গাত থিকোনো বটা বান্ধোতে, সাৰি মাৰোতে, লংক, দেপী আদি মাৰোতে সুবিধা কৰি দিবলৈ কোৱা হয়।)

ছেই ঃ আঁতৰি দিবলৈ কোৱা হয়।

ডুম ঃ নেজডাল থিৰেৰে ৰাখিবলৈ কোৱা হয়।

## বাদ্যযন্ত্র :

মৃদং, তাল, বৰতাল, খুটিতাল, ঢোল, পেঁপা (পূৰ্বতে মৰাণ জনগোষ্ঠীৰ পেঁপাটো ম'হৰ শিঙৰ বিপৰীতে জেংুপাতেৰে বিশেষভাৱে নিৰ্মাণ কৰিছিল), ঢোটং (বাঁহৰ পাবৰ পৰা তৈয়াৰ কৰে। পাবটোৰ মাজৰ অংশ চুচি পাতল কৰি লোৱা হয়। কাপোৰ নথকা উদং পেটত লগাই লগাই এডাল মাৰিৰে ঢোলৰ খুটত বজোৱা হয়), জু ঢোটং (বাঁহৰ দুয়োফালে গাঁঠি থকা পাব এটাৰ মাজৰ অংশ চাচি পাতল কৰি দুয়োমূৰে ফুটা কৰি দুডাল জু বা গুণ লগোৱা হয়। জু দুডালৰ মাজৰ অংশত বিশেষ ধৰণে নিৰ্মাণ কৰা কৰিং লগাই এডাল মাৰিৰে কোবাই কোবাই বজোৱা হয়),বীণ, টকা, সুতুলী (এটা মূৰৰ ফালে গাঁঠি থকা বজাল বাঁহৰ পৰা তৈয়াৰ কৰা হয়। গাঁঠি থকা অংশ কাটি দুয়োফালে বিন্ধা কৰি সেই বিন্ধাত জেংুপাত বা বজাল পাত বান্ধি মুখেৰে ফুঁ মাৰি মাৰি বজোৱা বাদ্য। দীঘল পাবটোৰ ফালে সুৰ নিৰ্গত কৰিবৰ বাবে ছটা ফুটা থাকে। ই বিহু আৰু অন্যান্য মনোৰঞ্জনৰ বাদ্য)।

## সাজপাৰ :

ছয়গুণ চোলা (গুৰু-গোসাঁই আৰু সম্ভ্ৰান্ত তথা ডা-ডাঙৰীয়াসকলে পিন্ধা সাজ), জেমা, টঙালি, পাগুৰী, চেলেং চাৰিকঠীয়া, পাঁচকঠীয়া চেলেং কাপোৰ, ছকঠীয়া চেলেং, গামোছা (১. সেউজীয়া গামোছা ২. বগা বঙৰ দুই মূৰে মুগা ফুল থকা আৰু পাৰি নথকা গামোছা, ৩. কপাহী সূতাৰে প্ৰস্তুত কৰা সাধাৰণ বগা গামোছা, ৪. ৰঙা পাৰি থকা ভমকাফুলীয়া গামোছা) জাকি চোলা, মেখেলা (১. মুগা মেখেলা, ২. মেজাংকৰী মেখেলা, ৩. সেউজীয়া মেখেলা, ৪. শিংখাপৰ মেখেলা, ৫. গাজ মেখেলা, ৬. চাটন মেখেলা, ৭. বগা মেখেলা), কঁকালমৰা (মৰাণ মহিলাসকলে বুকুত মেৰথনি মাৰি পিন্ধা মেখেলাৰ ওপৰত কঁকালত পিন্ধা বগা কাপোৰ) পাৰকানি, বিহা, কলীয়া বিহা, বৰকাপোৰ, এড়ি কাপোৰ, মুগা কাপোৰ।

## গহনা :

ঢোলবিৰি/মাদলী, গামখাৰু, কণ্ঠা, ফুটিমণি, দুগদুগী, জাংবাই কেৰু, নেজপতা কেৰু, মিনাকৰা কেৰু, গেজেৰা।

## চিটিকা :

নিগনি মৰা চিটিকা, গৰকা, দুল, গোল চিটিকা, কাঁক খেলু, বাঘ খেলু, কেটেলা পহু ধৰা টুন, জাণ্ডি, জলচিটিকা, চাপ চিটিকা।

## চালি গেমেচা :

চালি ধৰা (এখন দুনীয়া চাম কৰা ৰঙা, হাজৰীয়া আদি ৰঙৰ আঁচুৰে অলিৰকাখনৰ

